Siksha Prasanga : Assamese version of Bertrand Russall's "On Education", by Shrimati Sailabala Barua ; Publication Board, Assam, Gauhati, first edition, September, 1962, price Rs. 5·00

প্ৰকাশক :

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

সচিব,

প্ৰকাশন পৰিষদ, অসম

গুৱাহাটী

প্ৰথম প্ৰকাশ

চেপ্টেম্বৰ-১৯৬২

বেচ—পাঁচ টকা

মুদ্ৰক :

শ্ৰীসুব্ৰত ভট্টাচাৰ্য্য

শ্ৰীভূমি প্ৰেছ

৭৭, ধৰ্ম্মতলা ষ্ট্ৰীট, কলিকতা-১৩

# ভূমিকা

ইংৰাজ দাৰ্শনিক বাৰ্ট্ৰাণ্ড ৰাচেলৰ চৰিত্ৰৰ যাই বৈশিষ্ট্য হৈছে মানুহৰ ব্যক্তিগত স্বাধীনতাৰ ওপৰত শ্ৰেষ্ঠ মূল্য আৰোপণ। ব্যক্তিগত স্বাধীনতা ক্ষুণ্ণ হোৱাৰ আশঙ্কা দেখা দিলেই তাৰ প্ৰতিবাদ কৰিবলৈ তেওঁ কেতিয়াও পৰাঙ্মুখ নহয়। আণৱিক পৰীক্ষাৰ বিৰুদ্ধে সক্ৰিয় প্ৰতিবাদ কৰিবলৈ ৯০ বছৰ বয়সতো তেওঁ আগৰণুৱা হৈ ওলাইছে। তেওঁৰ লিখনীৰ মাজেদি তেওঁৰ অখণ্ড আৰু সবল ব্যক্তিত্ব মূৰ্ত্ত হৈ প্ৰকাশ হোৱা দেখা যায়।

ৰাচেলে ১৮৭২ চনত ইংলণ্ডৰ উচ্চ বংশত জন্ম গ্ৰহণ কৰে। তেওঁৰ দেউতাক Lord Amberleyৰ অভিপ্ৰায় আছিল ৰাচেলক এনে ভাৱে তোলে, যাতে ৰাচেল অন্ধবিশ্বাসী হৈ নুঠে। দেউতাক সৰুতে ঢুকুৱাত ৰাচেলে গৃহ-শিক্ষকৰপৰা শিক্ষা লাভ কৰে আৰু জাৰ্ম্মান আৰু ফৰাচী ভাষা খৰচি মাৰি শিকে। ১৮৯০ চনত তেওঁ কেম্ব্ৰিজৰ ত্ৰিনিটি কলেজত শিক্ষা লবলৈ আহে। ইয়াতে তেওঁ দৰ্শনত কৃতিত্বেৰে সৈতে প্ৰথম শ্ৰেণীৰ সন্মান লাভ কৰে আৰু wrangler হয়। ১৮৯৫ চনত তেওঁ ত্ৰিনিটি কলেজৰ Fellow নিৰ্ব্বাচিত হৈছিল; কিন্তু তাৰ কিছু দিনৰ আগতে ৰাচেলে কেম্ব্ৰিজ এৰি থৈ গৈছিল।

ৰাচেলে লিখা বহুত পুথিৰ ভিতৰত "অন এডুকেছনো" এখন। ৰাচেলৰ মতে প্ৰেমৰদ্বাৰা নিয়ন্ত্ৰিত জ্ঞানহে শিক্ষাৰ আধাৰ হব লাগে। চালুকীয়া অৱস্থাত মাক-বাপেক আৰু নাৰ্চাৰী স্কুলৰ যোগেদি লৰা ছোৱালীৰ চৰিত্ৰত নিৰ্ভীকতা আৰু ভালপোৱা সোমাব লাগে। তাৰ পিছত লৰা-ছোৱালীৰ বুদ্ধিৰ বিকাশৰ স্তৰতো প্ৰয়োজনীয় শিক্ষাৰে সৈতে আনন্দৰ সমন্বয় থাকিব। ৰাচেলৰ প্ৰদৰ্শিত পথ সহজ নহয়। কিন্তু ৰাচেলৰ মতে শিশুৰ প্ৰতি যদি আমাৰ স্নেহৰ প্ৰতুলতা

নেথাকে তেনেহলে আমি সেইবোৰ বাধা অতিক্ৰম কৰিব পাৰিম আৰু শিশুবিলাকক ভৱিষ্যত যুগৰ বিশ্বৰ স্বাধীন নাগৰিক কৰি তুলিব পৰিম। 'অন এডুকেছন' নামৰ কিতাপখন শ্ৰীমতী শৈলবালা বৰুৱাই অসমীয়ালৈ ভাঙনি কৰিছে। ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্ম্মাই পাণ্ডুলিপিৰ আৱশ্যকীয় সংশোধন কৰি দিছে।

আশা কৰোঁ কিতাপখনে পাঠক সমাজৰ সমাদৰ লাভ কৰিব।

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
চেপ্টেম্বৰ, ১৯৬২

## শলাগনি

মহামতি বাৰ্ট্ৰাণ্ড ৰাচেলৰ On Education নামৰ পুথিৰ অসমীয়া তাঙৰণ উলিয়াবলৈ লণ্ডনৰ Publishers & Exporters Messrs George Allen & Unwin Ltd.-এ আমাক অনুমতি দি অনুগৃহীত কৰা বাবে উক্ত প্ৰতিষ্ঠানৰ শলাগ লৈছো।

# নিবেদন

আজি পাঁচ বছৰৰ আগৰ কথা। শিক্ষা বিষয়টোৰ প্ৰতি মোৰ কিবা এটা আকৰ্ষণ থকাত মই এই বিষয়ৰ ছুই এখন পুথি পঢ়িবলৈ আৰম্ভ কৰোঁ। সেই সময়তে ডিব্ৰুগড় কানৈ কলেজৰ অধ্যাপক শ্ৰীযুত বীৰেন্দ্ৰচন্দ্ৰ ভট্টাচাৰ্য্যৰ পৰামৰ্শ মতে মই বিশ্ববিখ্যাত দাৰ্শনিক Bertrand Russellৰ On Education, Especially in Early Childhood নামৰ পুথিখন পঢ়িবলৈ লওঁ আৰু পুথিখন পঢ়ি মোৰ ইমান ভাল লাগিল যে ৰাচেলৰ আদৰ্শ-বাণীবোৰ আমাৰ অসমীয়া ভাষাৰ জৰীয়তে আমাৰ সমাজক জনাবৰ এটা ইচ্ছা জন্মিল আৰু পুথিখনৰ অনুবাদ কৰিবলৈ লওঁ। কিয়নো অনুবাদ সাহিত্যৰদ্বাৰাহে বেলেগ বেলেগ ভাষা-ভাষী মানুহে পৰস্পৰৰ সাহিত্য-সৌন্দৰ্য্য উপভোগ কৰিব পাৰে আৰু তেওঁলোকৰ মাজত ভাবৰ আদান-প্ৰদান আৰু মিলা-প্ৰীতি বাঢ়ে আৰু তাৰ লগে লগে সাহিত্যৰ ভঁৰালো চহকী হয়। এই উদ্দেশ্যকে সাৰোগত কৰি লৈ মই অনুবাদৰ কাম হাতত ললোঁ। ইতিমধ্যে মণ্টেচৰী পদ্ধতিৰ শিক্ষা লবলৈ মই মাদ্ৰাজলৈ যাবলগা হয় আৰু সেই অনুবাদৰ কাম অসমাপ্ত অৱস্থাতে থাকিল। এবছৰৰ পাচত ডিব্ৰুগড়লৈ উভতি আহি অনুবাদৰ কাম শেষ কৰিলোঁ। অধ্যাপক ভট্টাচাৰ্য্যদেৱে পুথিখন চাই-চিতি শুধৰাই দিলে। তেখেতে অমূল্য সময় খৰচ কৰি পুথিখন আগৰেপৰা গুৰিলৈকে চাই দি মোক যি উপকৃত কৰিলে আৰু অনুবাদ সাহিত্যৰ প্ৰতি মোক যি অনুপ্ৰেৰণা দিলে সেই বাবে মই তেখেতৰ ওচৰত চিৰঋণী। এইদৰে ভৱিষ্যতেও তেখেতৰপৰা উৎসাহ আৰু আশীৰ্ব্বাদ কামনা কৰিলোঁ।

তাৰ পিচত পুথিখন প্ৰকাশৰ বাবে "ৰাচেল প্ৰকাশক" George Allen and Unwin কোম্পানিৰ সংশ্লিষ্ট কৰ্ত্তৃপক্ষৰ

লগত লিখা-লিখি কৰোঁ। কিন্তু সেই কোম্পানিয়ে গাইগুটীয়া ভাৱে এজনক এই অনুমতি দিয়া নহয়, কোনো পুথি প্ৰকাশক অনুষ্ঠানকহে প্ৰকাশৰ অনুমতি দিয়া হয় বুলি মোক জনালে। কেবাজনো প্ৰকাশকৰ লগত এই বিষয়ে কথা-বতৰা হলোঁ, কিন্তু এনে এখন টান আৰু খৰচবহুল পুথি প্ৰকাশ কৰি ক্ষতিগ্ৰস্ত হব লগাৰ ভয়ত কিজানি তেখেতসকল কোনেও মোক উৎসাহিত কৰিব নোৱাৰিলে। অৱশেষত "অসম প্ৰকাশন পৰিষদ"লৈ আবেদন কৰোঁ আৰু সেই বিভাগৰ সচিব শ্ৰদ্ধেয় শ্ৰীযুত বিশ্বনাৰায়ণ শাস্ত্ৰী এম-এ মহোদয়ে অতি সহানুভূতিৰে সৈতে অনুবাদৰ পাণ্ডুলিপিখন গ্ৰহণ কৰাৰ কাৰণেই আজি পুথিখন অসমৰ সুধীসমাজলৈ আগবঢ়াব পাৰিলোঁ; নহলে ব্যক্তিগত সামৰ্থ্যৰে মই কেতিয়াও এই কাম কৰিবলৈ সক্ষম নহলোঁহেতেন। সেই কাৰণে অসম প্ৰকাশন পৰিষদৰ মাননীয় সচিব আৰু সদস্যসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

এনে এখন পুথিৰ আখৰে আখৰে অনুবাদ বৰ কষ্টসাধ্য। সেই কাৰণে লেখকৰ ভাৱধাৰা আৰু আমাৰ ভাষাৰ মাজত সামঞ্জস্য ৰক্ষা কৰিবলৈ কোনো কোনো ক্ষেত্ৰত পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন কৰিব লগা হৈছে। এনে কৰোঁতে হয়তো নানা ধৰণৰ ক্ৰটী ৰৈ গৈছে।

পুথিখন পঢ়ি আমাৰ শিক্ষক-শিক্ষয়িত্ৰী, ছাত্ৰ-ছাত্ৰী আৰু শিশুসকলৰ পিতৃ-মাতৃৰ যদি অকণমানো উপকাৰ হয়, তেনেহলেই মোৰ পৰিশ্ৰম আৰু চেষ্টা সাৰ্থক হৈছে বুলি ভাবিম।

ডিব্ৰুগড়
বিজয়া-দশমী
১৯৬২

বিনীতা
শৈলবালা বৰুৱা

# সূচীপত্র

## প্ৰথম খণ্ড



## দ্বিতীয় খণ্ড

## তৃতীয় খণ্ড



—※—

# শিক্ষা-প্ৰসঙ্গ

---

## প্ৰথম খণ্ড

### প্ৰথম অধ্যায়

শিক্ষা সম্বন্ধীয় পুৰণি প্ৰৱন্ধ-পাতিবোৰ পঢ়িলে দেখা যায় যে শিক্ষা পদ্ধতিবোৰ সদায় পৰিবৰ্ত্তন হৈ আহিছে। ল'ক ( Locke ) আৰু ৰুচ' ( Roussea ) ১৯শ শতিকাৰ আগৰ দুজন প্ৰসিদ্ধ শিক্ষাসংস্কাৰক। সেই সময়ৰ শিক্ষা-পদ্ধতিক সংশোধন কৰি তেওঁলোকে খ্যাতি লাভ কৰিছিল। কিন্তু বৰ্ত্তমানৰ শিক্ষা-ব্ৰতীসকলৰ দৰে তেওঁলোকে সংস্কাৰৰ কামত সিমান প্ৰগতিশীল হব পৰা নাছিল। উদাহৰণ স্বৰূপে কব পাৰি যে দুয়োজন গণতান্ত্ৰিক আৰু উদাৰনৈতিক ভাবধাৰাৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল; সম্ভ্ৰান্ত বংশীয় লৰাৰ উপযোগী শিক্ষা-পদ্ধতিৰ অনুশীলনত কেনেকৈ এজন মানুহে তেওঁৰ গোটেই জীৱন উৎসৰ্গ কৰিব লগা হয়, তাৰ বিষয়ে বেচিকৈ দুয়ো জোৰ দিছিল। কিন্তু শিক্ষা আজি আৰু মুষ্টিমেয় সম্ভ্ৰান্ত মানুহৰ সন্তানসকলৰ জ্ঞান লাভৰ কাৰণেই নহয়; শিক্ষাৰ ক্ষেত্ৰ এতিয়া বহল। সেই কাৰণে তেওঁলোকৰ নীতি যিমানেই ভাল নহওক আধুনিক দৃষ্টিসম্পন্ন মানুহে সম্পূৰ্ণ-ভাৱে সেই কথা মানি লব নোখোজে। নিজ সন্তানৰ বিদ্যা শিক্ষাৰ বিশেষ সুবিধা পাবলৈ হয়তো প্ৰত্যেক পিতাই আজি আশা কৰে, কিন্তু সকলোৱে যাতে সমান ভাৱে লৰা-ছোৱালীক শিক্ষা দিব পাৰে, তেনে শিক্ষা-পদ্ধতিৰ হে আৱশ্যক।

প্ৰতিটি লৰা-ছোৱালীৰ কাৰণে একো একোজন শিক্ষক নিয়োগ কৰাৰ প্ৰাচীন ধাৰণা বৰ্ত্তমান একেবাৰে অচল। সম্ভ্ৰান্তসকলে নিজ সন্তান-সন্ততিৰ শিক্ষাৰ কাৰণে যি বিশেষ সুযোগ সুবিধা দিব পাৰিছে, সকলোৱে সেই বিশেষ সুবিধা নিজৰ লৰা-ছোৱালীক দিব নোৱাৰে বুলিয়েই যে ডাঙৰ মানুহবিলাকে তেওঁলোকৰ বিশেষ সুবিধাবোৰ এৰি দিব, তেনে কথা নহয়। ই ন্যায়ৰ নামত সভ্যতাক বলি দিয়াৰ নিচিনা কথা। কিন্তু প্ৰকৃত পক্ষে শিক্ষাৰ পদ্ধতি এনে সুপৰিকল্পিত ভাৱেৰে প্ৰণয়ন কৰা হব লাগে, যাতে ধনী-দুখী সকলোৱেই সমান ভাৱে তাক ভোগ কৰিব পাৰে। সকলো লৰা-ছোৱালীয়ে সমান ভাৱে গ্ৰহণ কৰিব পৰা শিক্ষা-পদ্ধতি সহজসাধ্য নহলেও ই আমাৰ লক্ষ্য হোৱা উচিত। আজি-কালি এই কথা প্ৰত্যেকেই মানিব বুলি আমি ভাবোঁ। আমাৰ আদৰ্শ হব গণতান্ত্ৰিক। এই শিক্ষা-পদ্ধতি সকলো শিক্ষাৰ্থীৰ কাৰণে গ্ৰহণযোগ্য হলেও অসাধাৰণ মেধাবী শিক্ষাৰ্থীৰ কাৰণে উন্নত ধৰণৰ শিক্ষা-পদ্ধতিৰ প্ৰয়োগৰ পথত ই কোনো বাধা সৃষ্টি নকৰে। এই গণতান্ত্ৰিক আদৰ্শই ল'ক আৰু ৰুচ'ৰ লিখনীত স্থান পোৱা নাই। যদিও আভিজাত্যত ৰুচ'ৰ বিশ্বাস নাছিল, তথাপি তেওঁৰ এই অবিশ্বাসে তেওঁৰ শিক্ষা সম্বন্ধীয় ভাবধাৰাক প্ৰভাৱিত কৰা নাই।

গণতন্ত্ৰ আৰু শিক্ষা সম্বন্ধে আমাৰ ধাৰণা স্পষ্ট হোৱা উচিত। এটা কৃত্ৰিম সমতা সৃষ্টি কৰা এই সাধাৰণ শিক্ষা-পদ্ধতিৰ উদ্দেশ্য নহয়। কোনো কোনো লৰা-ছোৱালীৰ বুদ্ধি আন লৰা-ছোৱালীৰ বুদ্ধিতকৈ বেচি হোৱা দেখা যায়। সেই কাৰণে উচ্চশিক্ষাত তেওঁলোকে অধিক সফলতা লাভ কৰিব পাৰে। কিছুমান শিক্ষক বেচি শিক্ষিত আৰু শিক্ষা দানৰ স্বাভাৱিক দক্ষতাও তেওঁলোকৰ বেচি। কিন্তু সুযোগ্য শিক্ষকৰ সাহায্যলাভ হয়তো প্ৰত্যেক লৰা-ছোৱালীৰ কাৰণে কেতিয়াও সম্ভৱপৰ নহয়। যদিও প্ৰত্যেককে

ভাল শিক্ষা দিব লাগে, তথাপি বৰ্ত্তমান পৰিস্থিতিত প্ৰত্যেকেই তেনে ধৰণেৰে শিক্ষা পোৱা অসম্ভৱ। এতেকে শিক্ষাক্ষেত্ৰত গণতন্ত্ৰৰ কঠোৰ দাবী মানিবলৈ হলে আমি এনে সিদ্ধান্ত মানি লব লগাত পৰিব যে কোনেও যেন শিক্ষা নোপোৱাই উচিত। এনে অভিমত গ্ৰহণ কৰিলে বৈজ্ঞানিক উন্নতিৰ বাট বন্ধ হৈ যাব আৰু শিক্ষাৰ সাধাৰণ মান শ শ বছৰ পিচ পৰি বব। বৰ্ত্তমান এটা যান্ত্ৰিক সমতাৰ নামত প্ৰগতিক বলি দিয়া উচিত নহব। সামাজিক অবিচাৰবোৰৰ মাজেদি যিবোৰ অৱদান আমি পাইছোঁ, সেইবোৰ যাতে ধ্বংস নহয় তাৰ কাৰণে শিক্ষাক্ষেত্ৰত গণতন্ত্ৰৰ দাবী আমি খুব যত্নেৰে বিবেচনা কৰিবই লাগিব।

যি শিক্ষাই সকলোৰে মঙ্গল সাধন নকৰে আৰু সকলোৱে যাক সমান ভাৱে আয়ত্ত কৰিব নোৱাৰে তেনেকুৱা শিক্ষা-পদ্ধতিক আমি সন্তোষজনক বুলি মানিব নোৱাৰোঁ। ধনীৰ সন্তানে তেওঁলোকৰ মাকৰ মৰম চেনেহৰ উপৰিও চাকৰ বাকৰ আদিৰ যত্নত লালিত পালিত হয়; সৰ্ব্বসাধাৰণৰ লৰা-ছোৱালীয়ে সেই সেৱা-যত্ন বা সুযোগ-সুবিধা নেপায়। দুখীয়া পিতা-মাতাৰ সন্তানসকলে এনে সুবিধাৰ কথা সপোনতো ভাবিব নোৱাৰে। অতিৰিক্ত সুযোগ সুবিধাই ধনীৰ লৰা-ছোৱালীক বৰঞ্চ পৰমুখাপেক্ষী কৰিহে তোলে। সেই কাৰণে এনে পৰিবেশ তেওঁলোকৰ কাৰণে বাঞ্ছনীয় হয়নে নহয়—সিও ভাবিবলগীয়া কথা। বিশেষ ক্ষেত্ৰত, যেনে—কোনো অস্বাভাৱিক ভাৱে কম বুদ্ধিৰ লৰা-ছোৱালী অথবা অসাধাৰণ „মেধাবী শিক্ষাৰ্থীৰ· কাৰণে আমি বিশেষ সুবিধা দিয়াৰ কথা ভাবিব পাৰোঁ। কিন্তু তাৰ বাহিৰে কেইজনমান অভিজাত ধনীৰ সন্তানৰ কাৰণে বিশেষ সুবিধাদানৰ কথা কোনো বিবেচক লোকেই সমৰ্থন কৰিব নোৱাৰে।

আজিৰ দিনৰ জ্ঞানী পিতা মাতাই সম্ভৱ হলে প্ৰকৃত পক্ষে যিটো শিক্ষা সাৰ্ব্বজনীন নহয়, তেনে কোনো এটা শিক্ষা-পদ্ধতিৰে তেওঁৰ লৰা

ছোৱালীক শিক্ষা দিব খুজিব। সেই কাৰণে নতুন পদ্ধতিবোৰ তেওঁলোকে পৰীক্ষা কৰি চালে ভাল হয়। যদি সেই পদ্ধতিবোৰ উপকাৰী বুলি প্ৰমাণিত হয় তেনেহলে সেই পদ্ধতি যাতে সাৰ্ব্বজনীন কৰিব পাৰি তাৰো চেষ্টা কৰিব লাগিব ; কিন্তু যি পদ্ধতি স্বভাৱতে বিশেষ অধিকাৰপ্ৰাপ্ত কেইজনমানৰ হে কামত আহে তেনে পদ্ধতি কেতিয়াও গ্ৰহণ কৰিব নেলাগে। সৌভাগ্যক্ৰমে বৰ্ত্তমান শিক্ষানীতি আৰু তাৰ প্ৰয়োগ বেচি ভাগেই গণতান্ত্ৰিক ধৰণৰ যেন দেখা যায়। উদাহৰণ স্বৰূপে কব পাৰি যে অতি অনুন্নত ঠাইৰ লৰা-ছোৱালীৰ মাজত মেডাম্ মণ্টেচৰীয়ে কাম আৰম্ভ কৰিছিল। উচ্চ শিক্ষাৰ ক্ষেত্ৰত অসাধাৰণ ক্ষমতা থকা ছাত্ৰ-ছাত্ৰীবোৰৰ কাৰণে বিশেষ সুবিধা দিব লাগিবই ; কিন্তু তাৰ বাহিৰে আন লৰা-ছোৱালীৰ কাৰণে যি শিক্ষা-পদ্ধতি প্ৰচলন কৰা হব, সেই পদ্ধতি সাধাৰণ লৰা-ছোৱালীৰ কাৰণে ক্ষতিকৰ হোৱাৰ কোনো কাৰণ থাকিব নোৱাৰে।

শিক্ষা সম্বন্ধে বৰ্ত্তমান যুগৰ দাবী এই যে শিক্ষা অকল মানুহৰ অলঙ্কাৰ স্বৰূপ নহৈ জীৱনৰ পক্ষে এটি প্ৰয়োজনীয় বস্তু হব লাগিব। লৰাবিলাকৰ শিক্ষা-ক্ষেত্ৰত প্ৰাচীন আৰু আধুনিক শিক্ষাপদ্ধতিৰ মাজত ভালকৈয়ে দ্বন্দ্ব দেখিবলৈ পোৱা যায়। ছোৱালীবিলাকৰ শিক্ষাই তেওঁলোকক একোগৰাকী "ভদ্ৰমহিলা" কৰিবনে, জীৱন-পথত স্বাৱলম্বী কৰিব, ই-ও এক প্ৰশ্ন। পুৰুষৰ সৈতে নাৰীৰ সমান অধিকাৰৰ দাবীয়ে শিক্ষাৰ প্ৰশ্নক আৰু জটিল কৰি তুলিছে। পুৰুষক যি শিক্ষা দিয়া হৈছে. সেই শিক্ষা নাৰীৰ কাৰণে উপযোগী নহলেও সেই শিক্ষাকে লাভ কৰিবলৈ চেষ্টা কৰা দেখা যায়। ফলত নাৰী শিক্ষাবিদসকলেও লৰাক দিয়া 'অপ্ৰয়োজনীয়' শিক্ষাৰ দৰে ছোৱালী বিলাককো 'অপ্ৰয়োজনীয়' শিক্ষা দিবলৈ বিচাৰিছে আৰু মাতৃত্বৰ পক্ষে উপযোগী শিক্ষা যে স্ত্ৰীশিক্ষাৰ অন্ততঃ এটা অংশ হোৱা উচিত, সেই মতবাদৰো ঘোৰ বিৰোধিতা কৰিছে। আমি দেখিছোঁ যে নাৰীসকলক

এনে শিক্ষাই 'নিপুণা তিৰোতা'ৰ আদৰ্শৰপৰা তললৈ নমাইছে। সেই কাৰণে এনে সিদ্ধান্তৰপৰা হাত সাৰিবলৈ বৰ্ত্তমান আমি লৰাৰ শিক্ষানো কেনে হোৱা উচিত, তাৰ বিষয়ে ভাবিব লাগিব।

ওপৰোক্ত প্ৰশ্নৰ মীমাংসাৰ কাৰণে নানা তৰ্ক বিতৰ্কৰ অৱতাৰণা হোৱা দেখা যায়। লৰাবোৰে ঘাইকৈ প্ৰাচীন ভাষা-সাহিত্য শিকিব নে বিজ্ঞান শিকিব ? আন আন যুক্তিৰ লগতে কোৱা হয় যে ভাষা-সাহিত্য ইত্যাদি অলঙ্কাৰ স্বৰূপ; কিন্তু বিজ্ঞান আমাৰ জীৱন-যাত্ৰাৰ প্ৰতি পদতে পৰম বন্ধু। তেনেহলে শিক্ষাৰ উদ্দেশ্য কি হব ? ই কোনো বিশেষ বিশেষ কাৰিকৰী শিক্ষা, অথবা জীৱন ধাৰণৰ উপযোগী কোনো বিশেষ অৰ্থকৰী বিদ্যালাভ কৰাটোহে হ'ব নে কি ? অৱশ্যে অলঙ্কাৰ স্বৰূপ শিক্ষা আৰু প্ৰয়োজনীয় শিক্ষাৰ মাজত যি দ্বন্দ্ব চলি আহিছে সেই দ্বন্দ্ব অপ্ৰাসঙ্গিক নহয়; অৱশ্যে আমি এই বিষয়ে কোনো খাটাং সিদ্ধান্তত উপনীত হ'ব পৰা নাই। শিশুক শুদ্ধ কথাবাৰ্ত্তা আৰু সুন্দৰ আচাৰ-ব্যৱহাৰৰ বিষয়ে শিকোৱাটো আমাৰ লক্ষ্য হোৱা উচিত হ'বনে, নাই সেইবোৰক আভিজাত্যৰ ধ্বংসাৱশেষ বুলিহে মানিব লাগিব ? শিল্পীৰ বাহিৰে আন মানুহৰ কাৰণে প্ৰশংসাৰ কিবা মূল্য আছেনে ? উচ্চাৰণ জানো ধ্বন্যাত্মকেই হব লাগে ? 'প্ৰয়োজনীয়' আৰু আলঙ্কাৰিক শিক্ষাৰ দ্বন্দ্বৰ প্ৰসঙ্গত এনেকুৱা ধৰণৰ বহুত প্ৰশ্নৰ অৱতাৰণা কৰা হয়।

তথাপিতো মোৰ বিশ্বাস যে এইবোৰ বাকবিতণ্ডাৰ কোনো ভিত্তিয়েই নাই। "প্ৰয়োজনীয়" আৰু "আলঙ্কাৰিক" এই শব্দ দুটাৰ স্পষ্ট সংজ্ঞা দিলেই আৰু কোনো দ্বন্দ্ব থাকিব নোৱাৰে। আমি যদি 'কাৰ্য্যকৰী' শব্দৰ উদাৰ ব্যাখ্যা আৰু 'আলঙ্কাৰিক' শব্দৰ সঙ্কীৰ্ণ ব্যাখ্যা কৰোঁ, তেতিয়া এক পক্ষৰ জয় হব—যদি আমি ঠিক বিপৰীত ভাৱে ইয়াৰ অৰ্থ কৰোঁ, তেতিয়া আন পক্ষৰ জয় হব। যি কামৰ ফল মঙ্গলজনক, সেই কামেই প্ৰকৃত পক্ষে প্ৰয়োজনীয়। কিন্তু সেই

কামৰ ফল অকল প্ৰয়োজনীয় কাৰণেই কামটো মঙ্গলজনক বুলি ভাবিলে নহব, আন কাৰণেও ভাল হব লাগিব। নহলে সেই 'মঙ্গলজনক' কথাৰ কোনো অৰ্থই নেথাকে। এই কথা দৃঢ় ভাৱে কব পাৰি যে ভাল কামৰেইহে সদায় ভাল ফল হয়। প্ৰকৃতপক্ষে প্ৰয়োজনীয় বস্তুৱে কেৱল মাত্ৰ প্ৰয়োজনীয় ফলকেই উৎপাদন কৰাত আৱদ্ধ নেথাকে। কেতিয়াবা লানি নিছিগাকৈ ঘটা কিছুমান ঘটনাৰ শেষলৈকে অপেক্ষা কৰিহে আমি এনে কোনো ফলত উপনীত হ'ব পাৰোঁ—যাক আমি নিঃসঙ্কোচে আৰু সৰ্ব্বতোভাৱে মঙ্গলজনক বুলিব পাৰোঁ আৰু ইয়াকেই প্ৰকৃততে শুভ বুলিব পাৰি। উদাহৰণ স্বৰূপে নাঙল এবিধ প্ৰয়োজনীয় বস্তু ; কাৰণ নাঙলেৰে মাটি চহোৱা হয়। কিন্তু মাটি চহোৱাটোৱেই এটা শুভকাম নহয়। ইয়াৰো এটা উদ্দেশ্য আছে। মাটি চহোৱা হয় গুটি সিঁচিবৰ কাৰণে। গুটি সিঁচাটো প্ৰয়োজনীয়, কাৰণ ইয়াৰপৰা শস্য উৎপাদন হয়। শস্য প্ৰয়োজনীয়, কাৰণ শস্যৰপৰাই খাদ্যৰ উৎপত্তি হয়। খাদ্যও প্ৰয়োজনীয়, কিয়নো খাদ্য আমাৰ জীৱন ধাৰণৰ প্ৰধান উপায়। কিন্তু জীৱনৰো এটা নিজস্ব উদ্দেশ্য বা মূল্য থকা আৱশ্যক। আমাৰ জীৱন যদি আন এটা জীৱনৰো উপায মাত্ৰ হলহেঁতেন তেতিয়া এই জীৱনৰ কোনো মূল্য নেথাকিলহেঁতেন। অৱশ্যে পৰিবেশৰ প্ৰভাৱত জীৱনৰ গতি ভাল বা বেয়াৰ ফালে ঢাল লব পাৰে। সেই কাৰণে যি জীৱন শুভকামত নিয়োজিত কৰা হয় সেই জীৱনেই হে অকল প্ৰয়োজনীয় জীৱন।

এই ধাৰাবাহিক প্ৰয়োজনীয়তাৰ শিকলিৰ শেষলৈকে আমি আগুৱাই যাব লাগিব। সেই শিকলিডাল যিটো গজালত আঁৰি থোৱা আছে সেই গজালটো আমি বিচাৰি উলিয়াব লাগিব। যদি আমি তেনে কৰিব নোৱাৰোঁ, তেনেহলে বুজিব লাগিব যে সেই শিকলিৰ সূত্ৰৰ মাজত কোনো প্ৰয়োজনীয়তা নাই। 'প্ৰয়োজনীয়'

এই শব্দটো উপৰোক্তভাৱে ব্যাখ্যা কৰিলে শিক্ষা প্ৰয়োজনীয় হয়নে নহয় এনে ধৰণৰ কোনো প্ৰশ্নই নুঠে। অৱশ্যে এনে ধৰণৰ প্ৰশ্ন উঠা উচিত। কাৰণ শিক্ষাদান পদ্ধতি কোনো এটা লক্ষ্যত উপস্থিত হোৱাৰ উপায় মাত্ৰ। কিন্তু এই পদ্ধতিটিয়েই চৰম লক্ষ্য নহয়। শিক্ষাক্ষেত্ৰত যিবিলাকে ব্যৱহাৰিক প্ৰয়োজনীয়তাৰ দাবী কৰে তেঁওলোকে এই সত্যৰ কথা মনত নেৰাখে। শিক্ষাৰ ফল যে প্ৰয়োজনীয় হোৱা উচিত, সেই দাবীহে তেওঁলোকে কৰে। ইয়াৰ সাধাৰণ অৰ্থ এই যে যি যন্ত্ৰপাতি তৈয়াৰ কৰিব, তেৱেঁই শিক্ষিত। যন্ত্ৰপাতিৰ প্ৰয়োজনীয়তা কি? এই প্ৰশ্নৰ শেষ উত্তৰ পাম যে যন্ত্ৰপাতিৰদ্বাৰা প্ৰয়োজনীয় বস্তু বাহানি, যেনে:—ঘৰ-দুৱাৰ, খোৱা বস্তু, পোছাক-পৰিচ্ছদ আদি তৈয়াৰ কৰা হয়, আৰু তাৰ লগে লগে শাৰীৰিক সুখ-সন্তোষৰ বিধান হয়। এই দৰে আমি দেখিবলৈ পাওঁ যে শিক্ষাক্ষেত্ৰত প্ৰয়োজনবাদীসকলে অকল শাৰীৰিক সন্তোষকেহে প্ৰকৃত মূল্য দিয়ে। যি শিক্ষাই শাৰীৰিক প্ৰয়োজন আৰু বাসনাক তৃপ্তি দিয়ে সেয়েই প্ৰয়োজনীয় শিক্ষা। এইদৰে যদি প্ৰয়োজনবাদীসকলে শিক্ষা সম্বন্ধে চৰম দৰ্শন (ultimate philosophy) প্ৰচাৰ কৰে তেনেহলে এইটো তেওঁলোকৰ পক্ষে ভুল হ'ব। এই পৃথিৱীত বহুত লোকে অনাহাৰত থাকিব লগা হয়। এনে অৱস্থাত আন যি কোনো বস্তুতকৈ কোনো এক মুহূৰ্ত্তত শাৰীৰিক প্ৰয়োজন চৰিতাৰ্থ কৰাৰ বেচি জৰুৰী হৈ পৰিবও পাৰে। এতেকে ৰাজনৈতিক দিশৰপৰা প্ৰয়োজনবাদীৰ অভিমত সত্য হবও পাৰে।

এই বিতৰ্কৰ আনটো দিশ বিবেচনা কৰিবলৈ হলেও প্ৰায় একে ধৰণৰে বিশ্লেষণৰ প্ৰয়োজন। শিক্ষাৰ আনটো দিশ আলঙ্কাৰিক বোলাৰ অৰ্থ হৈছে প্ৰয়োজনবাদৰ যুক্তি কিছু পৰিমাণে মানি লোৱা। কাৰণ অলঙ্কাৰ বোলোতে সাধাৰণতে কম বেচি পৰিমাণে নগণ্য বস্তুকেই বুজায়। ভদ্ৰলোক বা ভদ্ৰমহিলাৰ গতানুগতিক ধাৰণাৰ

সম্বন্ধত ‘আলঙ্কাৰিক’ এই বিশেষণটো সমৰ্থনযোগ্য। অষ্টাদশ শতাব্দীৰ ভদ্ৰলোকসকল মধুভাষী আছিল। উপযুক্ত ক্ষেত্ৰত প্ৰাচীন সাহিত্যৰ সুন্দৰ সুন্দৰ বাক্য উদ্ধৃত কৰিছিল। সুন্দৰ সাজ-পোছাক পিন্ধিছিল, শিষ্টাচাৰনো কি, সেই কথা খুব ভালকৈ জানিছিল। কেতিয়ানো দ্বৈৰথ যুদ্ধৰদ্বাৰা সুনাম বাঢ়িব, সেই কথাও তেঁওলোকে ভালকৈ জানিছিল। “Rape of the Lock” নামৰ কিতাপত আমি দেখিবলৈ পাওঁ যে তাৰ নায়কজন বৰ দাম্ভিক আৰু জাকজমকপ্ৰিয় আছিল। তেওঁক বহুমূলীয়া নস্যৰ টেমাৰ লগত তুলনা কৰা হৈছে। তেওঁ দেখিবলৈ ধুনীয়া হলেও অতি নিষ্কৰ্ম্মা। অতি সঙ্কীৰ্ণ অৰ্থত তেওঁৰ শিক্ষা আছিল আলঙ্কাৰিক। বৰ্ত্তমান জগতত মাত্ৰ তেওঁৰ গাত থকা গুণৰ দ্বাৰা বিভূষিত হোৱা ধনী মানুহ আমাৰ মাজত খুব কমেই আছে। আগতে চলি অহা মতে আলঙ্কাৰিক শিক্ষাৰ আদৰ্শ আছিল আভিজাত্য দান কৰা; কাৰণ এই শিক্ষাৰ কথা ভাবোতেই এনে এবিধ মানুহৰ কথা বুজায় যে যাৰ প্ৰচুৰ ধন-সম্পত্তি আছে, কিন্তু কোনো কামৰ প্ৰয়োজন নাই। এই ভদ্ৰলোক আৰু ভদ্ৰমহিলাসকলক ঐতিহাসিক বস্তু বুলি বিবেচনা কৰিবলৈহে আমি ভাল পাওঁ। তেওঁলোকৰ চমু জীৱনী, তেওঁলোকৰ গাঁৱৰ সুন্দৰ সুন্দৰ ঘৰবোৰৰ স্মৃতিয়ে আমাক এক প্ৰকাৰৰ আনন্দ দিয়ে। কিন্তু তেনে ধৰণৰ আনন্দ আমি আৰু আমাৰ ভৱিষ্যত বংশধৰসকলক দিবলৈ নিবিচাৰোঁ। কিন্তু তেওঁলোকৰ গুণবোৰ যিমানেই বাস্তৱ নহক লাগিলে, কোনো ৰকমেই খুব উন্নত ধৰণৰ নাছিল। আৰু সেই গুণবোৰ ইমান বেচি অৰ্থব্যয়ৰ দ্বাৰা লাভ হৈছিল যে আমি তাক বিশ্বাসেই কৰিব নোৱাৰোঁ। এই-বোৰৰ কাৰণে কিমান খৰচ হৈছিল সেই কথাৰ সুন্দৰ বৰ্ণনা হোগাৰ্থে (Hogarth) লিখা ‘গিনলেন্’ (Gin Lane) নামৰ কিতাপত পোৱা যায়। বৰ্ত্তমান যুগত কোনেও এনে সঙ্কীৰ্ণ অৰ্থত আলঙ্কাৰিক শিক্ষাৰ পক্ষ সমৰ্থন নকৰে।

কিন্তু এইটো প্ৰকৃত সমস্যা নহয়। প্ৰকৃত সমস্যা হ'ল—যি বিদ্যাৰ প্ৰত্যক্ষ ব্যৱহাৰিক প্ৰয়োজনীয়তা আছে তেনে কোনো বিদ্যাৰ দ্বাৰা মনক সমৃদ্ধ কৰি তোলা, অথবা ব্যৱহাৰিক মূল্য নেথাকিলেও যি-বিদ্যা স্বভাৱতে ভাল, তেনেকুৱা বিদ্যা লাভ কৰা আমাৰ কৰ্ত্তব্য।

বাৰ ইঞ্চিত এফুট আৰু তিনিফুটে এগজ—এই কথাটো জনা সঁচাকৈয়ে অতি আৱশ্যক। কিন্তু ইয়াৰ সহজাত মূল্য একো নাই। য'ত মেট্ৰিক (Metric) পদ্ধতিৰ প্ৰচলন আছে তাত এই জ্ঞান প্ৰয়োজনীয় নহয়। আনফালে 'হেমলেট' (Hamlet) নাটকখন ভালকৈ জনাৰ হয়তো কোনো বাস্তৱ মূল্য নাই; কেৱল যি বোৰে দদায়েকৰ নিচিনা এজনক বধ কৰিবলৈ আগবাঢ়ে তেনে একোজনৰ কাৰণে এই নাটক এটি উৎকৃষ্ট বাস্তৱ উদাহৰণ স্বৰূপ হব পাৰে। তথাপি 'হেমলেট' আমাৰ এটি মানস সম্পদ। এনে সম্পদৰ অভাৱত আমি দুখ পাব লগা হয় আৰু এনেকুৱা সম্পদ থাকিলে আমি একো একোজন উৎকৃষ্ট মানৱ হব পাৰোঁ। যি বিলাকে ভাবে যে অকল প্ৰয়োজনীয়তাই শিক্ষাৰ উদ্দেশ্য নহয়, তেওঁলোকে উল্লিখিত মানস সম্পদ যোগাব পৰা শিক্ষাকেইহে সমৰ্থন কৰিব।

শিক্ষাৰ প্ৰয়োজনবাদী আৰু তেওঁলোকৰ বিৰুদ্ধবাদীৰ মাজত যি দ্বন্দ্ব চলি আহিছে তাৰ বেলেগ বেলেগ গুৰুত্বপূৰ্ণ তিনটা দিশ আছে। প্ৰথম অভিজাত আৰু গণতান্ত্ৰিকবোৰৰ মাজত হোৱা বিতৰ্ক,—কাৰণ অভিজাতসকলৰ অভিমত হল বিশেষ অধিকাৰযুক্ত শ্ৰেণীৰ মানুহবিলাকে নিজৰ ইচ্ছামতে বিশ্ৰাম উপভোগ কৰিব পাৰে। কিন্তু তেওঁলোকে কয় যে তলতীয়া মানুহবোৰে আনৰ প্ৰয়োজন সাধনৰ নিমিত্তেহে নিজৰ বিশ্ৰাম কামত লগাব লাগিব। গণতান্ত্ৰিকসকলৰ বিৰুদ্ধতায়ো অলপমান বিমোৰত পেলায়। কাৰণ অভিজাতসকলে তথাকথিত অপ্ৰয়োজনীয় বিদ্যালাভ কৰাটো তেওঁলোকে ভাল নেপায়। অথচ তেওঁলোকেই আকৌ কয় যে শ্ৰমজীৱীসকলৰ শিক্ষা কেৱল

প্ৰয়োজনীয় শিক্ষাতেই আৰম্ভ হোৱা উচিত নহয়। সেই কাৰণে আমি দেখো যে পুৰণি (ক্লাচিকেল) শিক্ষাৰ বিৰুদ্ধে গণতান্ত্ৰিক প্ৰতিবাদ আৰু শ্ৰমজীৱীসকলেও গ্ৰীক, লেটিন আদি শিকিব লাগিব, এই গণতান্ত্ৰিক দাবী একেলগে মিলিত হৈছে। এই মনোভাবত যদিও স্পষ্ট ধাৰণাৰ অভাৱ আছে, তথাপি প্ৰয়োগৰ ক্ষেত্ৰত প্ৰায় সঁচা। গণ-তান্ত্ৰিকসকলে প্ৰয়োজনীয় আৰু অপ্ৰয়োজনীয় এই দুটা ভাগেৰে মানৱ সমাজক ভাগ কৰিব নোখোজে। তেওঁলোকে এহাতেদি বেচি প্ৰয়োজনীয় জ্ঞান তথাকথিত 'আলঙ্কাৰিক' লোকসকলক দিব খোজে আৰু আনহাতেদি তথাকথিত 'প্ৰয়োজনীয়' মানুহবোৰকো আলঙ্কাৰিক শিক্ষা দিব খোজে। কিন্তু প্ৰকৃততে দেখিবলৈ পোৱা যায় যে কি পৰিমাণে এইবিলাক, অৰ্থাৎ প্ৰয়োজনীয় বিদ্যা আৰু আলঙ্কাৰিক বিদ্যা দিব লাগে, সেই কথা গণতন্ত্ৰই নিৰ্দ্ধাৰিত কৰা নাই।

দ্বিতীয় দ্বন্দ্ব এই যে তেওঁলোকৰ মাজত যি বোৰে অকল পাৰ্থিৱ কল্যাণকেই বিচাৰে আৰু যি বোৰে মানসিক আনন্দকেই প্ৰাধান্য দিয়ে তেখেতসকলৰ বিষয়ে আলোচনা কৰা হওক। অতি সম্পদ-শালী এজন ইংৰাজ বা আমেৰিকানক যদি যাদুবলেৰে 'এলিজাবেথ'ৰ যুগলৈ পঠিয়াই দিয়া সম্ভৱ হয়, তেতিয়াহলে তেওঁলোকে আকৌ বৰ্ত্তমান যুগলৈকে উভতি আহিবলৈ বিচাৰিব। বৰ্ত্তমান যুগৰ সুন্দৰ স্নানাগাৰ, চাহ, কফি, মটৰ গাড়ী, প্ৰসাধন আদি দৈহিক সুখ-স্বাচ্ছন্দ্যৰ অনন্ত সুযোগৰ অভাৱত তেওঁ অতিষ্ঠ হৈ পৰিব আৰু চেক্স্পীয়াৰ, ৰেলে (Raleigh), ফিলিপ্ চিডনি আদিৰ সঙ্গ, সুললিত সঙ্গীত, সুন্দৰ স্থাপত্য আদিয়ে তেওঁক অকণো শান্তি দিব নোৱাৰে। এনে ধৰণৰ মানুহ যেতিয়ালৈকে ৰক্ষণশীল মতবাদৰদ্বাৰা প্ৰভাৱান্বিত নহয়, তেতিয়ালৈকে তেওঁলোকে ভাবে যে শিক্ষাৰ মুখ্য উদ্দেশ্যই হৈছে নানাবিধ বস্তু তৈয়াৰ কৰা আৰু এই বস্তুবিলাকৰ পৰিমাণ বঢ়াই তোলা। চিকিৎসা-বিদ্যা আৰু স্বাস্থ্য-বিজ্ঞানক তেওঁলোকে তেওঁলোকৰ

আদৰ্শ শিক্ষা-পদ্ধতিত স্থান দিব পাৰে, কিন্তু সাহিত্য, কলা, দৰ্শন আদি বিষয়ত তেওঁলোকৰ অকণো উৎসাহ নাই। ইউৰোপৰ পুনৰভ্যুদয়ৰ ( Renaissance ) সময়ত প্ৰাচীন সাহিত্যমূলক শিক্ষাৰ ওপৰত যি আক্ৰমণ হৈছিল তাত তেওঁলোকেই যে শক্তি সঞ্চাৰ কৰিছিল, সেই বিষয়ে কোনো সন্দেহ নাই।

কিন্তু পাৰ্থিৱ সম্পদতকৈ মানসিক সম্পদ শ্ৰেষ্ঠ, কেৱল এই যুক্তিৰেই এনে মনোবৃত্তিক ৰোধ কৰিবলৈ চেষ্টা কৰা উচিত নহয়; আৰু এই দাবী সত্য হলেও ইয়েই একমাত্ৰ সত্য নহয়।

অৱশ্যে পাৰ্থিৱ সম্পদৰ মূল্য যে বৰ বেচি নহয় এই কথা সঁচা। কিন্তু পাৰ্থিৱ সম্পদৰ দোষ-ত্ৰুটিৰ প্ৰভাৱ এনে অশুভ যে ই অতুলনীয় মানস সম্পদকো নষ্ট কৰি দিব পাৰে। মানুহ যেতিয়া দূৰদৃষ্টি সম্পন্ন হ'ল তেতিয়াৰপৰাই বেমাৰ-আজাৰ, অনিদ্ৰা-অনাহাৰ আৰু তেনে ধৰণৰ ভয় আদিয়ে বেচিভাগ মানুহৰ জীৱনকে যেন আন্ধাৰ কৰি পেলালে। এনেকুৱা ক্ষেত্ৰত মানুহৰ অৱস্থা এটি সামান্য পক্ষীতকৈয়ো দুখলগা। কত চৰায়ে অনাহাৰত প্ৰাণত্যাগ কৰিব লগা হয়, কিন্তু যেতিয়া সিহঁতে প্ৰচুৰ পৰিমাণে খোৱাবস্তু পায় তেতিয়া সিহঁতৰ আনন্দৰ পাৰ নাইকিয়া হয়; কিয়নো সিহঁতৰ ভৱিষ্যতৰ কাৰণে অকণো চিন্তা নাই। কিন্তু যি দুখীয়া কৃষকে দুভিক্ষৰ কবলৰপৰা আত্মৰক্ষা কৰিব পাৰিছে, তেওঁৰ মনত দুৰ্ভিক্ষৰ কৰাল গ্ৰাসৰ ভয়ে চিৰ দিনলৈ এটি মচিব নোৱাৰা সাঁচ বহুৱাই থৈ যায়।

মানবেতৰ প্ৰাণীৰ কথা একেবাৰে বেলেগ। কোনো আনন্দৰ পৰিণামত যদি মৃত্যুও হয় তেতিয়াও সিঁহতে সেই মৃত্যুকো আনন্দেৰে বৰণ কৰিবলৈ পিচ নোহোঁহকে। সুযোগ পালে সিঁহতে সেই আনন্দ ভোগ কৰিবই। কিন্তু নামমাত্ৰ পাৰিশ্ৰমিকৰ বিনিময়তো মানুহে বহুত দিনলৈকে পৰিশ্ৰম কৰিবলৈ প্ৰস্তুত হয়। মৰিবলৈ সি নিবিচাৰে। অধিকাংশ মানুহেই প্ৰায় সম্পূৰ্ণ নিৰানন্দ জীৱন যাপন

কৰা দেখা যায়, কাৰণ আন যি কোনো প্ৰকাৰে জীৱন যাপনৰ চেষ্টা কৰিলে তেওঁলোকৰ জীৱন সংক্ষিপ্ত হোৱাৰ আশঙ্কা। শিল্পবিপ্লৱ আৰু তাৰ উৎপাদিত বস্তুৰ কাৰণেই ইতিহাসৰ পাতত সৰ্ব্বপ্ৰথম এনে এখন জগতৰ সৃষ্টি এতিয়া সম্ভৱ হৈছে—য'ত প্ৰত্যেকেই সুখী হবলৈ যুক্তিসঙ্গত সুবিধা পাব। আজি আমি একান্ত শুভ ইচ্ছাৰদ্বাৰা পাথিৱ দুখ কষ্ট বহু পৰিমাণে লাঘৱ কৰিব পাৰোঁ। বিজ্ঞান আৰু গঠনমূলক কৰ্ম্মপদ্ধতিয়ে গোটেই পৃথিৱীৰ মানুহৰ খাদ্য আৰু বাসস্থানৰ বন্দবস্ত কৰিব পাৰে। এই ক্ষেত্ৰত প্ৰাচুৰ্য্য আনিব নোৱাৰিলেও অন্ততঃ মানুহৰ বেচিভাগ দুখ কষ্টকে লাঘৱ কৰিব। বেমাৰৰ লগত সংগ্ৰাম কৰা, পুৰণি বেমাৰক ক্ৰমে আঁতৰ কৰা আৰু যি জন্মহাৰ বৃদ্ধিয়ে খাদ্য ব্যৱস্থাক বিকল কৰিব খোজে তাকো প্ৰতিৰোধ কৰা সম্ভৱ হব। যুদ্ধ বা তেনে ধৰণৰ নিষ্ঠুৰতা বা অত্যাচাৰে মানুহৰ অৱচেতন মনৰ যি অন্ধকাৰাচ্ছন্ন অৱস্থাৰ সৃষ্টি কৰিছে সেই অৱস্থাকো দূৰ কৰা সম্ভৱ হব পাৰে। এইবিলাক প্ৰচেষ্টাৰ সুফল বৰ্ণনাতীত; গতিকে যি শিক্ষাই তেনে সুদিনৰ সূচনা কৰিব তাৰ বিৰুদ্ধাচৰণ কৰা আমাৰ অন্যায় হব। প্ৰযোগ বিজ্ঞানেই তেনেকুৱা শিক্ষাৰ প্ৰধান অংশ হব লাগিব। প্ৰয়োজনাত্মক শিক্ষাৰ প্ৰধান যুক্তি এই যে লেটিন ( Latin ), গ্ৰীক ( Greek ) আদি ভাষা আৰু ডাণ্টে (Dante), চেক্সপিয়েৰ (Shakespeare), বাক (Bach), মেজাৰ্ট (Mozart) আদিৰ দৰে মনীষী নহলেও আমি আমাৰ আদৰ্শৰ নতুন জগত সৃষ্টি কৰিব পাৰোঁ। কিন্তু পদাৰ্থবিদ্যা, শৰীৰবিদ্যা আৰু মনস্তত্ত্বৰ অবিহনে সেই নতুন জগত আমি কেতিয়াও সৃষ্টি কৰিব নোৱাৰোঁ। তথাপি এই প্ৰশ্নৰ আৰু এটা দিশ আছে। যদি স্বাস্থ্য আৰু বিশ্ৰামৰ উপযুক্ত ব্যৱহাৰ কৰিবলৈ আমি পাহৰি যাওঁ তেনেহলে সেই স্বাস্থ্য আৰু বিশ্ৰামে আমাৰ কি উপকাৰ সাধিব? যি উত্তেজনাৰ ফলত মানুহে শান্তিলাভৰ ক্ষমতাৰপৰা বঞ্চিত হব পাৰে,

আন যি কোনো সংগ্ৰামৰ দৰে শাৰীৰিক দুঃখৰ বিৰুদ্ধে কৰা সংগ্ৰামতো সেই উত্তেজনাৰ প্ৰশ্ৰয় দিয়া উচিত নহয়। সেই কাৰণে যাৰ পৰিণাম হিতকৰ তাক সংগ্ৰামত নষ্ট হবলৈ আমি দিব নোৱাৰোঁ।

উপৰোক্ত আলোচনাই আমাক আমাৰ বিতৰ্কৰ তৃতীয় প্ৰশ্নলৈ লৈ আহে। কেৱলমাত্ৰ তথাকথিত অপ্ৰয়োজনীয় বিদ্যাই জানো প্ৰকৃততে ভাল? যি কোনো প্ৰকৃততে ভাল বিদ্যা জানো অপ্ৰয়োজনীয়? গ্ৰীক, লেটিন প্ৰভৃতি ভাষাৰ শব্দৰূপ ইত্যাদি শিকা বৰ কষ্টকৰ; কিন্তু যেনেকৈ 'তিনিফুটে এগজ' এই জ্ঞানৰ কোনো সহজাত মূল্য নাই, ঠিক সেইদৰে এই প্ৰাচীন ভাষাৰ কষ্টসাধ্য জ্ঞানৰো কোনো সহজাত মূল্য নাই। আনফালে কব পাৰোঁ যে গণিত আৰু বিজ্ঞানৰ জ্ঞান কেৱল যে বেচি প্ৰয়োজনীয় তেনে নহয়, সেই জ্ঞানৰ সহজাত মূল্যও যথেষ্ট। কাৰণ এই জ্ঞানে আমাৰ উচ্চ চিন্তা আৰু ধাৰণাক পৰিপুষ্ট কৰে আৰু এই প্ৰৱঞ্চনাপূৰ্ণ সংসাৰত আমাক সত্যৰূপী কষটি পাথৰৰ সন্ধান দিয়ে। বিজ্ঞানৰ প্ৰতি এনে ধৰণৰ পক্ষপাতিতা ব্যক্তিগত খামখেয়ালি বুলি কিছুমানে ভাবিব পাৰে, কিন্তু প্ৰাচীন সাহিত্যৰদ্বাৰা লাভৱান হোৱাৰ কথাও বৰ্ত্তমান যুগৰ মানুহৰ এটা খামখেয়ালি মাত্ৰ। এনে খামখেয়ালিৰ তুলনা বিৰল। ফ্ৰান্স আৰু জাৰ্ম্মানী দেশৰো মূল্যৱান সাহিত্য আছে; ফৰাচী আৰু জাৰ্ম্মান ভাষাও সহজতে শিকিব পাৰি আৰু বাস্তৱ জগততো সেই ভাষাবিলাকে নানা প্ৰয়োজন সাধন কৰে। সেই কাৰণে লেটিন আৰু গ্ৰীকৰ বিৰুদ্ধে ফৰাচী আৰু জাৰ্ম্মান ভাষাৰ সমৰ্থন খুব বেচি দেখিবলৈ পোৱা যায়। যি বোৰ বিদ্যাৰ কোনো বাস্তৱ প্ৰয়োজনীয়তা নাই, সেইবোৰ বিদ্যাৰ মূল্যক হেয় জ্ঞান নকৰিও সঙ্গতভাৱে দাবী কৰিব পাৰি যে বিশেষজ্ঞসকলৰ কাৰণে যি শিক্ষা, সেই শিক্ষাৰ বাহিৰে আন সকলো বিদ্যা এনেভাৱে দান কৰিব লাগিব যাতে ব্যাকৰণৰ নিচিনা পাৰিভাষিক (technical) বিষয়ৰ শিক্ষাৰ বাবে প্ৰচুৰ সময় আৰু শক্তি ব্যয় কৰিব নেলাগে।

মানুহৰ বিদ্যাৰ পৰিমাণ বা মাত্ৰা আৰু মানুহৰ জীৱনৰ সমস্যাৰ জটিলতা ক্ৰমে বাঢ়ি আহিছে। সেই কাৰণে প্ৰত্যেক যুগৰ দাবী অনুসৰি শিক্ষা-পদ্ধতি সম্পূৰ্ণ নতুনৰূপে গঢ়ি তুলিব লাগিব। আমি মনত ৰাখিব লাগিব যে মীমাংসাৰ দ্বাৰা সমতা ৰক্ষা কৰা আমাৰ প্ৰয়োজন। আমাৰ শিক্ষা-পদ্ধতিত গ্ৰীক, লেটিন প্ৰভৃতিৰ দৰে পুৰণি সাহিত্যৰো স্থান থাকিব লাগিব। কিন্তু বিজ্ঞানে যিখন জগত সৃষ্টি হোৱা সম্ভৱ কৰি তুলিছে, যি বোৰ বিষয়ৰ অবিহনে সেই জগত সৃষ্টি হব নোৱাৰে, আমাৰ শিক্ষা-পদ্ধতিত সেই বিষয়বোৰক উপযুক্ত স্থান দিবৰ কাৰণে প্ৰাচীন সাহিত্য, ব্যাকৰণ ইত্যাদিক খুব সৰল কৰি তুলিব লাগিব। তথাকথিত প্ৰয়োজনীয় বিদ্যাতকৈ প্ৰাচীন সাহিত্য আদি কম প্ৰয়োজনীয় বুলি কোৱাটো আমাৰ উদ্দেশ্য নহয়। জীৱন পৰিপূৰ্ণ ভাৱে বিকশিত কৰিবলৈ হলে বিখ্যাত সাহিত্য, পৃথিৱীৰ ইতিহাস, সঙ্গীত, চিত্ৰবিদ্যা আৰু স্থাপত্যবিদ্যা আদি সম্বন্ধে অলপ অচৰপ জ্ঞান অপৰিহাৰ্য্য। এই জগৎখন কি হব পাৰে সেই কথা কেৱল আমি কল্পনাৰদ্বাৰাইহে অনুভৱ কৰিব পাৰোঁ। এনে অনুভূতি নহলে প্ৰগতি যান্ত্ৰিক আৰু নগণ্য হৈ পৰে। কিন্তু বিজ্ঞানেও কল্পনাক উদ্বুদ্ধ কৰিব পাৰে। লৰা-ছোৱালীৰ ক্ষেত্ৰত দেখিবলৈ পোৱা যায় যে কোনো হয়তো এটা বিষয়ত আকৌ কোনো হয়তো আন এটা বিষয়ত অনুপ্ৰাণিত হয়। সেই কাৰণে য'ত কোনো বিষয়ত বিশেষ পাৰদৰ্শিতা লাভ কৰিবৰ কাৰণে কোনো কঠিন কৌশল অৱলম্বন কৰা অপৰিহাৰ্য্য হৈ পৰে তেনেস্থলত বিশেষজ্ঞ সৃষ্টি কৰাৰ বাহিৰে আনৰ ক্ষেত্ৰত বিষয়বস্তুটি প্ৰয়োজনীয় হোৱা উচিত। ইউৰোপৰ পুনৰভ্যুদয়ৰ সময়ত আধুনিক ভাষাবিলাকৰ কোনো এটাতো বিখ্যাত সাহিত্য নাছিল। কিন্তু এতিয়া বহুত সাহিত্যৰ সৃষ্টি হৈছে। যি বিলাকে গ্ৰীক নেজানে তেওঁলোকেও আধুনিক সাহিত্যৰ সহায়েৰে গ্ৰীক ভাবধাৰাৰ (tradition) লগত পৰিচিত হব পাৰে। লেটিন

ভাবধাৰাৰ মূল্য প্ৰকৃতপক্ষে অৱশ্যে খুব বেচি নহয়। যি বোৰ লৰা ছোৱালীৰ বিশেষ বিষয়ৰ প্ৰতি ধাউতি (aptitude) নাই তেনেবোৰ লৰা-ছোৱালীক প্ৰথম অৱস্থাত সৰল ভাৱেৰে প্ৰাচীন ভাষা, সাহিত্য আদি শিকোৱা ভাল। পিচৰ বছৰবিলাকত শিক্ষাৰ টান অংশ— গণিত আৰু বিজ্ঞানৰ মাজত আৱদ্ধ ৰখা উচিত। যি বোৰ লৰাৰ কোনো বিশেষ বিষয়ৰ কাৰণে বিশেষ ধাউতি অথবা বিশেষ ক্ষমতাৰ পৰিচয় পোৱা নেযায় সেইবোৰ লৰাৰ ক্ষেত্ৰত উপৰোক্ত নিয়মৰ ব্যতিক্ৰম কৰিব পাৰি। মুঠতে প্ৰয়োজন অনুযায়ী পৰিবৰ্ত্তন কৰিবৰ ব্যৱস্থা থাকিব লাগে। এই যুক্তিৰে তথাকথিত অপ্ৰয়োজনীয় বিদ্যাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হোৱা নাই। কিন্তু তথাকথিত প্ৰয়োজনীয় আৰু অপ্ৰয়োজনীয় এই দুয়োবিধ বিদ্যাৰ মাজতেই এটি সামঞ্জস্য ৰক্ষা কৰিব পৰাটোৱেই হব শিক্ষাৰ উদ্দেশ্য। কাব্য, কলা, দৰ্শন আদিক অলাগতিয়াল বুলি বাদ দিলে নচলিব। কিন্তু এই বোৰক প্ৰয়োজন অনুযায়ী এনে সহজ, সৰল কৰি লব লাগিব—যাতে পাঠ্য-সূচীত নতুন নতুন বিষয়ৰ প্ৰৱেশ সুগম হয়। নতুন জগত সৃষ্টিৰ কাৰণে বিজ্ঞানে যি সম্ভাৱনাৰ সৃষ্টি কৰিছে, সেই সম্ভাৱনাৰ পথ যাতে প্ৰশস্ত হয় তাৰ কাৰণে সদায় চেষ্টা কৰা উচিত। কল্পনাৰ দ্বাৰা মানুহে ভৱিষ্যত জীৱনৰ ধাৰণা কৰিব পাৰে। কল্পনাৰ অবিহনে মানুহৰ যাত্ৰাপথ যান্ত্ৰিক আৰু নগণ্য হৈ পৰিলহেঁতেন। বিজ্ঞানেও কল্পনা অনুপ্ৰাণিত কৰিব পাৰে। মানৱ মনৰ কল্পনা সমৃদ্ধিৰ প্ৰসাৰতাৰ কাৰণেই পুৰণা আৰু নতুন দুয়োবিধ সাহিত্য আৰু ইতিহাস, সঙ্গীত, চিত্ৰবিদ্যা, স্থাপত্যবিদ্যা ইত্যাদি জ্ঞানৰ বিশেষ প্ৰয়োজন।

এনে সৎ কল্পনাৰ অবিহনে প্ৰকৃত উন্নতিৰ কোনো অৰ্থই নেথাকে। কিন্তু আনহাতে বিজ্ঞানৰো মহতী কল্পনা সৃষ্টি কৰাৰ ক্ষমতা আছে। এতেকে বিজ্ঞানৰ লগত সাহিত্য, কলা ইত্যাদিৰ সু-সামঞ্জস্য বিধানেই নতুন শিক্ষা-পদ্ধতিৰ প্ৰধান উদ্দেশ্য হব। সৰু সৰু লৰা-ছোৱালীৰ

কাৰণে যেনেকৈ সাহিত্য, শিল্প, সঙ্গীত আদিৰ ব্যৱস্থা কৰিব লাগে ঠিক সেইদৰেই গণিত, বিজ্ঞান আদি শিক্ষাৰো উপযুক্ত পদ্ধতিৰ দ্বাৰা পথ প্ৰশস্ত কৰিব লাগিব। কিন্তু কোনো কোনো বিশেষ ক্ষেত্ৰত সাধাৰণ নিয়মৰ ব্যতিক্ৰমো নিশ্চয় কৰিব লাগিব। শিক্ষানীতিক কিছুমান স্থায়ী নিয়মৰ মাজত আৱদ্ধ নাৰাখি প্ৰয়োজনমতে সময় বুজি পৰিবৰ্ত্তন কৰিব পৰা হব লাগিব।

কেনে ধৰণৰ বিদ্যাদান কৰা উচিত সেই বিষয়ে কোৱা হল। এতিয়া আমি বেলেগ ধৰণৰ সমস্যাৰ সন্মুখীন হব লাগিব। সেই সমস্যা হল—আংশিকভাৱে শিক্ষা-পদ্ধতি সম্পৰ্কীয় নৈতিক শিক্ষা-আৰু চৰিত্ৰ গঠনৰ শিক্ষাৰ লগত এই সমস্যাটি জৰিত। আমাৰ সম্পৰ্ক ৰাজনীতিৰ লগত নহয়—মনস্তত্ত্ব আৰু নীতি-বিজ্ঞানৰ লগতহে আমাৰ সম্বন্ধ। অলপ দিনৰ আগতেও মনস্তত্ত্ব স্কুল-কলেজৰ পাঠ্য মাত্ৰ আছিল। বাস্তৱ জীৱনত ইয়াৰ প্ৰয়োগ খুব কমেই হৈছিল। কিন্তু বৰ্ত্তমান ইয়াৰ আমূল পৰিবৰ্ত্তন হৈছে। মনস্তত্ত্বৰ ক্ষেত্ৰ আজি আৰু আগৰ দৰেই সঙ্কীৰ্ণ হৈ থকা নাই,—শিল্প, চিকিৎসা, শিক্ষা আদি সকলো ক্ষেত্ৰতেই মনস্তত্ত্বৰ প্ৰয়োজন দেখিবলৈ পোৱা যায়। আমি আশা কৰিব পাৰোঁ যে অদূৰ ভৱিষ্যতত আমাৰ প্ৰতিষ্ঠানবোৰৰ ওপৰত মনস্তত্ত্বৰ প্ৰভাৱ বাঢ়িব।

এইখিনিতে আমি নিয়মানুৱৰ্ত্তিতাৰ কথা আলোচনা কৰোঁ। নিয়মানুৱৰ্ত্তিতাৰ প্ৰাচীন অৰ্থ তেনেই সহজ আছিল। কোনো লৰা-ছোৱালীয়ে যি কামত আনন্দ নেপায় তেনে কাম কৰিবলৈ তাক আদেশ দিয়া অথবা সি যি কামত আনন্দ পায় তেনে কাম কৰিবৰ কাৰণে বা কৰিবলৈ বাধা দিয়াকেই নিয়মানুৱৰ্ত্তিতা বুলি ধৰি লোৱা হৈছিল। যি লৰাই আদেশ অমান্য কৰিছিল তাক শাস্তিও দিয়া হৈছিল। কেতিয়াবা সামান্যভাৱে খোৱা বস্তু দি নিজান ঠাইত আৱদ্ধ কৰি ৰখাও হৈছিল। হেনুৰিক যি দৰে লেটিন ( Latin ) শিক্ষা দিয়া হৈছিল

তাৰ বৰ্ণনা আমি 'The fair child family' নামৰ কিতাপত পাওঁ। হেন্ৰিয়ে ভালকৈ লেটিন পঢ়িব নোৱাৰিছিল। কিয়নো লেটিন্ শিকিবলৈ তেওঁৰ অকণো হেঁপাহ নাছিল। কিন্তু হেন্ৰিয়ে লেটিন নিশিকিলে আগলৈ কেতিয়াও এজন ধৰ্ম্মগুৰু হব নোৱাৰিব বুলি তেওঁক সাৱধান কৰা হৈছিল। তথাপি তেওঁৰ দেউতাকে তেওঁক লেটিন শিকাবলৈ যিমান আন্তৰিকতাৰ সৈতে চেষ্টা কৰিছিল তেওঁ কিন্তু সিমান আন্তৰিকতাৰ সৈতে লেটিন্ শিকাত মনযোগ নিদিলে। সেই কাৰণে তেওঁক দেউতাকে খণ্ডত ওপৰ মহলাত এটা কোঠাত বন্ধ কৰি থৈছিল; অকল ৰুটি আৰু পানীৰ বাহিৰে তেওঁক একোকে খাবলৈ দিবলৈ বাধা কৰিছিল। তেওঁৰ ভনীয়েকবিলাককো মাতবোল কৰিবলৈ নিদিছিল। তেওঁলোকক বুজুৱা হৈছিল যে হেন্ৰিয়ে জঘন্য কাম কৰিছে কাৰণে হেন্ৰিৰ সৈতে তেওঁলোকে কোনো সম্পৰ্ক ৰাখিব নেলাগে। তথাপি এজনী ভনীয়েকে হেন্ৰিলৈ অলপমান খোৱা বস্তু আনি দিছিল। কিন্তু চাকৰৰ মুখে হেন্ৰিৰ দেউতাকে এই খবৰটো পালত হেন্ৰি বৰ বিপদত পৰিছিল। সেই বন্দী অৱস্থাতে হেন্ৰিৰ লেটিনৰ প্ৰতি ধাউতি বাঢ়িল আৰু তেওঁ অধ্যৱসায়েৰে সৈতে লেটিন পঢ়িবলৈ ধৰিলে; কিন্তু এই প্ৰসঙ্গত কব পাৰোঁ যে চেখভৰ (Tchehov) গল্পত ইয়াৰ বিপৰীত ধাৰণা ফুটি উঠিছে। তেখেতৰ অধ্যাপক দদায়েকে ৰান্ধনি ঘৰৰপৰা এটা নিগনি ধৰি আনি তেখেতৰ মেকুৰী পোৱালিটোৰ আগত দিয়েহি; কিন্তু মেকুৰীটোৱে নিগনিটো নধৰিলে; কাৰণ চিকাৰ কৰিব লগা স্বাভাৱিক বৃত্তি তেতিয়াও তাৰ বিকশিত হোৱা নাছিল। তথাপি অধ্যাপকে মেকুৰীটোক মৰিয়াই মৰিয়াই নিগনি ধৰিবলৈ শিকাব খুজিলে; কিন্তু একো লাভ নহল। অৱশেষত অধ্যাপকৰ এই ধাৰণা হল যে মেকুৰী পোৱালিটো নিৰ্ব্বোধ আৰু শিক্ষা দিবলৈ একেবাৰে অনুপযুক্ত। পিচলৈ দেখা গ'ল যে সেই মেকুৰী পোৱালিটো আন মেকুৰী পোৱালিৰ দৰে সাধাৰণভাৱেই

২

ডাঙৰ দীঘল হ'ল। তথাপি নিগনিক সি সহ্য কৰিব নোৱাৰিছিল। নিগনি দেখিলেই ভয়ত আতুৰ হৈ লৰি পলাইছিল। ঠিক মেকুৰী পোৱালিটোৰ দৰেই হেনৃৰিৰ দেউতাকে তেওঁকো জোৰ কৰি লেটিন শিকাব খুজিছিল। এই দুটা গল্পৰদ্বাৰা পুৰণি নিয়মানুৱৰ্ত্তিতা আৰু ইয়াৰ বিৰুদ্ধে বৰ্ত্তমানৰ বিদ্ৰোহৰ কথা খুব ভালকৈ ধৰিব পাৰি।

কিন্তু বৰ্ত্তমানৰ শিক্ষাবিদ্‌সকলে সেই নিয়মানুৱৰ্ত্তিতাক যে একেবাৰে পৰিত্যাগ কৰিছে এনে নহয়, তেখেতসকলে এটি নতুন পন্থা অৱলম্বন কৰিছে। যি সকলে নতুন পদ্ধতি সম্বন্ধে নেজানে তেখেতসকলে ভুল বুজিব পাৰে। মেডাম মণ্টেচৰীয়ে তথাকথিত নিয়মানুৱৰ্ত্তিতা বৰ্জ্জন কৰিছিল, অথচ আচৰিত হব লগীয়া কথা যে তেখেতে বহু ল'ৰা-ছোৱালীক একেলগে শিক্ষা দিছিল। তেখেতৰ শিক্ষাপদ্ধতি সম্বন্ধে তেখেতৰ নিজৰ লিখাৰপৰাই জানিব পাৰোঁ যে মণ্টেচৰী স্কুলতো নিয়মানুৱৰ্ত্তিতাক প্ৰাধান্য দিয়া হৈছিল,—বৰ্জ্জন কৰিবলৈ কোনো চেষ্টা হোৱা নাছিল। ল'ৰা-ছোৱালীবোৰে সোনকালে নিয়মানুৱৰ্ত্তিতা শিকিছিল আৰু আনন্দেৰে সৈতে স্কুলৰ নিয়ম মানি চলিছিল। তাত কোনো বাধ্য-বাধকতা আছে বুলি নেভাবিছিল আৰু স্কুলৰ নিয়মবোৰক খেলৰ নিয়মৰ দৰে আনন্দৰ উপায় বুলি ভাবি মানি চলিছিল।

আগৰ দিনত ধাৰণা আছিল যে ল'ৰা-ছোৱালীবিলাকে শিকিবলৈ ইচ্ছা নকৰে ; সেই কাৰণে ভয় দেখুৱাই পঢ়িবলৈ বাধ্য কৰাব লাগে। কিন্তু ইয়াৰ বাবে শিক্ষা-বিজ্ঞানত নিপুণতাৰ অভাৱেই দায়ী আছিল। লিখা-পঢ়া আদি শিক্ষণীয় বিষয়বিলাকক বিভিন্ন স্তৰত ভাগ কৰি তাৰ প্ৰতিটি স্তৰক ল'ৰা-ছোৱালীবিলাকৰ কাৰণে আনন্দদায়ক কৰি তুলিব পৰা যায়। যেতিয়া ল'ৰা-ছোৱালীয়ে নিজৰ প্ৰিয় কামবোৰ কৰিবলৈ সুবিধা পায়, তেতিয়া বাহিৰৰপৰা বাধ্য বাধকতা জাপি দিয়াৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। এইদৰে শিশুৱে নিয়মানুৱৰ্ত্তিতা

শিকে, শিশুৰ ব্যৱহাৰ ভাল হয় আৰু কোনো এটা ভালৰ কাৰণে তেওঁলোকৰ প্ৰবল ইচ্ছাকো যে দমন কৰা উচিত সেই কথা তেওঁলোকে বুজে। প্ৰত্যেকেই জানে যে খেল-ধেমালিত নিয়মানুৱৰ্ত্তিতা নিজে নিজেই পালন কৰা সহজ; কিন্তু শিক্ষাৰ্থীক নিয়মানুৱৰ্ত্তী কৰি তুলিবলৈ বিদ্যা আৰ্জ্জনকো যে চিত্তাকৰ্ষক কৰি তুলিব পৰা যায় সেই কথা সাধাৰণতে আগতে মানুহে নেভাবিছিল; কিন্তু সেই কথা এতিয়া আমি বুজিব পাৰিছোঁ। কেৱল শিশু-শিক্ষা ক্ষেত্ৰতেই নহয়, শিক্ষাৰ সকলো স্তৰতেই এনে উপায় অৱলম্বন কৰিব লাগিব। অৱশ্যে এই কাম অতি সহজ নহয়। শিক্ষা-বিজ্ঞানৰ ক্ষেত্ৰত আৱিষ্কাৰৰ কাৰণে অসাধাৰণ মেধাৰ প্ৰয়োজন হব পাৰে, কিন্তু এই প্ৰণালীবোৰ যি সকল শিক্ষকে প্ৰয়োগ কৰিব তেখেতসকলৰ তেনে অসাধাৰণ মেধাৰ কোনো প্ৰয়োজন নাই। মানুহ স্বভাৱতে পাপী, এই বিশ্বাসৰ অৱসানে শিক্ষা-পদ্ধতিবোৰ বহুলভাৱে প্ৰভাৱান্বিত কৰিছে। গতানুগতিক বিশ্বাস আছিল যে আমি সকলোবোৰ 'ক্ৰোধৰ সন্তান', ( Children of wrath ), আমাৰ স্বভাৱ বেয়া, এতেকে আমাৰ কোনো পৰিবৰ্ত্তন হোৱাৰ আগতে আমি 'কৰুণাৰ সন্তান' ( Children of Grace ) হব লাগিব। প্ৰায় নিয়মিত ভাৱে শিশুক শাস্তি দিলেহে তেনে পৰিবৰ্ত্তন সম্ভৱ হয়। অৱশ্যে এনে বিশ্বাস আজি-কালি লুপ্ত হৈ গৈছে। আমাৰ পূৰ্ব্বপুৰুষসকলৰ শিক্ষাক এই ধাৰণাই কি পৰিমাণে প্ৰভাৱান্বিত কৰিছিল বৰ্ত্তমান যুগৰ মানুহৰ পক্ষে বুজা টান। ডীন্ ষ্টেন্‌লিয়ে ( Dean Stanley ) লিখা ডাঃ আৰ্ণল্ডৰ ( Dr. Arnold ) জীৱনৰপৰা দুটা উদ্ধৃতিয়ে প্ৰমাণ কৰে যে পুৰণি ধাৰণাবোৰত কোনো সত্য নাছিল। ডীন্ ষ্টেন্‌লি আছিল ডাঃ আৰ্ণল্ডৰ এজন প্ৰিয় ছাত্ৰ। টম্ ব্ৰাউন্‌চ্ স্কুল ডেজ ( Tom Brown's school days ) নামৰ কিতাপত বৰ্ণিত ভাল ল'ৰা আৰ্থাৰ আছিল তেখেতেই। ডাঃ আৰ্ণল্ড্ আছিল ইংলণ্ডৰ পাব্লিক্ স্কুল

বিলাকৰ প্ৰখ্যাত সংস্কাৰক। এই পাব্লিক স্কুলবিলাক ইংলণ্ডৰ গৌৰৱ আৰু এতিয়াও ডাঃ আৰ্ণল্ডৰ নীতিৰেই এই স্কুলবিলাক পৰিচালিত হয়। গতিকে ডাঃ আৰ্ণল্ড সম্বন্ধে আলোচনা কৰাৰ অৰ্থ এয়েই নহয় যে আমি এটা অতি পুৰণি বস্তু সম্বন্ধে আলোচনা কৰিছোঁ; বৰং আমি এনে এটা নীতি সম্বন্ধে আলোচনা কৰিছোঁ—যি নীতিক বৰ্ত্তমান কালতো অভিজাত ইংৰাজ গঢ়ি তুলিবৰ উপযোগী বুলি ধৰা হয়। ডাঃ আৰ্ণল্ডে কোবোৱাৰ প্ৰথা কমাই দিছিল,—যি বিলাকে মিছা কথা কৈছিল, মদ খাইছিল আৰু এলাহ যিবিলাকৰ অভ্যাসত পৰিণত হৈছিল, তেনে ধৰণৰ সৰু লৰাকহে মাত্ৰ বেত দিয়া হৈছিল; কিন্তু এখন উদাৰ মতাৱলম্বী আলোচনীয়ে কোবোৱা প্ৰথা অনিষ্টকাৰী কাৰণে সেই প্ৰথাটো উঠাই দিব লাগে বুলি অভিমত প্ৰকাশ কৰাত তেখেতে আচৰিত ভাৱে অপমানিত বোধ কৰিছিল আৰু তলত লিখাৰ দৰে লিখিত প্ৰতিবাদ জনাইছিল:— "মই ভালকৈ জানো, এই অভিমতে কি ভাব প্ৰকাশ কৰিছে। ব্যক্তিগত স্বাধীনতাৰ উদ্ধত ধাৰণাৰপৰা ইয়াৰ উৎপত্তি; কিন্তু এই ধাৰণা যুক্তিযুক্ত অথবা খৃষ্টধৰ্ম্মৰ উপযোগীও নহয়, বৰং প্ৰকৃততে এনে ধাৰণা বৰ্ব্বৰোচিত। চিভ্যাল্ৰীৰ ( Chivalry ) যুগৰ আটাইবোৰ অভিশাপৰ লগত এই ধাৰণা ইউৰোপলৈ আহিছে আৰু জেকোবিন মতবাদৰ ( Jacobinisim ) সৈতে লগ লাগি আমাক ভয় দেখুৱাইছে ………যি যুগত দোষ অথবা ভুলৰপৰা হোৱা অধঃপতনৰ প্ৰকৃত মানৱোচিত বোধ দেখিবলৈ নোহোৱা হৈ পৰিছে তেনে যুগত ব্যক্তিগত সংশোধনৰ চেষ্টাক অধঃপতন বুলি ভবাটো অদ্ভুত আৰু বিজ্ঞজনোচিত নহয়। ইয়াতকৈ বেচি ভুল আৰু কি হব পাৰে? ইয়াতকৈ বেচি সৰলতা, গাম্ভীৰ্য্য আৰু বিনয়ৰ পৰিপন্থী আৰু কি থাকিব পাৰে?" এই গুণৰাজিয়েই হ'ল যৌৱনৰ শ্ৰেষ্ঠ অলঙ্কাৰ আৰু মহান মানৱত্বৰ আগমনিসূচক।

গতিকে তেওঁৰ শিষ্যসকলৰ ছাত্ৰবোৰে ভাৰতবাসীবিলাকৰ কেনেবাকৈ নম্ৰতাৰ অভাৱ দেখিলেই কোবাব খুজিছিল। উপৰোক্ত শিক্ষানীতিৰ পৰিণতি স্বৰূপে ই অস্বাভাৱিক নাছিল।

ইয়াৰ বাহিৰেও মিঃ লিটন্ ষ্ট্ৰেচিয়ে (Mr. Litton Strachy) তেখেতৰ 'Eminent Victorious' নামৰ কিতাপত যি এষাৰ কথা উদ্ধৃত কৰিছে, সেই আষাৰ কথা ইয়াত আকৌ উল্লেখ কৰিলে বেয়া নহব। ডাঃ আৰ্ণল্ডে বন্ধৰ দিন কেইটা কটাবলৈ 'কমো' হ্ৰদৰ (Lake of como) পাৰলৈ গৈছিল। তাত কেনেভাৱে উপভোগ কৰিছিল সেই কথা তেখেতে পৰিবাৰলৈ লিখা চিঠিৰপৰা আমি জানিব পাৰোঁ—"চাৰিওফালে অপূৰ্ব্ব প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজত নৈতিক অধঃপতনৰ কথা ভাবিবলৈকে ভয় লাগে। মই ভাবোঁ যে স্বৰ্গ আৰু নৰক ডাঙৰ ব্যৱধানৰদ্বাৰা বিচ্ছিন্ন নহৈ এটা যেন ইটোৰ মাজত আৱদ্ধ হৈ আছে। বাহ্যিক সৌন্দৰ্য্যৰ প্ৰতি মোৰ যেনে গভীৰ আনন্দ, নৈতিক অধঃপতনৰ প্ৰতিও মোৰ ধাৰণা যদি তেনে গভীৰ হঁলহেঁতন! কাৰণ নৈতিক অধঃপতনৰ গভীৰ ধাৰণাৰ মাজতহে ত্ৰাণকাৰী ভগৱৎ জ্ঞান থাকিব পাৰে। যদি আমি নৈতিক গুণৰ প্ৰশংসা কৰোঁ অথচ নিজে নীতি মানি নচলোঁ, তেনেহলে তেনেকুৱা প্ৰশংসাৰ একো মূল্য নাই। পাপী মানুহক ঘিণ নকৰি যদি প্ৰকৃততে আমি আন মানুহৰ মাজত থকা পাপক আৰু আমাৰ নিজৰে হৃদয়ত থকা পাপক ঘিণ কৰোঁ তেহে আমি ঈশ্বৰৰ আৰু যিশু খ্ৰীষ্টৰ ভাব উপলব্ধি কৰিব পাৰিম আৰু তেতিয়াহে আমাৰ সত্তাৰ লগত ভগৱৎ সত্তাৰ সম্বন্ধ স্থাপিত হব পাৰিব। আহা! এনে কথা ভবা আৰু কোৱা কিমান সহজ! কিন্তু অনুভৱ কৰা আৰু অনুভূতিক কামত পৰিণত কৰা যে কিমান কষ্টসাধ্য! এনে কামৰ কাৰণে কোন বিশেষকৈ উপযুক্ত?—নিজৰ অপূৰ্ণতা সম্বন্ধে যি অনুভৱ কৰি অনুশোচনা কৰে তেখেতৰ বাহিৰে আন কোনো উপযুক্ত নহয়।......"

ডাঃ আৰ্ণল্ডৰ নিচিনা মৰমিয়াল মানুহেও নিজকে প্ৰহাৰ কৰি যেন নিষ্ঠুৰ হৈ পৰিছে যেন লাগে, আৰু কোবোৱাটো প্ৰেম ধৰ্ম্মৰ দ্বাৰা অনুমোদিত বুলি বিশ্বাস কৰি সৰু সৰু ল'ৰাবোৰকো নিৰ্ম্মম ভাৱে কোবাব পাৰিছিল। ভ্ৰান্ত ধাৰণাৰ বশৱৰ্ত্তী সেই ভদ্ৰলোক জনৰ কথা ভাবিলে আমি দুখ পাওঁ ; কিন্তু নৈতিক পাপৰ প্ৰতি এটা ঘৃণাৰ পৰিৱেশ সৃষ্টি কৰি তেখেতে বংশানুক্ৰমিক ভাৱে আমাক যে নিৰ্ম্মমতাৰ মাজত পেলালে, সেই কথা ভাবিলে আৰু বেচি দুখ পাব লগা হয়। লৰা ছোৱালীবিলাকৰ স্বাভাৱিক এলাহকে নৈতিক দোষ বুলি তেখেতে ভাবিছিল। যুক্তিসঙ্গত ভাৱে পাপক দমন কৰিছে বুলি ভাবি সৎ মানুহবোৰেও যিদৰে যুদ্ধ, অত্যাচাৰ আদি কৰিছে, সেই কথা ভাবিলে ভয়ত বুকু কঁপি উঠে। অতি সন্তোষৰ কথা এই যে বৰ্ত্তমান যুগৰ শিক্ষাবিদ্‌সকলে ল'ৰা-ছোৱালীবোৰক কোনো দুষ্ট আত্মাৰ অঙ্গ বুলি নেভাবে। অৱশ্যে বয়সিয়াল অপৰাধীক শাস্তি দিবৰ সময়ত এতিয়াও এই বুলি ভবা হয়, কিন্তু 'শিশুসদন' বা আন সকলোবোৰ বিদ্যালয়ৰপৰা এনে ধাৰণা অন্তৰ্হিত হৈছে।

ডাঃ আৰ্ণল্ডে কৰা ভুলৰ ঠিক বিপৰীত এটা ভুল ধাৰণাও প্ৰচলিত আছে। আমি ভাবোঁ যে শিশু স্বভাৱতেই নিৰ্দ্দোষ ; ডাঙৰৰ দোষ-ত্ৰুটিয়েই শিশুক বিপথগামী কৰে। ৰুচোৰ ( Rousseau ) লগত যেন এই অভিমতৰ সম্পৰ্ক আছে বুলি বহুতে ভাবে। সম্ভৱতঃ তেওঁ অতি সূক্ষ্ম ভাৱেৰে এই অভিমত পোষণ কৰিছিল ; কিন্তু তেওঁৰ 'এমিল' (Emile) নামৰ কিতাপ পঢ়িলে আমি দেখিবলৈ পাওঁ যে তেওঁৰ শিষ্য এমিল অতুলনীয় হৈ শুঠালৈকেহে নৈতিক শিক্ষাৰ বৰ বেচি প্ৰয়োজন আছিল। এই ধাৰণাৰ মূলত কোনো বৈজ্ঞানিক সত্যতা নাই। প্ৰকৃত পক্ষে শিশু স্বভাৱতে ভালো নহয় বেয়াও নহয়। সিহঁতে মাত্ৰ কিছুমান অতি সৰল সহজাত প্ৰবৃত্তি লৈ জন্ম গ্ৰহণ কৰে। সেই প্ৰবৃত্তিবোৰৰপৰা পৰিৱেশ অনুযায়ী শিশুৰ অভ্যাস গঠন হয়

সেই অভ্যাস ভালো হব পাৰে, বেয়াও হব পাৰে। শিশুৰ স্বভাৱ অতি কোমল। সেই কাৰণে শিশুৰ ভাল-বেয়া অভ্যাস বিশেষকৈ নিৰ্ভৰ কৰে মাক বা ধাত্ৰীৰ বিজ্ঞতাৰ ওপৰত। অধিকাংশ শিশুৰ মাজত ভাল নাগৰিক হোৱাৰ সম্ভাৱনা যেনেকৈ আছে, ঠিক তেনেকৈ একোটি অপৰাধী হোৱাৰো যথেষ্ট সম্ভাৱনা আছে। মনস্তত্ত্বৰ স্পষ্ট অভিমত এই যে সপ্তাহৰ ছদিন শাৰীৰিক শাস্তি দি শিশুক পঢ়া-শুনা শিকাই দেওবাৰে গীৰ্জ্জালৈ নি ধৰ্ম্মৰ শিকনি দিয়াতেই শিশুহৃদয়ৰ উৎকৰ্ষ সাধন হব নোৱাৰে। শিশুক লিখা-পঢ়া শিকাবলৈ কোনো পদ্ধতি নাই বুলি ভাবিব নেলাগে। পুৰণি কালৰ শিক্ষকসকলে ছাত্ৰক শাস্তি দি আনন্দ পাইছিল বুলি চেমুৱেল বাটাৰে ( Samuel Butter ) যি অভিমত প্ৰকাশ কৰিছিল সেই অভিমত অবিশ্বাস কৰা টান। নহলে তেওঁলোকে ইমান দিনলৈকে শিক্ষাৰ্থী সকলৰ জীৱন কিয় দুখময় কৰি তুলিছিল ? প্ৰকৃত পক্ষে সুস্থ শিশুক সুখী কৰি তোলা একো টান কাম নহয়। যদি শিশুৰ শাৰীৰিক আৰু মানসিক উৎকৰ্ষ সাধনৰ নিমিত্তে উপযুক্ত যত্ন লোৱা হয় তেনেহলে বেচি ভাগ শিশুৱেই সুস্থ আৰু সবল হৈ উঠিব। প্ৰকৃত বা উৎকৃষ্ট মানুহ হিচাপে গঢ়ি তুলিবলৈ হলে শিশুৰ কাৰণে সকলোতকৈ প্ৰয়োজনীয় বস্তু হৈছে আনন্দ। শিশুৰ শিক্ষা যে শিশুৰ পক্ষে সঁচাকৈয়ে উপযুক্ত সেই কথা শিশুক উপলব্ধি কৰিবলৈ দিব পাৰিলে শিশুৰ স্বাভাৰিক এলাহ, যাক ডাঃ আৰ্ণল্ডে 'নৈতিক পাপ' বুলি কৈছে সেই পাপ আৰু নেথাকে ; কিন্তু যি বিদ্যা শিশুক শিকোৱা হয় সেই বিদ্যা যদি অনুপযুক্ত হয় আৰু যি শিক্ষা দান কৰে তেখেত যদি নিৰ্ম্মম অত্যাচাৰী হয়, তেনেহলে শিশুৱে মেকুৰী পোৱালিৰ দৰেই ব্যৱহাৰ কৰিব। শিশুৱে কথা কবলৈ, খোজকাঢ়িবলৈ চেষ্টা কৰা আদিৰপৰা প্ৰমাণিত হয় যে শিকিবলৈ বা জানিবলৈ শিশুৰ এটি স্বতঃস্ফূৰ্ত্ত স্বাভাৰিক ইচ্ছা আছে। সেই স্বাভাৰিক ইচ্ছাকেই

সিহঁতৰ শিক্ষাৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব লাগিব। বৰ্ত্তমান যুগত শিক্ষা ক্ষেত্ৰত হোৱা উন্নতিবিলাকৰ মাজত বেতৰ পৰিবৰ্ত্তে অনুপ্ৰেৰণাৰ প্ৰয়োগ অন্যতম।

শৈশৱ কালৰ শিক্ষাৰ ওপৰত বেচি গুৰুত্ব আৰোপ কৰাটোৱেই হ'ল বৰ্ত্তমান যুগৰ অন্যতম শুভ লক্ষণ। শিক্ষা সম্পৰ্কীয় দৃষ্টিভঙ্গীৰ এই পৰিবৰ্ত্তন বৰ্ত্তমান যুগৰ পৰিবৰ্দ্ধিত ধাৰণাৰ লগত সম্বন্ধযুক্ত। পুৰণি কালৰ ধাৰণা আছিল যে সদগুণ আমাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে আৰু আমাৰ মন পাপ বা অসৎ বাসনাৰে পৰিপূৰ্ণ। সেই বাসনা এটা সূক্ষ্ম ইচ্ছা শক্তিৰদ্বাৰা দমন কৰিব পাৰোঁ। অসৎ বাসনা মনৰপৰা নিৰ্ম্মূল কৰা অসম্ভৱ বুলিহে ভবা হৈছিল। বাসনাবিলাকক কেৱল মাত্ৰ সংযত কৰিব পৰা যায় বুলিহে মানুহে বিশ্বাস কৰিছিল। এই ধাৰণা মতে শিক্ষক আৰু ছাত্ৰৰ সম্বন্ধ পুলিচ আৰু অপৰাধীৰ সম্বন্ধৰ লগত তুলনা কৰিব লগীয়া। সমাজখন অপৰাধীবিহীন হোৱাটো কোনেও সম্ভৱ বুলি নেভাবে। আমি এনে পুলিচবাহিনী ৰাখিব লাগিব—যাৰ ভয়ত অধিকাংশ মানুহেই অপৰাধ কৰিবলৈ সাহস নকৰিব আৰু যি অলপ সংখ্যক মানুহে অপৰাধ কৰিব, সেই মানুহবিলাকক দণ্ড দিয়াটো এই পুলিচবাহিনীৰ প্ৰধান কৰ্ত্তব্য হব। প্ৰাচীন ধাৰণাৰ এয়েই হল সাৰ মৰ্ম্ম; কিন্তু আধুনিক মনস্তাত্বিক অপৰাধ-বিজ্ঞানবিদ্ সকলে ভিন্ন মত পোষণ কৰে। তেখেতসকলে ভাবে যে উপযুক্ত শিক্ষাৰদ্বাৰা অপৰাধপ্ৰৱণতাৰ বৃদ্ধি অধিকাংশ ক্ষেত্ৰতেই দমন কৰিব পৰা যায়। সমাজৰ পক্ষে যি নিয়ম উপযুক্ত, ব্যক্তিৰ পক্ষেও সেই নিয়ম কৰিব পাৰি। ডাঙৰে আৰু লগৰীয়াবিলাকে ভালপোৱাটো শিশুৱে বিচাৰে। সিহঁতৰ মনত যি ভাবপ্ৰৱণতা আছে তাক ভাল বাটেও নিব পাৰি বেয়া বাটেও নিব পাৰি। বিশেষকৈ শিশুৰ বয়স কোমল কাৰণে সিহঁতৰ চৰিত্ৰ গঠন কৰা সহজ। সৎ স্বভাৱ আৰু সৎগুণৰ পথ অতি স্বাভাৱিক ভাৱে বহল বা মুকলি কৰি দিব পাৰি।

আমাৰ বাসনাৰ গতি প্ৰবল। একমাত্ৰ ইচ্ছাশক্তিৰ সহায়েৰে সেই বাসনাক দমন কৰিব প্যাৰি বুলি আগতে বিশ্বাস কৰা হৈছিল; কিন্তু এই ধাৰণা একেবাৰে সন্তোষজনক নহয়। বান্ধি থোৱা বেগৱতী নৈৰ দৰেই সেই অসৎ প্ৰবৃত্তিবোৰ ইচ্ছাশক্তিৰ জাগ্ৰত চকুৰ আঁৰে আঁৰে প্ৰৱাহিত হবলৈ বাট বিচাৰি পাব; উদাহৰণ স্বৰূপে, যি মানুহৰ মনত বাল্যকালত পিতৃহত্যাৰ কথা উদয় হৈছিল সি নিজৰ ল'ৰা ছোৱালীক মাৰি কিলাই হাৰাশাস্তি কৰি সুখ পায় আৰু এনে কাৰ্য্যৰ দ্বাৰা নৈতিক অপৰাধক নিৰস্ত কৰিছে বুলিহে সি নিজকে বুজনি দিয়ে। যি বিলাক মতবাদে নিষ্ঠুৰতাক সমৰ্থন কৰে. সেইমত-বাদবোৰ ইচ্ছাশক্তিৰদ্বাৰা ৰুদ্ধ আৰু ঢাক খাই থকা বাসনাবোৰৰ পৰা স্বাভাৱিক বিকাশক দমন কৰাতেই সেইবিলাকৰউৎপত্তি হৈছে। সেই বাসনাবোৰ তলে তলে প্ৰৱাহিত হৈ পাপৰ প্ৰতি ঘৃণা বা তেনেকুৱা কোনো মহান ভাবৰ ছদ্মবেশেৰে আত্মপ্ৰকাশ কৰে। গতিকে ইচ্ছা শক্তিৰদ্বাৰা বাসনাক দমন কৰা কোনো ক্ষেত্ৰত প্ৰয়োজনীয় হলেও সদ্‌গুণ শিকাবৰ উপায় হিচাপে যথেষ্ট নহয়।

এই প্ৰসঙ্গই আমাক মনঃসমীক্ষণৰ (psycho analysis) ক্ষেত্ৰলৈ লৈ যায়। মনঃসমীক্ষণৰ কোনো কোনো সিদ্ধান্ত অদ্ভুত যেন লাগিলেও, আৰু সেইবোৰৰ সৈতে মতদ্বৈধতাৰ অৱকাশ থাকিলেও ইয়াৰ সাধাৰণ নীতি আৰু পদ্ধতি অতি প্ৰয়োজনীয়; নৈতিক শিক্ষাৰ উপযুক্ত পদ্ধতি আৱিস্কাৰ কৰিবৰ কাৰণে অপৰিহাৰ্য্য। কোনো কোনো মনস্তত্ত্ববিদে মানুহৰ জীৱনৰ অতি শৈশৱ অৱস্থাৰ ওপৰত বেচি প্ৰাধান্য দিব খোজে; কিন্তু এই মত অতিৰঞ্জিত যেন লাগে। কেতিয়াবা তেওঁলোকে কয় যে তিনি বছৰ মান বয়সত শিশুৰ চৰিত্ৰ এনেভাৱে গঠিত হয় যে তাক পৰিবৰ্ত্তন কৰিব নোৱাৰি; কিন্তু এই বিশ্বাস প্ৰকৃত সত্যৰ ওপৰত প্ৰতিষ্ঠিত নহয়। অৱশ্যে এই ভুলৰ কাৰণো সুস্পষ্ট। পুৰণি কালত শিশু মনস্তত্ত্বক অৱহেলা

কৰা হৈছিল। সেই সময়ত প্ৰচলিত বুদ্ধি প্ৰদান পদ্ধতিয়ে শিশু-মনস্তত্ত্বৰ ব্যৱহাৰ প্ৰায় অসম্ভৱ কৰি তুলিছিল। উদাহৰণস্বৰূপে এটা বিষয়, টোপনি সম্বন্ধে আলোচনা কৰা হওক। প্ৰত্যেক গৰাকী মাকেই নিজৰ শিশুৱে টোপনি যোৱাটো বিচাৰে। কাৰণ টোপনি গলে শিশুৰ স্বাস্থ্য ভালে থাকে আৰু মাকৰো সুবিধা হয়। সেই কাৰণে তেওঁলোকে নানা ধৰণৰ উপায়,—যেনে দোলনিত দোলা, নিচুকনি গীত গোৱা ইত্যাদি উপায় উদ্ভাৱন কৰিছে; কিন্তু পুৰুষৰ ওপৰত সেই পন্থাৰ বিচাৰৰ ভাৰ পৰাত তেওঁলোকে বৈজ্ঞানিক ভাৱে বিচাৰ কৰি দেখিলে যে সেই পন্থা আদৰ্শগত ভাৱে ভুল। কাৰণ যদিও নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত ইয়াৰ সুফল ফলিব পাৰে, তথাপি ই বেয়া অভ্যাস গঠন কৰে। তেনে কৰিলে প্ৰত্যেক শিশুৱে বিচাৰে যেন তাক লৈয়ে আন সকলো ব্যস্ত থাকে। এইদৰে তাৰ আত্মপ্ৰাধান্যৰ ভাব বিকশিত হয়। যদি শিশুৱে বুজিব পাৰে যে টোপনি নগলে সি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব, তেনেহলে সি কেতিয়াও নিজে নিজে টোপনি নেযায়। ইয়াৰ ফল স্বাস্থ্য আৰু চৰিত্ৰ উভয়ৰে পক্ষে বেয়া। এই সম্পৰ্কে বিছনাৰ লগত টোপনিৰ সম্বন্ধ স্থাপন কৰিবলৈ অভ্যাস গঠন কৰাই প্ৰধান কথা। এই সম্বন্ধটো উপযুক্ত ভাৱে গঢ়ি তুলিব পাৰিলে শিশুৱে আনৰ চেষ্টা নোহোৱাকৈয়ে টোপনি যাব। শিশুৰ বেমাৰ-আজাৰ হলেহে মাত্ৰ ইয়াৰ ব্যতিক্ৰম হব পাৰে; কিন্তু এনে সম্বন্ধ গঢ়ি তুলিবলৈ হলে কিছু পৰিমাণে নিয়মানুৱৰ্ত্তিতাৰ আৱশ্যক। শিশুক কেৱল প্ৰশ্ৰয় দিলে এনে অভ্যাস গঠিত নহয়। তেনেহলে টোপনি নোযোৱাৰ মাজতে শিশুৱে আনন্দ পাব। আন আন অভ্যাস গঠনৰ ক্ষেত্ৰতো একেই নিয়ম উপযুক্ত হব। এইবোৰ বিষয় এতিয়াও শৈশৱ অৱস্থাতেই আছে; কিন্তু এই বিলাকৰ প্ৰয়োজন বৰ বেচি আৰু সেই প্ৰয়োজন বাঢ়িহে গৈ থাকিব। এই কথা স্পষ্ট যে জন্মৰ পৰাই চাৰিত্ৰিক শিক্ষা আৰম্ভ হোৱা উচিত। সেই উদ্দেশ্যে ধাত্ৰী

আৰু অনভিজ্ঞা মাকে যি পদ্ধতি অৱলম্বন কৰি আহিছে তাৰ পৰিবৰ্ত্তন কৰিব লাগিব। অতি কম বয়সৰপৰাই শিক্ষা আৰম্ভ কৰিব পাৰি বুলি পুৰণি কালৰ শিক্ষাবিদ্‌সকলৰ বিশ্বাস নাছিল; কিন্তু বৰ্ত্তমান আমি এই কথা অতি ভালকৈ জানো যে নিৰ্দ্দিষ্ট বিশেষ কোনো শিক্ষা কম বয়সৰপৰা আৰম্ভ হব পাৰে। কাৰণ তেনে শিক্ষাক আনন্দদায়ক কৰিব পাৰি আৰু শিশুৰ মনোযোগ শক্তিৰ ওপৰতো একো চাপ নপৰে। এই উভয় ক্ষেত্ৰতেই শিক্ষা সম্পৰ্কীয় ধাৰণা সম্পূৰ্ণ পৰিবৰ্ত্তিত হৈছে। ইয়াৰপৰা সুফলো পোৱা গৈছে। ভৱিষ্যতে ইয়াৰ উপকাৰিতা আৰু স্পষ্ট হৈ উঠিব। গতিকে শিশুৱে ডাঙৰ হলে কেনে ধৰণৰ শিক্ষালাভ কৰিব, সেই কথা আলোচনা কৰাৰ আগতে শিশুৰ শৈশৱ কালতে চৰিত্ৰ গঠন সংক্ৰান্ত কথা আমি বিশদ্ ভাৱে আলোচনা কৰিব লাগিব।

# দ্বিতীয় অধ্যায়

## শিক্ষাৰ উদ্দেশ্য

শিক্ষা-পদ্ধতি কেনে হোৱা উচিত সেই কথা ঠিক কৰাৰ আগতে শিক্ষাৰ আদৰ্শ কি তাক জনা প্ৰয়োজন। কাৰণ এই সম্বন্ধে নানা মতভেদ দেখিবলৈ পোৱা যায়। যি সকলৰ মাজত মতৰ মিল আছে তেওঁলোকো মানৱচৰিত্ৰৰ গুণৰাজি সম্বন্ধে একমত হব নোখোজে। কোনো কোনো লোকৰ মতে সৎসাহস চৰিত্ৰ গঠনৰ প্ৰধান পথ। আকৌ কিছুমানৰ মতে বিদ্যাৰ প্ৰয়োজন সকলোতকৈ বেচি। কোনোৱে হয়তো দয়া-প্ৰৱণতাৰ ওপৰতহে বেচি জোৰ দিয়ে। আকৌ আন কিছুমানে সৎচিন্তা আৰু সদ্ ব্যৱহাৰৰ ওপৰতহে বেচি গুৰুত্ব আৰোপ কৰে। কোনো কোনোৱে আকৌ ব্ৰুটাচৰ (Brutus ) দৰে আপোন সম্বন্ধীয়তকৈ দেশবাসীৰ প্ৰতি ভক্তি,মৰম আদি গুণাৱলীত বেচি জোৰ দিয়ে। আন কোনোবাই হয়তো কণফুচিয়াচৰ ( Confucius ) দৰে স্বজনৰ প্ৰতি মৰম-চেনেহৰ ওপৰতহে প্ৰধান গুৰুত্ব দিব খুজিব। এনে ধৰণৰ সকলোবোৰ মতদ্বৈধৰ প্ৰভাৱ শিক্ষাৰ ওপৰতো অতি স্বাভাৱিক ভাৱেই পৰা দেখিবলৈ পোৱা যায়।

যি শিক্ষাবিদৰ শিক্ষাৰ ফলে তেওঁৰ অভিপ্ৰেত ফলতকৈ আনৰূপ ধাৰণ কৰে তেতিয়া তেওঁক নিৰ্ব্বোধ বুলিয়েই কব লাগিব। ডেভিদ্ কপাৰফিল্ডৰ ( David Coperfield ) আৰু ইউৰিয়া হিপৰ (Uria Heep) বিনয় আৰু সদ্ব্যৱহাৰ শিক্ষাৰ এটি জ্বলন্ত নিদৰ্শন। তথাপি সাধাৰণ ভাৱে ইয়াকে কব পাৰি যে বিখ্যাত শিক্ষাবিদ্‌সকলৰ চেষ্টা অনেক সময়ত অথলে নেযায়। চীন দেশৰ শিক্ষাবিদ্‌সকল, আধুনিক জাপানীসকলৰ কথা, জেচুট ( Jesuit ) বিলাকৰ কথা, ডাঃ আৰ্ণল্ড

( Dr. Arnold ) আৰু আমেৰিকাৰ শিক্ষাৰ কৰ্ণধাৰসকলৰ কথাকে ধৰা যাওক। বেলেগ বেলেগ উদ্দেশ্যৰ বেলেগ বেলেগ ধৰণৰ শিক্ষা-প্ৰণালীবোৰে স্বকীয় ৰূপেৰে সফলতা লাভ কৰিব পাৰিছে, এথেঞ্চৰ (Athens) শিক্ষা-প্ৰণালীৰ লগত চীনৰ প্ৰাচীন শিক্ষা-প্ৰণালীৰ বহুত মিল দেখা যায়। এথেঞ্চৰ লৰাবোৰক আৰম্ভৰেপৰা হোমাৰ (Homer) মুখস্থ কৰিবলৈ দিয়া হৈছিল। চীন দেশৰ ল'ৰাবোৰকো ঠিক সেইদৰেই কনফুচিয়াচ ( Confucious ) সংস্কৃতি খুব ভালকৈ পঢ়িবলৈ দিয়া হয়। এথেঞ্চবাসীৰ দৃঢ় বিশ্বাস আছিল যে প্ৰাকৃতিক সৌন্দৰ্য্যৰ মাজতে ভগৱান বিৰাজমান আৰু মানুহৰ বুদ্ধি আৰু বিচাৰ শক্তি অসীম। চীনাবিলাকৰ ভিতৰতো পূৰ্ব্বপুৰুষসকলৰ অস্তিত্বক পূজা কৰা আদি কিছুমান বিষয়ত মিল দেখিবলৈ পোৱা যায়। এথেঞ্চবাসী আৰু চীনাসকলেও ভোগৰ মাজেদিয়ে জীৱন যাপন কৰিব খুজিছিল। সেই ভোগৰ ধাৰণাও আছিল বিশেষ সৌন্দৰ্য্যবোধৰ ভিত্তিৰ ওপৰতে স্থাপিত। গ্ৰীক আৰু চীন-সভ্যতাৰ মাজত পাৰ্থক্যও আছিল বহুত। সংক্ষেপে কব পাৰি যে গ্ৰীকসকল আছিল কৰ্ম্মপৰায়ণ আৰু চীনা সকল আছিল এলেহুৱা প্ৰকৃতিৰ। গ্ৰীকবিলাকে শিল্প-বিজ্ঞানৰ সাধনাত তেওঁলোকৰ শক্তি নিয়োজিত কৰিছিল। ৰাজনীতি আৰু দেশপ্ৰেমৰ মাজেদি সেই শক্তি প্ৰকাশিত হৈছিল। পৰাজিত গ্ৰীক ৰাজনৈতিকসকলে আকৌ একোটা দল বান্ধি মাতৃভূমিক আক্ৰমণ কৰিছিল, কিন্তু অপমানিত চীন ৰাজপৰিয়ালে নিৰ্জ্জন গুহা বা পৰ্ব্বতীয়া ঠাইত বাস কৰি মাতৃভূমিৰ গুণ গৰিমাৰে কবিতা আদি ৰচিছিল। গ্ৰীক-সভ্যতাই নিজেই নিজকে ধ্বংস কৰিলে; কিন্তু চীন-সভ্যতাৰ ধ্বংস আহিল বাহিৰৰপৰা। চীন-সভ্যতাই শিল্পক প্ৰধান্য দিছে, বিজ্ঞানৰ প্ৰগতি আনিব পৰা নাই; কিন্তু বিজ্ঞানৰ অবিহনে গণতন্ত্ৰ অসম্ভৱ। চীন-সভ্যতা মুষ্টিমেয় কেইজনমান শিক্ষিত লোকৰ মাজতেই আবদ্ধ আছিল; কিন্তু গ্ৰীক-সভ্যতা প্ৰতিষ্ঠিত হৈছিল

দাসত্ব প্ৰথাৰ ওপৰত। সেই কাৰণে চীনৰ প্ৰাচীন শিক্ষা-পদ্ধতিও আধুনিক যুগৰ কাৰণে উপযুক্ত নহয়। চীনবাসীসকলে সেই শিক্ষা পৰিত্যাগ কৰিছে। এই একে কাৰণতেই চীন দেশৰ মুষ্টিমেয় শিক্ষিত সকলৰ দৰেই অষ্টাদশ শতাব্দীৰ বিশিষ্ট লোকসকলৰ আৰ্হিও আধুনিক জগতৰ কাৰণে আদৰ্শনীয় নহয়। জাতীয় জীৱনৰ মঙ্গল সাধনেই শিক্ষাৰ শ্ৰেষ্ঠ উদ্দেশ্য বুলি সকলো শক্তিশালী জাতিৰ মাজতে ধাৰণা বৰ্ত্তমান। জাপানী শিক্ষাৰ উদ্দেশ্য হ'ল উপযুক্ত নাগৰিক গঠন কৰা, —যি নাগৰিকে সুশিক্ষিত প্ৰবৃত্তিবোৰৰ ফলত নিজৰ দেশক ভাল পাব আৰু নিজৰ জ্ঞানৰ সহায়েৰে দেশৰ সেৱা কৰিব। যি নিপুণতাৰে এই দ্বিবিধ উদ্দেশ্য সাধিত হৈছে তাক বেচি প্ৰশংসা কৰিব নোৱাৰি। জাপানীসকলে আত্মৰক্ষাৰ ক্ষমতাৰো পৰিচয় দিব পৰা নাই। কমডোৰ পেৰিৰ (Commodore Perry) সৈন্যবিলাকৰ উপস্থিতিৰ সময়ৰপৰা জাপানীবিলাকে আত্মৰক্ষা কৰিবলৈ টান পাইছিল। তাৰ পিচত জাপানৰ ধৰ্ম্মবিশ্বাসৰ বিষয়ে কবলৈ হলে— শিণ্টু (Shinto) ধৰ্ম্মক অভ্ৰান্ত বুলি বিশ্বাস কৰা হয়। এই সম্পৰ্কে কোনো প্ৰশ্ন কৰিবৰ অধিকাৰ আন কি প্ৰখ্যাত অধ্যাপক সকলৰো নাই। কিন্তু প্ৰকৃত পক্ষে এই ধৰ্ম্মৰ ইতিহাস সৃষ্টিবাদৰ (Genesis) দৰেই অনিশ্চিত। জাপানত ধৰ্ম্মৰ নামত যি অত্যাচাৰ হৈছিল তাৰ তুলনাত আন তান অত্যাচাৰৰ কাহিনী একো নহয়। ঠিক সেইদৰে নৈতিক অত্যাচাৰো চলি আহিছে, যেনে—জাতীয়তা, অপত্য স্নেহ, মিকাডো পূজা ইত্যাদি সম্পৰ্কে কাৰো প্ৰশ্ন কৰিবৰ অধিকাৰ নাই। এইবোৰ কাৰণতে জাপানত বহুবিধ উন্নতিৰ সম্ভৱ হোৱা নাই। এইবিলাক কঠোৰ পদ্ধতিৰ এটা ডাঙৰ বিপদ আছে। বিপ্লৱক উন্নতিৰ একমাত্ৰ উপায় হিচাপে মানুহে গ্ৰহণ কৰিব পাৰে, এই বিপদ বহুলাংশে শিক্ষা পদ্ধতিৰ সৃষ্টি।

প্ৰাচীন চীনত যিবোৰ দোষ আছিল আজিৰ আধুনিক জাপানতো

সেই দোষবোৰকে দেখিবলৈ পোৱা যায়। চীনৰ শিক্ষিতসকল আছিল সংশয়বাদী আৰু আৰামপ্ৰিয়; কিন্তু জাপানৰ শিক্ষা গঠন কৰিছে গোড়া আৰু উৎসাহী নাগৰিকসকলে। প্ৰকৃত শিক্ষাৰ পক্ষে সংশয়বাদ আৰু গোড়ামি দুয়োটাই অনিষ্টকৰ। শিক্ষাৰদ্বাৰা আমি এই বিশ্বাস স্থাপন কৰিব পাৰিম যে জ্ঞান লাভ কষ্টসাধ্য হলেও অসম্ভৱ নহয়। কোনো কোনো বিশেষ সময়ত যিটোক 'জ্ঞান' বুলি আখ্যা দিয়া হৈছে তাৰ মাজত ভুল ত্ৰুটিও থাকিব পাৰে আৰু এনে ভুল ত্ৰুটিবোৰ যত্ন বা অধ্যৱসায়ৰদ্বাৰা সংশোধন কৰিব পৰা যায়; কিন্তু এনে সংশোধন অতি সাৱধানে কৰিব লাগিব। কাৰণ অকণমান ভুলৰপৰাই ভীষণ অনিষ্ট হোৱাৰ সম্ভাৱনা আছে। তথাপি দৃঢ় বিশ্বাসেই আমাৰ সকলো কৰ্ম্মপ্ৰচেষ্টাক সাফল্যমণ্ডিত কৰিব। এনে কাম সহজসাধ্য নহয়। সেই কাৰণে আবেগ আৰু মোহশূন্য তীক্ষ্ণ বুদ্ধিমত্তাৰ অতি প্ৰয়োজন। প্ৰকৃততে বৈজ্ঞানিক মনোভাব এনেকুৱাই হব লাগে। আন আন ভাল বস্তুৰ দৰে জ্ঞানো একেবাৰে কষ্ট নকৰাকৈ লাভ কৰিব নোৱাৰি। স্বমতপোষক গৰ্ব্বিতসকলে নিজৰ কথা পাহৰে আৰু নাস্তিকসকলে নতুন সম্ভাৱনাৰ আশাকে নকৰে। দুয়োবিধেই ভুল। তেওঁলোকৰ এই ভুলে যেতিয়া বিস্তৃতি লাভ কৰে তেতিয়াই সমাজলৈ আহে দুৰ্দ্দিন।

জেচুইট্ (Jesuit) সকলে আধুনিক জাপানীবোৰৰ দৰে শিক্ষাকে বিশেষ প্ৰতিষ্ঠানৰ যেনে—ৰোমান-কেথলিক গীৰ্জ্জাৰ কামত লগাই ভুল কৰিছিল। সকলো শিক্ষাৰ্থীৰে মঙ্গল বিধান কৰা তেওঁলোকৰ লক্ষ্য নাছিল। বাছি বাছি কিছুমান বিদ্যাৰ্থীক গীৰ্জ্জাৰ মঙ্গল সাধনৰ কাৰণে শিক্ষিত কৰি গঢ়ি তুলিবলৈ চেষ্টা কৰিছিল।

তেওঁবিলাকৰ ধৰ্ম্মমতক যদি আমি গ্ৰহণ কৰোঁ তেনেহলে তেওঁলোকক দোষ দিব নোৱাৰোঁ। কাৰণ জাগতিক উন্নতি বিধানতকৈ নৰকৰপৰা আত্মাক ৰক্ষা কৰা বেচি প্ৰয়োজন বুলি ভবা হৈছিল,

আৰু এই উদ্দেশ্য কেৱল ৰোমান-কেথলিক গীৰ্জ্জাই সাধন কৰিব পাৰে বুলি ভাবিছিল। কিন্তু যিসকলে এই মতবাদক সমৰ্থন নকৰে তেখেতসকলে জেচুট্ শিক্ষা-পদ্ধতিক ইয়াৰ ফলৰ (result) দ্বাৰাই বিচাৰ কৰিব। কেতিয়াবা ইয়াৰ অবাঞ্ছিত ফলো ফলিছিল। ইউৰিয়া হিপৰ (Uriah Heep) দৰে মানুহো সৃষ্টি হৈছিল। ভল্টেয়াৰ (Voltaire) জেচুট্ পদ্ধতিৰে সৃষ্টি; কিন্তু বহুত দিনলৈকে এই শিক্ষা-পদ্ধতিয়ে বাঞ্ছিত ফল লাভ কৰিছিল। ধৰ্ম্ম সংস্কাৰবিৰোধী আন্দোলন (counter reformation) আৰু ফৰাচী দেশত প্ৰোটেষ্টাণ্ট ধৰ্ম্মৰ ধ্বংস বহু অংশে জেচুট্বিলাকৰ চেষ্টাৰ ফল। এই উদ্দেশ্য সাধণৰ কাৰণে তেখেতসকলে কলাক আবেগময় (sentimental) ভাৱনাক তৰাং (superficial) আৰু নীতিক শিথিল কৰি তুলিছিল। তেখেতসকলে কৰা অনিষ্টবোৰ নাশ কৰিবলৈ অৱশেষত ফৰাচী বিপ্লৱৰ প্ৰয়োজন হৈছিল। শিক্ষাৰ্থীৰ প্ৰতি মৰম ভাবৰদ্বাৰা অনুপ্ৰাণিত নহৈ তেখেতসকল আন উদ্দেশ্য সাধনৰ কাৰণে অনুপ্ৰাণিত হৈছিল। শিক্ষাক্ষেত্ৰত এয়েই তেখেতসকলৰ অপৰাধ।

জীয়াই থাকিবলৈ হলে আভিজাত্যৰ কিছুমান গুণ থাকিব লাগিব আৰু সেই গুণবিলাক শিক্ষা স্কুলতেই দিব লাগিব। শিক্ষাৰ্থী উদ্যমশীল, উদাসী আৰু সবল হোৱাৰ উপৰিও তেওঁৰ কিছুমান অপৰিবৰ্ত্তনীয় বিশ্বাস থাকিব লাগিব। তেওঁ ন্যায়পৰায়ণ আৰু জগতত নিজৰ এটা ডাঙৰ প্ৰয়োজন আছে বুলি বিশ্বাস কৰিব লাগিব। আচৰিতভাৱে সেই গুণবিলাক আয়ত্ত কৰা হৈছিল। বুদ্ধিৰপৰা সন্দেহ জন্মিব পাৰে বুলি এইবিলাক গুণৰ আগতেই বুদ্ধিক বলি দিছিল। তথাকথিত নীচজাতি বা শ্ৰেণীক শাসন কৰাৰ পথত সহানুভূতি বাধাস্বৰূপ হয় বুলি সহানুভূতিক পৰিত্যাগ কৰা হৈছিল। দৃঢ়তাৰ কাৰণে দয়া আৰু কল্পনাক বলি দিয়া

হৈছিল। এই পদ্ধতিৰপৰা এক পৰিবৰ্ত্তনশীল জগতত স্পাৰ্টা দেশৰ মানুহবিলাকৰ দৰে দোষ-গুণবিশিষ্ট অভিজাত মানুহৰ সৃষ্টি সম্ভৱ হলহেঁতেন। কিন্তু অভিজাতসকলৰ শাসনৰ দিন আৰু নাই। পৰাধীন লোকে বিজ্ঞ আৰু উত্তম শাসককো আজি সহ্য নকৰে। শাসকসকলে পাশৱিক নিৰ্ম্মমতাৰ ইন্ধন যোগায় আৰু সেই নিৰ্ম্মমতাই বিদ্ৰোহৰ কাৰণ হৈ পৰে। জটিলতাপূৰ্ণ আৰু বহু-সমস্যাযুক্ত বৰ্ত্তমান যুগত ক্ৰমবৰ্দ্ধমান মেধাশক্তিৰ প্ৰয়োজন; কিন্তু ডাঃ অৰ্ণল্ডে শিক্ষাপ্ৰণালীৰ আগত সেই ধীশক্তি বলি দিছিল। ইটনৰ খেলা ঠাইত ওৱাৰ্টালু যুদ্ধৰ জয় সম্ভৱ হব পাৰে, কিন্তু সেই একে ঠাইতে বৃটিছ সাম্ৰাজ্যৰ সমাধি ৰচনা কৰা হ'ল। আধুনিক জগতে সম্পূৰ্ণ বেলেগ ধৰণৰ মানৱীয় গুণৰাজিক সমৰ্থন কৰে। তেওঁলোকৰ থাকিব লাগিব সুস্পষ্ট কল্পনা, প্ৰগাঢ় সহানুভূতি, তীক্ষ্ণ বিচাৰবুদ্ধি, দুঃসাহসৰ স্বল্পতা আৰু যান্ত্ৰিক বিদ্যাত পূৰ্ণ আস্থা। ভৱিষ্যতৰ শাসক হব লাগিব জনসাধাৰণৰ সেৱক মাত্ৰ,—গুণমুগ্ধ প্ৰজাবিলাকৰ মহানুভৱ প্ৰভুৰূপে সম্মান পোৱাৰ দিন উকলিল।

আমেৰিকাৰ পাব্লিক স্কুলবিলাকে খুব ভালকৈ সফলতা লাভ কৰিছে। কেবাভাগতো বিভক্ত জনসমূহক একে সূত্ৰেৰে গাঁথি পেলাইছে, কিন্তু জাপানৰ দৰে আমেৰিকাৰ অৱস্থাও অদ্ভুত আৰু অৱস্থা বিশেষে যিটো প্ৰয়োজনীয় হব পাৰে তাক আদৰ্শ বুলি গ্ৰহণ কৰিব নোৱাৰি। সঙ্কীৰ্ণ দেশপ্ৰেম প্ৰচাৰ আমেৰিকাৰ শিক্ষা-নীতিৰ মাৰাত্মক ত্ৰুটি। এই বিষয়ত অৰ্থাৎ শিক্ষাৰ্থীক কোনো উদ্দেশ্য বিশেষৰ উপায় বুলি ধৰি লৈ,—আমেৰিকা, জাপান আৰু জেচুইটসকলৰ দ্বাৰা পৰিচালিত শিক্ষা-পদ্ধতিয়ে ভুল পথকে অনুসৰণ কৰিছে; কিন্তু প্ৰকৃত পক্ষে দেশ বা ধৰ্ম্মতকৈয়ো শিক্ষাৰ্থীক ভাল পোৱাটোহে শিক্ষকৰ কৰ্ত্তব্য। এই নীতি অনুসৰণ কৰিব নোৱৰা শিক্ষক কেতিয়াও আদৰ্শ শিক্ষক হিচাপে পৰিগণিত হব নোৱাৰে।

শিশুসকলৰ প্ৰকৃতি লক্ষ্য কৰিলেও দেখিবলৈ পোৱা যায় যে কোন তেওঁলোকৰ হিতাকাঙ্ক্ষী আৰু কোনে স্বাৰ্থ সিদ্ধিৰ কাৰণে তেওঁলোকক ব্যৱহাৰ কৰিছে—এই দুয়োটা কথা যেন নিজে নিজেই শিশুৱে ধৰিব পাৰে। য'ত শিক্ষাৰ্থীৰ প্ৰতি শিক্ষকৰ মৰম চেনেহ কম, তাত শিক্ষাৰ্থীৰ চৰিত্ৰ বা বুদ্ধি কোনো এটাৰেই প্ৰকৃত উন্মেষ সম্ভৱ নহয়। শিক্ষকৰ মৰম চেনেহে শিশুক একোটা মহৎ লক্ষ্য গ্ৰহণ কৰিবলৈ সুবিধা দিয়ে। আমি সকলোৱেই কত ভাল বস্তুলৈ আশা কৰোঁ, কিন্তু আমি যিহৰ জৰীয়তে সেই মহৎ উদ্দেশ্য সাধিত হব পাৰে তালৈ জানো অকণো মন কাণ দিওঁ? সেই কথা অকণো দেখোন আমি ভাবিয়েই নেচাওঁ। প্ৰত্যেক সাধাৰণ মৰমিয়াল দেউতাকেই নিজৰ কাৰণে যেনেকুৱা সুখ সুবিধাৰ আশা কৰে, ঠিক তেনেকৈয়ে নিজৰ সন্তানৰ কাৰণেও শুভ কামনাকে কৰি থাকে। তেওঁলোকে সদায় ভাবে—কেনেকৈ তেওঁলোকৰ সন্তান সুস্থ, সবল হৈ স্কুলতো ভালকৈ পঢ়া-শুনা কৰি উন্নতিৰ পথত আগবাঢ়িব পাৰে। পিতৃ-মাতৃসুলভ এই মৰম, ভালপোৱা আৰু শুভেচ্ছা সকলো সময়তে যে নিজ সন্তানৰ ওপৰতে আৱদ্ধ থাকে, এনে নহয়; যিবিলাকে শিশুৰ শিক্ষাৰ ভাৰ লব, তেওঁলোকৰো এনে শুভেচ্ছা থাকিবই লাগিব। যিবিলাকৰ অন্তৰ এনে মৰম চেনেহেৰে পৰিপূৰ্ণ, তেওঁলোকেইহে শিক্ষা দিয়াৰ অধিকাৰী। যিবিলাকে যি কোনো সামান্য কাৰণতে প্ৰতিহিংসা লবলৈ বা অসৎ উপায় অৱলম্বন কৰিবলৈ কুণ্ঠিত নহয় তেওঁলোক নিশ্চয় পিতৃ-মাতৃসুলভ স্নেহৰপৰা বঞ্চিত।

কিন্তু শিশুৰ প্ৰতি মৰম চেনেহেই অকল শিক্ষকৰ গুণ নহয়। মানৱ-চৰিত্ৰৰ বৈশিষ্ট্য সম্বন্ধেও তেওঁলোকৰ স্পষ্ট জ্ঞান থাকিব লাগিব। মেকুৰীয়ে যেনেকৈ নিগনি ধৰি আনি কেনেকৈ চিকাৰ কৰিব লাগে পোৱালিক শিকাবলৈ সিহঁতৰ লগত খেলিব লগা হয়, ঠিক সেইদৰেই লৰা ছোৱালীৰ লগতো যুদ্ধবিদ্‌সকলে তেনে

ব্যৱহাৰেই কৰে। মেকুৰীয়ে তাৰ পোৱালিকহে ভাল পায়, নিগনি পোৱালিটোক ভাল নেপায়; ঠিক সেইদৰেই যুজাৰুসকলে নিজ সন্তানকহে ভাল পাব পাৰে—সিহঁতৰ শত্ৰুৰ লৰা-ছোৱালীক কেতিয়াও ভাল পাব নোৱাৰে। কেতিয়াবা এনেকুৱাও দেখা যায় যে যিবোৰে সমগ্ৰ মানৱ জাতিক ভাল পায়, তেওঁলোকেও জীৱনৰ মঙ্গল সম্বন্ধে ভুল ধাৰণাৰ বশৱৰ্ত্তী হৈ ভুল পথে যাব লগীয়া হব পাৰে। সেই কাৰণে মানৱ জীৱনৰ যিটো সকলোতকৈ শ্ৰেষ্ঠ সম্পদ বা যি শিক্ষা-পদ্ধতিৰদ্বাৰা সেই শ্ৰেষ্ঠ সম্পদ লাভ কৰিব পাৰি তাৰ কাৰণেহে সকলোতকৈ আগতে চেষ্টা কৰা উচিত।

কিছুমান সদ্‌গুণ মানৱ জাতিৰ একোটা একোটা অংশ বিশেষৰ কাৰণে প্ৰয়োজনীয়, আৰু কিছুমান সদ্‌গুণ গোটেই মানৱ জাতিৰ কাৰণে প্ৰয়োজনীয়। আমি এই দুয়োবিধকে ভাগ কৰি কঁহিয়াই চাব লাগিব। আমাক যেনেকৈ শিল্পী লাগে, ঠিক তেনেকৈয়ে বৈজ্ঞানিকো লাগে; শাসন কাৰ্য্য পৰিচালনাৰ কাৰণে যেনেকৈ মানুহৰ আৱশ্যক ঠিক তেনেকৈয়ে হাল বাবলৈ, কল কাৰখানা চলাবলৈ, অফিচ বেঙ্ক আদি চলাবলৈয়ো মানুহৰ আৱশ্যক। যি গুণৰাজিয়ে কোনো বিশেষ সময়ত কোনো মানুহক অতি উন্নতিৰ পথলৈ নিয়ে, সেই গুণৰাজি জন সাধাৰণৰ কাৰণে উপকাৰী নহবও পাৰে। শ্বেলীয়ে কৰিব সুন্দৰ কাৰ্য্য-তালিকাৰ বিষয়ে কৈছে যে—

He will watch from dawn to gloom
The lake reflected sun illume
The yellow bees in the ivy bloom,
Nor heed nor see what things they be.

এই কাৰ্য্য-তালিকা কৱিৰ কাৰণেহে উপযোগী হব পাৰে, পিয়নৰ কাৰণে নহয়। সেই কাৰণে আমি সকলোৱেই একোজন কৱি হৈ উঠাৰ শিক্ষাপদ্ধতি আমাৰ উদ্দেশ্য হব নোৱাৰে; তথাপি এনে কিছুমান গুণ

আছে যিবোৰ গোটেই মানৱ জাতিৰ কাৰণেই প্ৰয়োজনীয়। অতি আৱশ্যকীয় গুণবোৰৰ কথা আমি বিচাৰ কৰি চাব লাগিব।

আদৰ্শ চৰিত্ৰ গঠন কৰিবৰ কাৰণে প্ৰাণশক্তিৰ প্ৰাচুৰ্য্য, সাহস, তীক্ষ্ণ অনুভূতি আৰু জ্ঞান বুদ্ধি এই চাৰিটা বস্তুৰ সমাৱেশ অপৰিহাৰ্য্য। উপযুক্ত শাৰীৰিক আৰু মানসিক শিক্ষাৰদ্বাৰা অতি সহজতে শিশুক এই চাৰিটি গুণ শিকাব পৰা যায়।

- প্ৰাণশক্তিৰ ( vitality ) প্ৰাচুৰ্য্য শৰীৰবিদ্যাৰ অন্তৰ্গত; য'ত পূৰ্ণ-স্বাস্থ্য আছে তাতেই প্ৰাণশক্তিৰ প্ৰাচুৰ্য্য আছে। বয়সৰ লগে লগে এই শক্তি হ্ৰাস হৈ যায় আৰু বৃদ্ধ অৱস্থাত একেবাৰে নাই-কিয়া হয়। সুস্থ শিশুৰ জীৱনত এই শক্তিৰ পৰিপূৰ্ণ প্ৰকাশ দেখিবলৈ পোৱা যায়; কিন্তু লৰা-ছোৱালীয়ে যেতিয়া পঢ়াশালিলৈ যাবলৈ আৰম্ভ কৰে তেতিয়া আন শিক্ষাৰ ছাপত যেন এই শক্তি অলপ কমি যাবলৈ ধৰে। য'ত প্ৰাণশক্তিৰ প্ৰাচুৰ্য্য আছে তাত যেন কোনো বিশেষ আনন্দৰ কাৰণ নোহোৱাকৈয়ে জীয়াই থাকিবলৈ মানুহৰ এটা হেঁপাহ আৰু আনন্দ জাগে। প্ৰাণশক্তিয়ে এফালে আনন্দ বঢ়ায় আৰু আন ফালে দুখ দুৰ্গতি আঁতৰ কৰে। প্ৰত্যেক কামতে প্ৰত্যেক ঘটনাতে অশেষ কৌতুহল জগাই তোলে, বাহিৰা কৰ্ম্মশক্তি বাঢ়ে আৰু সুস্থ জীৱনলৈ এই কৰ্ম্মশক্তি অতি আৱশ্যক। নিজকে লৈ ব্যস্ত থাকিবলৈ মানুহে ভাল পায়। বাহিৰে যিহকে দেখক বা শুনক তথাপি মানুহে নিজৰ কাৰণে ব্যস্ত থাকেই। এনে ভাবপ্ৰৱণতাই মানুহক সুখ দিয়ক ছাৰি দুখহে দিয়ে আৰু জীৱন নীৰস কৰি তোলে। আনফালে প্ৰাণ-শক্তিয়ে বহিৰ্জ্জগতৰ কামত আমাৰ হৃদয়ত দিয়ে কৌতুহল আৰু শৰীৰত দিয়ে কঠোৰ পৰিশ্ৰমৰ শক্তি। ইয়াৰ উপৰিও মানৱ জীৱনৰ প্ৰধান দুখৰ কাৰণ ঈৰ্ষা ভাবৰ বিৰুদ্ধে এই শক্তিয়ে কাম কৰি মানুহক শান্তিৰে জীয়াই থাকিবলৈ ইন্ধন যোগায়। প্ৰাণশক্তিৰ বলতেই মানুহৰ জীৱন আনন্দময় হৈ উঠে। সেই কাৰণে আনৰ ভাল আৰু

নিজৰ বেয়া চিন্তা কৰি দুখ কৰিবলৈ সি আৰু সময় নেপায়। এই প্ৰাণশক্তিক আমি এটা সুস্থ সবল বাঘৰ লগত তুলনা কৰিব পাৰোঁ। এনে প্ৰাণশক্তি অৰ্জ্জন কৰা সকলোৰে নিতান্ত প্ৰয়োজন।

তাৰ পিচত সাহসৰ কথা—সাহসৰ ৰূপ বহুত আৰু প্ৰতিটো ৰূপেই বৰ জটিল। নিৰ্ভীকতা আৰু ভয়ক জয় কৰাৰ ক্ষমতা(ভয় নকৰা) দুয়োটা বেলেগ বস্তু। আকৌ যুক্তিসঙ্গত ভয়ৰ অভাৱ আৰু অযৌক্তিক ভয়ৰ অভাৱো একে বস্তু নহয়। অযৌক্তিক ভয়ৰ অভাৱ আৰু ভয়ক জয় কৰাৰ ক্ষমতা সঁচাকৈয়ে ভাল ; কিন্তু যুক্তিসঙ্গত ভয় নোহোৱাটো ভাল নে বেয়া সেই প্ৰশ্নটো ভাবিবলগীয়া।

অযৌক্তিক ভয়ে বহুত সময়ত বেচি ভাগ মানুহৰ মনতেই স্বাভাৱিক প্ৰবৃত্তি আৰু আৱেগৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। তেনে ধৰণৰ ভয়ৰ পৰিণাম স্বৰূপে অত্যাচাৰ, দুশ্চিন্তা আদিৰ সৃষ্টি হয়। ভয় মানুহৰ সহজাত ধৰ্ম্ম। বৰ্ত্তমান যুগত এই মতবাদৰ ওপৰত যুক্তিসঙ্গত ভাৱেই আপত্তি কৰা হৈছে, কিন্তু এই কথাও সঁচা যে ভয় অতি সংক্ৰামক। বয়সিয়ালসকলৰ অজ্ঞাতসাৰেই তেওঁলোকৰ ভয় শিশুৰ মনলৈ সংক্ৰামিত হয়। ইমান দিনলৈকে পুৰুষে ভাবিছিল যে নাৰীৰ ভয় তেওঁলোকৰ চৰিত্ৰৰ ভূষণ স্বৰূপ ; কাৰণ কোনো বিপদৰ সম্মুখীন নোহোৱাকৈয়ে পুৰুষে ভয়-বিহ্বলা নাৰীৰ ৰক্ষাকৰ্ত্তা হিচাপে আত্ম-প্ৰসাদ লাভ কৰিব পাৰিছিল। কিন্তু ইয়াৰ ফল বিপৰীত হৈছে। এই পুৰুষৰ ( generation ) সতি-সন্তানবিলাকেও তেওঁলোকৰ চৰিত্ৰত মাকৰ ভয়াতুৰা মনৰ ছাঁ পাইছে। নাৰীক ভয়াতুৰা আৰু পৰাধীন কৰি ৰখাৰ ফলত তেওঁলোকৰপৰা বংশানুক্ৰমে ভয় সংক্ৰামিত হোৱা দেখা যায়।

মহা অনিষ্টৰ মূল ভয় কেনেকৈ দূৰ কৰিব পৰা যায় তাকেহে চিন্তা কৰিবলগীয়া। ভয় জোৰ কৰি দূৰ কৰিব পাঁচি নে নোৱাৰি, বা অন্য বেলেগ পন্থাৰে ইয়াক দূৰ কৰিব পাৰি ? কাকো ভয় নকৰা-

টোৱেই আছিল আভিজাত্যৰ শিক্ষা আৰু তলতীয়াবোৰে অভিজাত বোৰক সদায় ভয় কৰিয়েই চলিব লগা হৈছিল। বাহ্যিক ব্যৱহাৰৰ মাজতেই ইমান দিন সাহসৰ পৰিচয় আৱদ্ধ হৈ আছিল। যেনে :—যুদ্ধ-ক্ষেত্ৰৰপৰা পলাই যোৱা অন্যায়, খেল-ধেমালিত পাৰদৰ্শিতা দেখুওৱাটো পুৰুষৰ কৰ্ত্তব্য, বিপদত ধৈৰ্য্য ধৰাই হল পুৰুষত্বৰ লক্ষণ, ইত্যাদি। তেওঁ যে অকল ভাল কামেই কৰিব সেইটো নহয়, ভয়ত কেতিয়াও মুখ বিবৰ্ণ হব নেলাগিব, কঁপিব নোৱাৰিব বা কেতিয়াও কোঁপাব নোৱাৰিব। এটা কথাত কবলৈ হলে ভয়ৰ কোনো বাহিৰা লক্ষণ প্ৰকাশ কৰিব নোৱাৰিব। সঁচাকৈ এইবোৰ যে অতি আৱশ্যকীয় তাত কোনো সন্দেহ নাই ; কিন্তু সকলো জাতি, শ্ৰেণী, স্ত্ৰী আৰু পুৰুষ নিৰ্ব্বিশেষে সকলোৰে মাজত যাতে নিৰ্ভীকতা বিয়পি পৰে, তাকে আমি চেষ্টা কৰিব লাগিব। কিন্তু ভয় গুচুৱাৰ পুৰণি নিয়মবিলাক একেবাৰে দোষমুক্ত নহয়। মানুহৰ হৃদয়ত সাহসৰ সঞ্চাৰ কৰিবৰ কাৰণেই লাজ আৰু কলঙ্কক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰা হৈছে। কিন্তু এই প্ৰথাও নিৰ্দ্দোষ নহয়; কাৰণ ইয়াত এটা ভয়ৰ দ্বন্দ্ব সৃষ্টি হৈ লোক নিন্দাৰ ভয় অৱশেষত ডাঙৰ হৈ উঠে। অকল কাম কাজতেই ভয়ক দূৰ কৰিব পাৰিলেই নহব, অনুভূতিৰপৰাও ভয়ক দূৰ কৰিব পাৰিব লাগিব। বাহ্যিক ব্যৱহাৰৰপৰা ভয় দূৰ কৰিব পাৰিলেও অন্তৰৰ অন্তস্থলত তাৰ প্ৰভাৱ থাকি যায় আৰু সেই লুকাই থকা ভয়েই অনেক সময়ত আমাৰ অনিষ্ট সাধন কৰে। উদাহৰণ স্বৰূপে :— যেতিয়া বৃটিছ অধ্যক্ষ জনে চাংহাইত নিৰস্ত্ৰ এদল চীনা ছাত্ৰৰ ওপৰত পিচফালৰপৰা গুলী চালনা কৰিবলৈ আদেশ দিছিল, তেওঁ নিশ্চয় ভয়ৰদ্বাৰাই পৰিচালিত হৈছিল। যুদ্ধ-ক্ষেত্ৰৰপৰা পলাই যোৱাৰ পিচত তেওঁৰ অৱস্থা হৈছিল ভীৰু সৈন্যবিলাকৰ দৰেই। কিন্তু নিজ ধৰ্ম্মৰ মনস্তাত্বিক ৰহস্য বুজিব পৰা ক্ষমতা তেওঁলোকৰ নাই। এনে প্ৰকৃত কাপুৰুষতাকেই দৃঢ়তা আৰু বীৰত্ব বুলি তেওঁলোকে ভাবে।

শৰীৰ আৰু মনৰ লগত ভয় আৰু খঙৰ পৰস্পৰ সম্বন্ধ আছে। খঙাল লোকৰ সৎসাহসৰ অভাৱ। নিগ্ৰোজাতিৰ বিদ্ৰোহ বা কমিউনিষ্ট অভ্যুত্থান দমন কৰিবলৈ যি নিষ্ঠুৰতাৰ পৰিচয় দিয়া হৈছে, তাৰ মূলতেই হৈছে কাপুৰুষতা। এনে কাপুৰুষতাও আন পাপৰ দৰে এটা পাপ।

আমাৰ বিশ্বাস যে, যি শিক্ষাৰ ফলত সাধাৰণ পুৰুষ বা মহিলাই নিৰ্ভীক জীৱন যাপন কৰিবলৈ সক্ষম হব, তেওঁলোকক তেনে শিক্ষা দিয়া খুব ভাল। ইমান দিনে কিছুমান মুষ্টিমেয় বীৰ বা মহাপুৰুষে এনে ধৰণৰ আদৰ্শ-জীৱন যাপন কৰিবলৈ সক্ষম হৈছে। আদৰ্শ অকল ভয় দমন কৰাতেই নহয়; ইযাৰ মূলত বহুত কাৰণ আছে। স্বাস্থ্য আৰু প্ৰাণশক্তি সেই সাহসৰ সহায়ক। অভ্যাস আৰু বিপদৰ লগত সংগ্ৰাম কৰিবৰ ক্ষমতাও অতি আৱশ্যক। এই সাহসৰ ভিত্তি হব আত্মসন্মান জ্ঞান আৰু জীৱনৰ প্ৰতি আত্ম নিৰপেক্ষ দৃষ্টি। আত্ম-সন্মান জ্ঞানৰ কথা ধৰা যাওক। অতি কম মানুহেই নিজৰ মতৰদ্বাৰা পৰিচালিত হয়। কিন্তু বেছি ভাগেই তেওঁলোকৰ ওচৰ-চুবুৰীয়াৰ মত বা মন্তব্যৰ ওপৰত নিৰ্ভৰ কৰিবলৈ বিচাৰে। এই দ্বিতীয় বিধ মানুহৰ সৎসাহসৰ বৰ অভাৱ। প্ৰশংসাৰ লোভ তেওঁলোকৰ বৰ বেছি আৰু পিচত সেই প্ৰশংসা নোপোৱোটোৰ কাৰণে তেওঁলোকৰ বৰ ভয়। প্ৰাচীন কালৰ বিনয়, নম্ৰতা, শিক্ষা আদিৰ পদ্ধতিয়ে যেন পাপহে সৃষ্টি কৰিছিল; কাৰণ নম্ৰতাৰ কাৰণে আত্ম-সন্মান জ্ঞানক দমন কৰিব লগীয়া হৈছিল। কিন্তু আনৰপৰা প্ৰশংসা বা সন্মান পাবৰ আশা তেওঁলোকে কেতিয়াও ত্যাগ কৰিব নোৱাৰিছিল। এটা কৃত্ৰিম বিনয় প্ৰকাশৰ পদ্ধতিৰে তেওঁলোকক শিক্ষা দিয়া হৈছিল। সেই কাৰণে কপটতা আৰু অসত্যই হৈছিল ইয়াৰ পৰিণতি। যিবোৰ শিশুৱে এই অযুক্তিসঙ্গত বিনয়ৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল, তেওঁলোকে জোৰ কৰি মানুহৰপৰা সন্মান আদায় কৰিবলৈ চেষ্টা কৰিন্দে। ইয়াৰপৰাই এইটো ঠিক হৈছে যে যি আদেশ পালন কৰিব পাৰে তেৱেঁই হে

আদেশ দিবৰো যোগ্যতা লাভ কৰিছে; কিন্তু প্ৰকৃতপক্ষে আদেশ দিয়া আৰু আদেশ পালন কৰা দুয়োটা কথাই অবাস্তৱ। মানুহৰ কাৰ্য্যৰ উপায় হব স্বতঃ-প্ৰবৃত্ত সহযোগিতা আৰু সেই ঠাইত নেতাৰ ঠাই লাভ কৰিব ঠিক ফুটবল খেলাৰ দলপতিৰ দৰেই। আমাৰ সকলো চেষ্টা হব অন্তৰৰপৰা—বাহিৰৰ হেঁচাৰপৰা নহয়; আৰু আমি আমাৰনিজৰ মত কাৰো ওপৰত জোৰ কৰি জাপি নিদিওঁ।

জীৱনৰ প্ৰতি আত্মনিৰপেক্ষ দৃষ্টিয়েই হল সাহসৰ শ্ৰেষ্ঠতম অপৰিহাৰ্য্য অঙ্গ। যাৰ আশা-নিৰাশা, ভয়-ভীতি অকল নিজক কেন্দ্ৰ কৰিয়েই থাকে, সেইবোৰে কেতিয়াবাহে প্ৰশান্ত দৃষ্টিৰে মৃত্যুৰ ফালে চাব পাৰে। এইখিনিতো সেই সহজ-সুলভ আত্ম দমনৰ ভাব আহি পৰে। ধাৰ্ম্মিক লোকে সকলো ত্যাগ কৰিব পাৰে; স্বাভাৱিক আনন্দপ্ৰৱণতাকো তেওঁলোকে বাদ দিব লগা হয়। এনে কৰা একো অসম্ভৱ নহয়; কিন্তু ইয়াৰ অশুভ ফলো আছে। কাৰণ ঈৰ্ষাই কব নোৱৰাকৈয়ে অনিষ্ট সাধন কৰে। আৰু যিবোৰ কঠিন ব্ৰতী, তেওঁলোকে ভাবে যে দুখেহে মানুহক মহৎ কৰে। সেই কাৰণে কৃচ্ছ্ৰ সাধনাক যুক্তিসঙ্গত বুলি ধৰা হয়। নিজে কৰি অহা কামবোৰতেই বিশৃঙ্খলতাই দেখা দিয়ে আৰু যি ভাল তাকো বেয়া যেন লাগে। নেতিবাচক জীৱন-দৰ্শনৰ মাজতেই জীৱনৰ চৰম মুল্য উপলব্ধিৰ চেষ্টা চলিছে,—স্বাভাৱিক প্ৰবৃত্তি আৰু বাসনাক সম্প্ৰসাৰিত বা সুসমৃদ্ধ কৰিবলৈ এই চেষ্টা হোৱা নাই। এনে ভ্ৰান্ত চেষ্টা সকলো অনৰ্থৰ মুল। মানৱ প্ৰকৃতিত এনেকুৱা কিছুমান গুণ আছে যি বিনা চেষ্টাতেই নিজৰ গণ্ডীৰপৰা বহুত দূৰলৈ যায়। যেনে মৰম, চেনেহ, ভালপোৱা ইত্যাদি, বিশেষকৈ সন্তানৰ প্ৰতি মাতৃস্নেহ।

আন এটি গুণ হল জ্ঞান। গেলিলিও ( Galileo ) যে অতি সদাশয় লোক আছিল সেইটো একো ভাবিব বা চিন্তা কৰিব

লগীয়া কথা নহয়। কিন্তু তেখেতে যে এটা মহৎ উদ্দেশ্যৰ কাৰণে জীৱন দি অমৰ হৈ বল, সেই কথাহে ভাবিবলগীয়া। কিন্তু তেখেতে যি উদ্দেশ্যৰ হকে জীৱন উৎসৰ্গ কৰিলে, মৃত্যুৱেও সেই উদ্দেশ্যক পৰাভূত কৰিব পৰা নাই। তাৰ পিচত আৰ্টৰ কথালৈ আহোঁ। প্ৰকৃতপক্ষে দেহাতিৰিক্ত বাহিৰৰ কোনো বস্তুলৈ মানুহৰ যি হেঁপাহ, সিমানখিনি আত্মনিৰপেক্ষতা তেখেতে অৰ্জ্জন কৰিব পাৰিছিল। কিন্তু যদিও এই কথাটো অলপ অসামঞ্জস্যপূৰ্ণ যেন লাগে, তথাপি এই কথা সঁচা যে যাৰ চিন্তা ভাৱনা নিজকে লৈয়ে ব্যস্ত, সেই স্বাৰ্থপৰ মানুহবোৰৰ দুখেভৰা জীৱনতকৈ সেই উদাৰ প্ৰকৃতিৰ মানুহবোৰৰ জীৱনত দুখ কম। যিবোৰে নিজ সত্তাক বিৰাট জগতৰ এটি ক্ষুদ্ৰ অংশ মাত্ৰ বুলি ভাবি নিজ সত্তাৰ প্ৰতি কোনো ঘৃণা ভাব পোষণ কৰি বিশাল জগতৰ অনন্ত সত্তাৰ মূল্য উপলব্ধি কৰে তেনে লোকৰ মাজতেই প্ৰকৃত সাহসৰ পৰিপূৰ্ণ প্ৰকাশ দেখা যায়। মানুহৰ ভাৱপ্ৰৱণতা আৰু বুদ্ধি যত স্বাধীন আৰু সক্ৰিয় নহয়, তাত এনে ভাব উদয় সম্ভাৱনা কম। যাৰ মন উদাৰ আৰু যি স্বাৰ্থপৰ আৰু আত্মসুখান্বেষী নহয়, যি মৃত্যুকো অতি নগণ্য জ্ঞান কৰে, তেনে উদাৰ স্বভাৱৰ মানুহৰ মাজতহে স্বাভাৱিক ভাৱপ্ৰৱণতা আৰু সক্ৰিয় বুদ্ধিমত্তাৰ মিলন দেখিবলৈ পোৱা যায়। এনে সাহসৰ উন্নতিয়েই নিযুক্ত চৰিত্ৰৰ প্ৰধান অঙ্গ।

আলোচ্য তৃতীয় গুণটো ভাৱপ্ৰৱণতাক সাহসৰেই এটা সংশোধনী অৱস্থা বুলিব পাৰি। বিপদৰ কাৰণে ভয় নকৰা মানুহৰ কাৰণে সাহসিক কাম কৰাটো একো টান নহয়; কিন্তু সেই সাহ নিৰ্ব্বোধৰহে সাহ। যি কামৰ মূলত অজ্ঞতা বা বিস্মৃতি আছে সেই কাম সমৰ্থন যোগ্য নহয়। সকলো কামতেই পৰিপূৰ্ণ জ্ঞান আৰু অনুভূতিৰ অতি আৱশ্যক। শিশুৰ চৰিত্ৰ বিশ্লেষণ কৰিলে এই কথাটো পৰিষ্কাৰ হৈ পৰিব। জন্মৰ পিচতে শিশুৰ অনুভৱ ক্ষমতা অতি সীমাবদ্ধ, খোৱা

বা কাপোৰ-কানিৰ উত্তাপজনিত সুখৰহে অনুভূতি সিহঁতৰ মনত জাগে। কিন্তু যেতিয়া শিশু পাঁচমহীয়া হয় তেতিয়াই সিহঁতৰ মনত প্ৰথম নতুন অনুভূতিৰ সঞ্চাৰ হোৱা দেখা যায়। সেই অনুভূতি হল সামাজিক। সিহঁতে আনৰ প্ৰশংসাত আনন্দ অনুভৱ কৰিবলৈ আৰম্ভ কৰে। এই আনন্দ অনুভূতি অতি সোনকালে বাঢ়িবলৈ ধৰে আৰু প্ৰত্যেক শিশুৱে প্ৰশংসা যেনেকৈ ভাল পায় নিন্দাও তেনেকৈ ঘিণ কৰিবলৈ আৰম্ভ কৰে। সেই কাৰণে আনৰ প্ৰশংসা পাবৰ কাৰণে প্ৰবল ইচ্ছা গোটেই জীৱনতে থাকি যায়। সৎ ব্যৱহাৰৰ কাৰণে অনুপ্ৰেৰণা আৰু বেয়া আচৰণক বেয়া পোৱাৰ কাৰণে যি অনুভূতি, তাৰ মূল্য বৰ বেচি। আমি যদি আমাৰ প্ৰশংসা লাভৰ ক্ষেত্ৰত স'চাকৈয়ে বিজ্ঞ হলোহেঁতেন তেনেহলে ইয়াৰ ফল অতি শুভ হলহেঁতেন কিন্তু যেতিয়ালৈকে নৰহত্যাকাৰীবোৰে বীৰ যোদ্ধা বুলি প্ৰশংসা অৰ্জ্জন কৰিব তেতিয়ালৈকে এই প্ৰশংসা-প্ৰীতি উন্নত জীৱনৰ পক্ষে অতি আৱশ্যকীয় বুলি বিবেচিত হব নোৱাৰে।

সুস্থ অনুভূতিপৰায়ণতাৰ পিচৰ স্তৰটো হল সহানুভূতি। শাৰীৰিক সহানুভূতি বুলিও এটা কথা আছে। বাই ভনীক কন্দা দেখি শিশুৱে কান্দিবলৈ ধৰাটো এটা শৰীৰিক সহানুভূতিৰ উদাহৰণ। ইয়েই যেন সহানুভূতিৰ আৰম্ভ। এই বিষয়ত দুটা বস্তুৰ বিশেষ প্ৰয়োজন। প্ৰথমতে যাৰ লগত কোনো মৰমৰ বান্ধোন নাই, তেওঁৰ দুখতো দুখ উপলব্ধি কৰিব লাগিব। দ্বিতীয়তে কাৰোবাৰ কোনো দুখৰ কাৰণ জানিব পাৰিও দুখত অভিভূত হোৱা। সহানুভূতিৰ এই দ্বিতীয় ৰূপটো বহুতখিনি বুদ্ধিমত্তাৰ ওপৰত নিৰ্ভৰ কৰে। কিছুমান দুখৰ কাহিনী শুনি বা উপন্যাসত বৰ্নিত কোনো কথাৰ বিষয়ে পঢ়ি যি দুখত সহানুভূতি জন্মে সেইটো এনেবিধ সহানুভূতিৰ বিস্তৃত ৰূপ। এনে ধৰণৰ সহানুভূতি যেনে বিৰল তেনে আৱশ্যকীয়। কোনো প্ৰিয়জনৰ কেনেচাৰ হোৱাৰ খবৰ পালে কাৰ বেয়া নেলাগিব? কোনো অপৰিচিত

মানুহে হাস্পতালত ৰোগ যন্ত্ৰণাত চট্‌ফটাই থকা দেখিলে বেছিভাগ মানুহৰেই সহানুভূতি উপজিব। কিন্তু তেওঁলোকেই যদি কোনো কিতাপত কেন্‌চাৰত আক্ৰান্ত হৈ কোনোবা মৰাৰ বিষয়ে পঢ়ে তেতিয়া হয়তো তেনে ধৰণে বিচলিত নহব; মাত্ৰ কিজানি নিজে কেতিয়াবা এইদৰে কেন্‌চাৰত আক্ৰান্ত হৈ মৰিবলগীয়া হয় বা কোনো আপোন জনে কেন্‌চাৰত ভুগিব লগা হয়, সেইটো ভাবিহে কষ্টেকৰ কাৰণে ভয় খাব। যুদ্ধ সম্বন্ধেও সেই একে কথা। কিজানি তেওঁৰ নিজ পুত্ৰ বা ভাই বন্ধু যুদ্ধত অঙ্গহীন হৈ পৰে—এই চিন্তা মানুহৰ মনত সততে থাকে। কিন্তু যুদ্ধৰ ফলত যে লক্ষ লক্ষ বিকলাঙ্গ হৈ পৰাটো আৰু কিমান গুণে বেছি ভয়ঙ্কৰ, এই কথা তেওঁলোকৰ চিন্তাৰো অগোচৰ। যি ব্যক্তিগত জীৱনত অতি স্নেহপৰায়ণ সিয়ো যুদ্ধৰ উত্তেজনাময় কথাৰ বাহিৰেও, অনুন্নত দেশৰ লৰা-ছোৱালীবোৰৰ ওপৰত অত্যাচাৰ উৎপীড়ন কৰি অৰ্থোপাৰ্জ্জন কৰিবলৈ দ্বিধা বোধ নকৰে। ইয়াৰপৰাই আমি ভালকৈ জানিব পাৰো যে অধিকাংশ মানুহৰ মাজতেই সূক্ষ্ম সহানুভূতি অতি কম। এই অৱস্থাৰ যদি কোনো পৰিবৰ্ত্তন হয়, তেতিয়া হলে বৰ্ত্তমান যুগৰ বহুত দুখ কষ্ট লাঘৱ হব। দূৰ দেশৰ অধিবাসীসকলৰ বিষয়ে জানিবলৈ বিজ্ঞানে আমাক খুব সহায় কৰিছে; কিন্তু সেইবুলি আমাৰ সহানুভূতি তেওঁলোকৰ প্ৰতি অকণো বঢ়া নাই। উদাহৰণস্বৰূপে আমি কব পাৰোঁ যে—কোনো এজন বৰ ধনী মানুহে জানিবা কোনো বন্ধু-বান্ধৱৰ পৰামৰ্শ মতে কোনো এখন দূৰ দেশত কোনো এটা ডাঙৰ কাৰখানাৰ অংশ কিনি ললে। সেই কাৰখানা আৰু তাত উৎপন্ন হোৱা বস্তুৰ বিষয়ে জানিবলৈ তেওঁৰ অকণো আগ্ৰহ নাই। সেই কাৰখানাৰ বনুৱাবিলাকৰ ওপৰত কেনে ধৰণৰ অত্যাচাৰ হব লাগিছে তাৰ বাবেও তেওঁৰ ভ্ৰূক্ষেপ নাই। তেওঁ জানে মাত্ৰ তেওঁৰ লাভাংশৰ বিষয়েহে। তেওঁ ভাবিব যে যদি সক সক লৰা-ছোৱালী

বোৰৰ ওপৰতো কঠোৰ পৰিশ্ৰমৰ বোজা জাপি দিয়া নহয়, তেতিয়া হয়তো তেওঁ ইমান লাভাংশ নেপালেহেঁতেন; তথাপি তেওঁলোকৰ প্ৰতি তেওঁৰ অকণো সহানুভূতি নোপজে। সূক্ষ্ম সহানুভূতিয়েও তেওঁক অকণো বিচলিত কৰিব নোৱাৰে। সৰহীয়া উৎপাদনৰ কাৰণে ই যেন তলতীয়া জাতিৰ ওপৰত এক নিষ্ঠুৰ উৎপীড়ন আৰু অত্যাচাৰ। পৰোক্ষ সহানুভূতি জগাই তুলিব পৰা প্ৰকৃত সৎ শিক্ষাৰ প্ৰচলন হোৱা হলে এনেকুৱা অৱস্থাৰ সম্ভৱ নহলহেঁতেন।

প্ৰত্যক্ষ অনুভূতিও শিক্ষাৰ অন্যতম লক্ষ্য হোৱা উচিত। প্ৰকৃত পক্ষে ই পৰ্য্যবেক্ষণৰ লগত অভিন্ন আৰু বুদ্ধিমত্তাৰ লগত ইয়াৰ সম্পৰ্ক অতি ঘনিষ্ঠ। কিন্তু সচৰাচৰ প্ৰচলিত নৈতিক আদৰ্শই সেই মূল্য নিৰ্দ্ধাৰণ কৰিব পৰা নাই। গ্ৰীক বিলাকে এই সম্পৰ্কে ভুল কৰা নাছিল। কিন্তু কোনো কোনো ধৰ্ম্ম মতে মানুহক এই ধৰ্ম্মৰ বাহিৰে যে আন বস্তুৰ কোনো মূল্য নাই সেই কথা বলেৰে বিশ্বাস কৰোৱাব খুজিছিল। কিছুমান কথাক অন্যায় ভাৱেৰে পাপ বুলি প্ৰচাৰ কৰা হৈছিল আৰু সেইবিলাকৰ-পৰা নিবৃত্ত হোৱাটোকেই ধৰ্ম্ম বুলি মনা হৈছিল। যেতিয়ালৈকে মানুহৰ মনৰপৰা এই ভাবধাৰা আঁতৰ নহব, তেতিয়ালৈকে বুদ্ধিমত্তা যে এই কৃত্ৰিম ধৰ্ম্মৰ অনেক ওপৰত আৰু অনেক মঙ্গলদায়ক সেই কথা বুজোৱা বৰ টান হব। বুদ্ধিমত্তা বুলিলে আমি প্ৰকৃত জ্ঞান বা জ্ঞান গ্ৰহণৰ যোগ্যতা বা প্ৰৱণতাকে বুজো। এই দুয়োটা গুণৰে বৰ ওচৰ সম্বন্ধ। অজ্ঞ বা বয়সস্থ মানুহক শিক্ষা দিয়া বৰ টান। স্বাস্থ্যনীতি বা খাদ্যনীতি সম্বন্ধে বিজ্ঞানসম্মত কথাবোৰ বিশ্বাস কৰিবলৈয়ো তেওঁলোকে টান পায়। যি যিমান জ্ঞান অৰ্জ্জন কৰিছে তেওঁৰ সিমানেই জ্ঞান অৰ্জ্জনৰ হেঁপাহ বেচি আৰু সহজে এই কথাবোৰ উপলব্ধি কৰিব পাৰে। কিন্তু অজ্ঞ মানুহবোৰে বেগেতে তেওঁলোকৰ মনৰ ভাব সলাবলৈ ইচ্ছা নকৰে।

যি বিষয়ে বিশ্বাস কৰিব নেলাগে সেই বিষয়তহে তেওঁলোকে আকৌ বেচি বিশ্বাস কৰিব খোজে ; অৰ্থাৎ তেওঁলোক হৈ পৰে অন্ধবিশ্বাসী। অকল সেইটোৱেই নহয়, যিটো হিত-কৰ বুলি গ্ৰহণ কৰা উচিত তাৰ সত্যতাও তেওঁলোকে বিশ্বাস কৰিব নোখোজে। জ্ঞান লাভৰ বিশেষ ক্ষমতাৰ নাম যে বুদ্ধিমত্তা, তাত অকণো সন্দেহ নাই। কিন্তু যেনেকৈ কচৰৎ কৰা বা বাদ্য বজোৱাৰ জ্ঞান অভ্যাস কৰিব লাগে, ঠিক সেইদৰেই এই বিশেষ ক্ষমতাও অভ্যাস কৰিব লাগে। এই বুদ্ধিমত্তাৰ প্ৰয়োজন বৰ বেচি। নানা সমস্যাসঙ্কুল বৰ্ত্তমান জগতৰ উন্নতি লাভৰ তো কথাই নাই, বুদ্ধি-মত্তাৰ অবিহনে এই জগতত জীয়াই থকাই অসম্ভৱ। সেই কাৰণে বুদ্ধিমত্তা কেনেকৈ আহৰণ কৰিব পাৰি, তাকে শিক্ষাৰ এটি প্ৰধান উদ্দেশ্য হিচাপে লোৱা উচিত। কোনো কোনো মানসিক অভ্যাস সেই বুদ্ধিমত্তাৰ পৰিপোষক। এই প্ৰসঙ্গত ইয়াৰ বিষয়ে আলোচনা কৰা অতি আৱশ্যকীয়।

বুদ্ধিমত্তাৰ মূলত আছে কৌতূহল। এই কৌতূহল অতি সাধাৰণ ভাৱে মানৱেতৰ জন্তুৰ মাজতো দেখা যায়। কিন্তু বুদ্ধিমত্তাৰ কাৰণে জাগ্ৰত কৌতূহল অতি প্ৰয়োজনীয়। কিন্তু দুৰ্ভাগ্যবশতঃ এই কৌতূহল সচৰাচৰ আনৰ দোষ ধৰাতহে বিশেষকৈ ব্যৱহাৰ হোৱা দেখা যায়। আমাৰ ওচৰ-চুবুৰীয়াৰ দোষ ধৰাটো যেন আমাৰ মনৰ ধৰ্ম্ম বিশ্বাসৰ দৰেই এৰাব নোৱাৰা গুণ। কিন্তু তেনে দোষবোৰ সঁচা নে মিছা, তাৰ বিষয়ে আমি অকণো জানিবলৈ ইচ্ছা নকৰোঁ। জ্ঞানৰ প্ৰতি যাৰ ধাউতি বেচি, তেওঁলোকেহে প্ৰকৃত কৌতূহলৰদ্বাৰা প্ৰভাৱান্বিত হয়। তেনে কৌতূহল মেকুৰীৰ মাজত অলপ দেখিবলৈ পোৱা যায়। মেকুৰীক যদি নজনা কোনো ঠাইলৈ লৈ যোৱা যায়, তেতিয়া সি সেই ঘৰৰ প্ৰতিটো বস্তুকে শুঙি চাই চাই পৰীক্ষা কৰিব। এনে প্ৰবৃত্তি শিশুৰ মাজতো দেখিবলৈ

পোৱা যায়। যদি এটা বন্ধ বাকচ কোনো শিশুৰ আগত খুলি দিয়া হয়, তেতিয়া সি তাতনো কি কি আছে সেই বিষয়ে পৰীক্ষা কৰিব। জীৱ-জন্তু, যন্ত্ৰপাতি, সকলো ধৰণৰ হাতৰ কাম, আন কি বজ্ৰপাতেও শিশুৰ মনত কৌতূহলৰ সৃষ্টি কৰে। তেওঁলোকৰ জ্ঞানৰ প্ৰতি আগ্ৰহে অনেক বয়সস্থ মানুহক লাজত পেলাব। কিন্তু এই জ্ঞান-তৃষ্ণা বয়স বঢ়াৰ লগে লগে কমি যাবলৈ ধৰে, শেষত নজনা কথাটোও জানিব নোখোজা হয়; বৰঞ্চ অজানাৰ প্ৰতি এটা বিতৃষ্ণাৰ ভাবহে জাগি উঠে। "দেশ অধঃপতনলৈ গৈছে, আগেয়ে যি বোৰ আছিল এতিয়া আৰু সেইবোৰো নাই" এই বুলি বৰ্ত্তমানৰ বস্তুবোৰক বেয়া বুলি কাল্পনিক অতীতৰ লগত তাক তুলনা কৰি আত্মপ্ৰসাদ লাভ কৰে। কিন্তু প্ৰকৃত পক্ষে সেইটো বৰ্ত্তমানৰ দোষ নহয়—দোষ হৈছে দ্ৰষ্টাৰ নিজৰ। অতীতৰ যি কৌতূহলে তেওঁৰ দৃষ্টিক সুন্দৰ কৰি তুলিছিল, সেই কৌতূহল এতিয়া মনৰপৰা আঁতৰি গৈছে আৰু কৌতূহল আঁতৰাৰ লগে লগে সক্ৰিয় বুদ্ধিমত্তাৰো অন্তৰ্দ্ধান হৈছে।

কৌতূহলৰ উপৰিও জ্ঞান লাভ কৰিবলৈ আৰু কিছুমান গুণৰ আৱশ্যক। বিশ্বাস, ধৈৰ্য্য কাৰ্য্যক্ষমতা আৰু পৰ্য্যৱেক্ষণ ক্ষমতাৰ সমাৱেশ জ্ঞান লাভৰ অফুৰন্ত সম্বল। আমাৰ দৈনন্দিন কৌতূহলৰ লৈতে নানাবিধ ভাবৰ সংঘৰ্ষ হয়। সেই সংঘৰ্ষৰপৰা কৌতূহলক ৰক্ষা কৰিবলৈ হলে উদাৰ মনোবৃত্তিৰ অতি আৱশ্যক। আমি যিটো কথা বহুত দিনৰপৰা বিশ্বাস কৰি আহিছো সেই কথা আমি সহজতে এৰিব নোখোজো, কাৰণ ই আমাৰ অভ্যাসত পৰিণত হয় আৰু নতুন কথা এটা জানিবলৈ বৰ টান পাওঁ। যি বোৰ কথা আমাৰ আবেগ বা আত্মসন্মানৰ লগত জড়িত, তেনেবোৰ কথা আমি কেতিয়াও অবিশ্বাস কৰিব নোখোজো। সেই কাৰণে শিক্ষাৰ উদ্দেশ্যক সমৃদ্ধিশালী কৰি তুলিবলৈ উদাৰ মতবাদ এটি অন্যতম গুণ।

স্বচ্ছ বুদ্ধি-বৃত্তি আৰু শাৰীৰিক বীৰত্ব দুয়োটাৰ কাৰণে সাহস অপৰিহাৰ্য্য। আমি ভাবো জগতখনক আমি খুব ভালকৈ জানো কিন্তু প্ৰকৃততে সেই কথা নহয়; জগতখন আমাৰ ওচৰত কিমান অপৰিচিত, আমি যে জীৱনত কত কথা জানিব লগা আছে, সেই কথা অকণো ভাবি নেচাওঁ। জীৱনৰ প্ৰথম দিনটোৰপৰা আমি কিছুমান অনিশ্চিত অনুমান কৰিবলৈ আৰম্ভ কৰো আৰু তাৰদ্বাৰা আমি মানসিক অভ্যাস আৰু বহিঃ প্ৰকৃতিৰ লগত বিভেদ সৃষ্টি কৰিবলগীয়া হয়। আমাৰ সকলোবোৰ মতবাদ অনাথ আশ্ৰমৰ দৰে। অনাথ আশ্ৰমত দাসত্বৰ পৰিবৰ্ত্তে নিৰাপত্তা দিয়া হয়। খৃষ্টীয় মতবাদ, সমাজবাদ, জাতীয়তা আদি সকলোবোৰেই এনেকুৱা মতবাদ। আশ্ৰয়বিহীন হোৱা বাবে স্বাধীন মতবাদৰ জীৱন আন কোনো মতবাদেৰে আৱৰিত হৈ থকা জীৱনৰ দৰে সুখৰ, আৰামৰ আৰু সমাজৰ প্ৰিয় হ'ব নোৱাৰে। বাহিৰত জাৰকালিৰ ধুমুহাৰ অত্যাচাৰ চলি থাকোতে এনেবোৰ মতবাদেহে আৰামদায়ক জুহালৰ ধাৰণা সৃষ্টি কৰিব পাৰে।

এই প্ৰসঙ্গত নানা ধৰণৰ জটিল প্ৰশ্ন আহি পৰে; যেনে:— উন্নত জীৱন যাপন কৰিবলৈ হলে কিমান পৰিমাণে আৰু কেনেকৈ সমষ্টিৰপৰা প্ৰভাৱমুক্ত হোৱা দৰকাৰ? আমাৰ পৰিয়ালৰ বা ওচৰ-চুবুৰীয়া সহকৰ্ম্মী, ৰাজনৈতিক দল আৰু আমাৰ জাতিৰ লগত আমি সদ্ভাৱ ৰাখিবলৈ আৰু সহযোগিতা কৰিবলৈ বিচাৰো। ই অতি স্বাভাৱিক, কাৰণ বিনা সহযোগিতাৰে জীৱনত কোনো আনন্দ লাভ কৰা সম্ভৱ নহয়। কিন্তু বেচি ভাগ মানুহেই যেতিয়া একেবাৰে একে কথাকে ধৰি থাকে তেতিয়া এই ভাববোৰ সংক্ৰামক হৈ পৰে। দৃষ্টান্ত স্বৰূপে কব পাৰি যে খুব কম সংখ্যক মানুহেই উত্তেজনাপূৰ্ণ সভা সমিতিত উত্তেজিত নোহোৱাকৈ থাকিব পাৰে। তেওঁলোকে যদি বিৰোধী দলভুক্ত হয়

তেনেহলে তেওঁলোকৰ বিৰোধিতা আৰু উগ্ৰ হৈ উঠে। গতিকে আমাৰ শিক্ষাৰ উদ্দেশ্য কি হব? জনতাৰ লগত সহযোগিতামূলক হব নে বিৰোধিতামূলক হব? এই প্ৰশ্নটোৰ সম্পৰ্কত আৰু অনেক প্ৰশ্ন উঠে। ইয়াৰ শুদ্ধ সমাধান হ'ল উপযুক্ত অনুপাতত দুয়ো দলৰে মতবাদ আৰু দৃষ্টিভঙ্গী গ্ৰহণ কৰা।

আনন্দ দান আৰু সহযোগিতাৰ ইচ্ছা যেনে প্ৰবল আৰু স্বাভাৱিক হোৱা উচিত তেনেকৈ আন কিছুমান বিশেষ বিশেষ মুহূৰ্ত্তত আন আন বাসনাৰদ্বাৰাও অভিভূত হোৱা বাঞ্ছনীয়। নিজৰ ব্যৱহাৰেৰে আনক আনন্দ দিব পাৰিব লাগে। এই গুণৰ অভাৱত সভ্যতাৰ স্তৰৰপৰা নামি যাব লগা হয় আৰু ইয়াৰ অভাৱত আপোন পৰিয়ালৰ ভিতৰত বা সমাজত মিলা প্ৰীতিৰে থকা বৰ টান হৈ পৰে। যি শিশুৱে মাক দেউতাকৰ প্ৰশংসাকো আওকাণ কৰে তেনে শিশুক শিক্ষা দিয়াটো অতি টান। যেতিয়া ভাবাবেগ বিজ্ঞলোকৰপৰা অবোধ লোকলৈ সংক্ৰামিত হয় তেতিয়া সেইটো মঙ্গলজনকেই হয়। কিন্তু আতঙ্ক, ভয়, কৰ্ত্তৃত্ব বা ক্ৰোধৰ সময়ত ইয়াৰ ফল সম্পূৰ্ণ বিপৰীত হয়। সূক্ষ্ম কথাবিলাকৰ বিষয়ে এই প্ৰশ্নবোৰ আৰু জটিল হৈ পৰে। বিখ্যাত আৱিষ্কাৰকবোৰে সহযোগিতাৰপৰা বিৰত থাকি নিজ মতৰ ওপৰতে নিৰ্ভৰ কৰিব লগা হয় আৰু তেওঁলোকে স্বাধীনতাপ্ৰিয়তাৰ কাৰণে অনেক অত্যাচাৰ সহ্য কৰিব লগা হৈছে। কিন্তু সৰ্ব্ব সাধাৰণৰ নিজস্ব মতবাদ নিতান্ত নিৰাশজনক বুলিব পাৰি। বিজ্ঞানৰ ক্ষেত্ৰত কিন্তু বিশেষজ্ঞৰ মতবাদে অনেক উপকাৰ সাধিছে।

সাধাৰণ মানুহৰ জীৱন বেছি ভাগেই সহযোগিতাপ্ৰেৰণৰদ্বাৰা প্ৰভাৱান্বিত হয়। খুব কম ক্ষেত্ৰত হে সেই প্ৰভাৱৰপৰা মুক্ত থকা দেখা যায়। কিছুমান কামৰ কাৰণে নিজস্ব যোগ্যতা প্ৰদৰ্শনৰ ঠাই থাকিব লাগে—যেনেকৈ এজন মানুহে আটাইবোৰে প্ৰশংসা নকৰিলে বেগেওত এগৰাকী মহিলাক প্ৰশংসা কৰিব নোৱাৰে। বিয়া বাৰু

সম্বন্ধীয় কথাটো আনে বা ওচৰ-চুবুৰীয়াই যিয়েই নকওক লাগিলে তাত নিজৰ স্বাধীন মত থকা উচিত। আন নেলাগে এজন আজিৰ নতুন বৈজ্ঞানিক প্ৰণালীত শিক্ষিত কৃষকেও নিজৰ খেতিবাতিত নিজ মত পোষণ কৰিব লাগিব আৰু সৰ্ব্বসাধাৰণে সেই সিদ্ধান্ত মানি লবলৈ বাধ্য। এই ক্ষেত্ৰত অৰ্থনীতিবিদৰ পূৰ্ণ স্বাধীনতা অপৰিহাৰ্য্য। কোনো বিশেষ যোগ্যতাৰ প্ৰশ্ন উঠিলেই স্বাধীন ভাবৰো প্ৰশ্ন উঠিব। কিন্তু স্বাধীন চিন্তাৰ নামত মানুহে সংসাৰৰ সকলোৰেপৰা যে দূৰত থাকিব লাগিব তেনে নহয়, আমাৰ বেচিভাগ কামেই সহযোগিতামূলক হব লাগিব আৰু এনে সহযোগিতা স্বতঃস্ফূৰ্ত্ত হব লাগিব। আমি অতি জনা কথাৰ বিষয়েও চিন্তা কৰিব পাৰিব লাগিব আৰু আৱশ্যক হলে অপ্ৰিয় অভিমতো প্ৰকাশ কৰিব পৰা সৎসাহস আমাৰ মাজত থাকিব লাগিব। অকল যে নিৰ্ভীক লোকেই উন্নত জগত সৃষ্টি কৰিব পাৰে বা ৰক্ষা কৰিব পাৰে এনে নহয়—প্ৰাণশক্তি, কৰ্ম্মশক্তি, নিৰ্ভীকতা আৰু আৱেগপ্ৰৱণতাৰে পৰিপূৰ্ণ নৰ-নাৰীৰে গঠিত ভৱিষ্যত সমাজখন আমাৰ পৰিচিত বৰ্ত্তমান সমাজখনতকৈ একেবাৰে পৃথক। সেই সমাজৰ বেচিভাগ লোকেই হব সুখী। বৰ্ত্তমান সমাজত দুখৰ প্ৰধান প্ৰধান কাৰণবোৰ হল—স্বাস্থ্যহীনতা, দাৰিদ্ৰ্য আৰু সন্তোষজনক যৌন-জীৱনৰ অভাৱ। কিন্তু ভৱিষ্যৎ সমাজত এনেবোৰ প্ৰশ্ন বৰ বেচি নেথাকিব। স্বাস্থ্যধন হব সহজলভ্য। অকল সেয়ে নহয়, দৰিদ্ৰতাৰ কথাই নাই, বাৰ্দ্ধক্যও সহজে আহিব নোৱাৰে। শিল্পবিপ্লৱৰ পিচৰ পৰা সমষ্টিগত মূঢ়তাই হল দৰিদ্ৰতাৰ কাৰণে দায়ী। এই দৰিদ্ৰতা দূৰ কৰিবলৈ আৱেগপ্ৰৱণতাই সৰ্ব্বসাধাৰণক বাধ্য কৰিব। বুদ্ধিমত্তাই তেওঁলোকক বাট দেখুৱাই দিব আৰু নিৰ্ভীকতাই কৰিব সেই পথ পৰিচালনা। কুশিক্ষা, ধৰ্ম্ম আৰু বুঢ়ীমাকৰ কুশাসন আৰু অত্যাচাৰৰ ফলত বেচিভাগ মানুহৰেই যৌন-জীৱনত শান্তিৰ অভাৱ দেখিবলৈ পোৱা যায়। যৌনজনিত অযৌক্তিক ভয়ৰপৰা মুক্ত নাৰী সমাজে

এনে ভীৰুতা দূৰ কৰিব পাৰিব। নাৰীসকলক ধাৰ্ম্মিক কৰি তুলিবলৈ ভয়ক একমাত্ৰ উপায় বুলি ভবা হৈছে আৰু ইচ্ছা কৰি তেওঁলোকক শাৰীৰিক আৰু মানসিক ভীৰুতাৰ শিক্ষা দিয়া হৈছে। যি নাৰীৰ প্ৰেম সঙ্কুচিত, তেওঁলোকে তেওঁলোকৰ স্বামীৰ চৰিত্ৰত বৰ্ব্বৰতা আৰু কপটতাৰ ৰূপ দেখে আৰু সন্তান-সন্ততিৰ সহজ বৃত্তিবোৰকো বিকৃত কৰি তোলে। কিন্তু এক নতুন নাৰী-শক্তিয়ে নিৰ্ভীক, বলিষ্ঠ, সবল, উদাৰ স্নেহময় আৰু স্বাধীনচেতা সন্তানৰ জননীৰূপে জগতৰ ৰূপ একেবাৰে সলনি কৰি দিব পাৰিব। এলেহুৱা, কাপুৰুষ, নিৰ্ম্মম আৰু নিৰ্ব্বোধ কাৰণেই আমি নিষ্ঠুৰতা আৰু যন্ত্ৰণা সহ্য কৰিব লগা হৈছে। মাতৃ-জাতিৰ অভূতপূৰ্ব্ব নিৰ্ভীকতাই এই সকলোবোৰ ক্ৰূৰতা আৰু দুখ-দুৰ্গতি দূৰ কৰি দিব পাৰে। আমাৰ দোষবোৰ হল আমাৰ কু-শিক্ষাৰেই ফল। সু-শিক্ষাই ইয়াৰ বিপৰীত—শুভফল দিব। এই শুভ ফলদায়ক সু-শিক্ষাই হব নতুন জগত সৃষ্টিৰ প্ৰধানতম উপকৰণ।

# দ্বিতীয় খণ্ড

## চাৰিমাত্ৰিক শিক্ষা

## প্ৰথম অধ্যায়

### ( প্ৰথম বছৰ )

জীৱনৰ প্ৰথম বছৰটো শিক্ষাৰ গণ্ডীৰ বাহিৰত বুলি আগতে ধৰা হৈছিল। যেতিয়ালৈকে শিশুৰ মাত নুফুটে তেতিয়ালৈকে মাকৰ বা ধাত্ৰীৰ তত্ত্বাৱধানত থোৱাটোৱেই যুক্তিসঙ্গত বুলি ভবা হৈছিল। কিয়নো তেওঁলোকে যেন শিশুৰ কাৰণে কি ভাল, কি বেয়া, সকলো অনুভূতিৰদ্বাৰা বুজিব পাৰে ; কিন্তু আচলতে তেওঁলোকে সেই বিষয়ে নেজানে। বেচিভাগ শিশুৰেই জীৱনৰ প্ৰথম বছৰতেই জীৱন-লীলা শেষ কৰিব লগা হয়। আৰু যিবোৰ জীয়াই আছিল তেওঁলোকেও ভগ্নস্বাস্থ্য লৈ জীয়াই থাকিব লগা হৈছিল। কু-শিক্ষাৰ ফলত নানা ধৰণৰ মাৰাত্মক মানসিক ৰোগবো সৃষ্টি হৈছিল। এইবিলাকৰ সত্যতা লাহে লাহে আমি বুজিবলৈ আৰম্ভ কৰিছো। বিজ্ঞানৰ সহায়েৰে প্ৰতিষ্ঠিত নাৰ্চাৰী স্কুলবোৰে মাক আৰু সন্তানৰ স্বাভাৱিক অনুভূতিৰ মাজত বাধা সৃষ্টি কৰে। সেই কাৰণে নাৰ্চাৰী স্কুলক কিছুমানে বেয়া পাব লগা হৈছে। কিন্তু অন্ধ আবেগ আৰু বিশুদ্ধ প্ৰেম একেলগে থাকিব নোৱাৰে। যি পিতা বা মাতাই নিজ সন্তানক ভাল পায়, তেওঁ নিশ্চয় শিশুটি ভালেৰে জীয়াই থকাটোকে বিচাৰে। এই কাৰণে প্ৰয়োজন অনুসাৰে তেওঁলোকে নিজৰ বুদ্ধিৰো প্ৰয়োগ কৰে। বেচি ভাগ শিক্ষিত জনক-জননীয়েই এই বিষয়ে বিজ্ঞানৰ কি মত, তাক জানিবলৈ আগ্ৰহান্বিত। আৰু অশিক্ষিত মাতা-পিতায়ো মাতৃমঙ্গল প্ৰতিষ্ঠানবিলাকৰপৰা এই বিষয়ে জানিব পাৰে। ইয়াৰ প্ৰত্যক্ষ ফল স্বৰূপে শিশুৰ মৃত্যুহাৰ বহুত কমি গৈছে। শিশুপালনত যত্ন

আৰু নিপুণতা প্ৰকাশ পালে শিশুৰ মৃত্যুহাৰ একেবাৰে কমি যাব। অকল এয়েই নহয়, সকলো শিশুৰে দেহ, মন একেবাৰে সুস্থ হৈ উঠিব যে তাত অকণো সন্দেহ নাই।

বিশেষকৈ জীৱনৰ প্ৰথম বছৰত শাৰীৰিক আৰু মানসিক স্বাস্থ্যৰ মাজত ভেদ ৰেখা টনা অতি টান কাম। শিশু পালনৰ ভুল ক্ৰটিবোৰে পিচলৈ শিশু জীৱনত সু-শিক্ষা লাভত অন্তৰায় হৈ পৰে। সেই কাৰণে শিশুৰ স্বাস্থ্য ৰক্ষাৰ প্ৰশ্ন অবান্তৰ যেন লাগিলেও এই প্ৰসঙ্গত তাৰ অলপ আলোচনা কৰিবই লাগিব।

নবজাত শিশুৰ মাজত কিছুমান সহজবৃত্তি থাকে; কিন্তু কোনো অভ্যাস দেখিবলৈ পোৱা নেযায়। মাতৃগৰ্ভত যি অভ্যাসেই নকৰক লাগিলে নতুন পৰিৱেশৰ লগত তাৰ কোনো মূল্যই নাই। কোনো কোনো সময়ত সিহঁতে কেনেকৈ উশাহ-নিশাহ লব লাগে, তাকো যেন শিকিব লাগে। কিন্তু বেগেতে কিছুমান শিশুৱে এই শিক্ষা লাভ কৰিব নোৱাৰে বুলি মৃত্যুৰ মুখত পৰিব লগা হয়। এটা প্ৰধান সু-পৰিপুষ্ট অনুভূতি হল স্তন পান কৰা। যেতিয়া শিশুৱে এই নতুন কামটোত বাধা পায়, তেতিয়া এই নতুন পৰিৱেশ তাৰ কাৰণে বেচ আনন্দজনক হৈ পৰে। কিন্তু এই অৱস্থাটোৰ বেচিভাগ অংশই এটা অস্পষ্ট বিস্ময়ৰ মাজতে অতিবাহিত হয়। আৰু সেই বিস্ময়ৰ মাজতে যেতিয়া সি টোপনি যায়, তেতিয়া সেই কষ্টৰ উপশম হয়। এইমান পিচতে শিশুৰ জীৱনলৈ আহে এক পৰিৱৰ্তন। নিয়মিত ভাৱে হৈ থকা অভিজ্ঞতাবিলাকৰপৰা শিশুৰ মনত আশাৰ সঞ্চাৰ হয়। ইতিমধ্যে তাৰ মনোভাব একেবাৰে ৰক্ষণশীল হৈ পৰে। এই সময়ৰ ৰক্ষণশীল মনোভাব বোধকৰো পিচৰ জীৱনলৈ সাধাৰণতে দেখিবলৈ পোৱা নেযায়। অকণমান নতুনত্বই বা অৱস্থাৰ পৰিৱৰ্ত্তনে তাক সজাগ কৰি তোলে, যদি সি কথা কব পাৰিলহেঁতেন তেতিয়া কিজানি সি কৈ উঠিলহেঁতেন—"মই মোৰ জীৱনৰ সকলো অভ্যাস এই সময়তে

সলনি কৰিব খুজিছো"। কিমান যে সহজতে আৰু সোনকালে শিশুৱে অভ্যাস আহৰণ কৰিব পাৰে, দেখিলে আচৰিত হব লাগে। যত সকলোবোৰ অভ্যাস সদভ্যাস নহয় তাত সকলোবোৰ বদ্ অভ্যাসেই শিশুৰ ভৱিষ্যত জীৱনৰ সদভ্যাসৰ পথত অন্তৰায় হয়। সেই কাৰণে শিশুৰ জীৱনৰ প্ৰথম অভ্যাস গঠনত বেচ গুৰুত্ব আৰোপ কৰিব লাগে। প্ৰথমৰেপৰা যদি শিশুৱে সদ্ অভ্যাসবোৰ শিকিব পাৰে তেতিয়া ভৱিষ্যতে নানা বিপদৰপৰা হাত সাৰিব পৰিব। জীৱনৰ প্ৰথম অৱস্থাত যি অভ্যাস কৰা যায় সেই অভ্যাস স্বাভাৱিক অনুভূতিৰ দৰেই অতি স্বাভাৱিক আৰু জীৱনৰ ওপৰত ইয়াৰ প্ৰভাৱ বৰ বেচি। পিচৰ জীৱনত কৰা অভ্যাসবোৰ সিমান শক্তিশালী হব নোৱাৰে। সেই কাৰণে প্ৰথম অভ্যাসবোৰৰ ওপৰত সকলোতকৈ বেচি গুৰুত্ব আৰোপ কৰা উচিত।

শৈশৱ কালত অভ্যাস গঠন সম্পৰ্কে দুটা প্ৰশ্ন উঠে—প্ৰথমটো স্বাস্থ্য সম্পৰ্কে আৰু দ্বিতীয়টো চৰিত্ৰ সম্পৰ্কে। আমি ভাবো যে শিশু এনেকুৱাকৈ ডাঙৰ-দীঘল হব লাগে—যাতে সকলোৰেপৰা মৰম পায় আৰু জীৱন-সংগ্ৰামত জয়ী হব পাৰে। সুখৰ কথা এয়ে যে স্বাস্থ্য আৰু চৰিত্ৰ দুয়ো একে পথকে নিৰ্দ্দেশ কৰে। যিটো এটালৈ উপকাৰী সেইটো আনটোলৈয়ো উপকাৰী। যদিও এই পুথিত বিশেষকৈ আলোচিত হব চৰিত্ৰ, তথাপি স্বাস্থ্যলৈয়ো আমি খুব মন দিব লাগিব। আমাৰ আদৰ্শ দৈহিক আৰু মানসিক সুস্থতা। আমাৰ সুস্থ অপদাৰ্থ বা ৰুগ্ন সাধুপুৰুষ আমাৰ কাম্য নহয়।

শিশুৱে কান্দিলেই খুৱাব নেলাগে। আজি-কালিৰ সকলো শিক্ষিতা মাতৃয়েই সময় মতে শিশুক কেনেকৈ খুৱাব লাগে, জানে। নিয়মিত ভাৱে শিশুক খুৱালে খাদ্য অতি সোনকালে হজম কৰিব পাৰে। পৰিপাকৰ প্ৰশ্নটো যেনেকৈ অতি আৱশ্যকীয়, ঠিক তেনেকৈয়ে নৈতিক শিক্ষাৰ লগতো এই নিয়ম প্ৰণালীবোৰৰ বৰ ওচৰ সম্বন্ধ।

বয়সিয়াল লোকক আমি যিমানেই টেঙৰ বুলি নেভাবো লাগিলে, শিশু কিন্তু তেওঁলোকতকৈ অনেক বেচি চতুৰ। যদি তেওঁলোকে জানিব পাৰে—কান্দিলেই ভাল ফল হয়, তেতিয়া হলে তেওঁলোকে কান্দিবই। ইয়াৰ ফল সুদূৰপ্ৰসাৰী। ভৱিষ্যতে যেতিয়া তেওঁলোকৰ কোনো অন্যায় আব্দাৰলৈ কোনেও ভ্ৰূক্ষেপ নকৰে, তেতিয়া তেওঁলোক হৈ পৰে অতি খঙাল, আৰু জগতখনেই হৈ পৰে তেওঁলোকলৈ কঠোৰ আৰু সহানুভূতিশূন্য। আচৰিত কথা এই যে যদি কোনো দেখিবলৈ বৰ সুন্দৰী হয় তেতিয়া দন্দুৰী হলেও তেওঁ বহুতৰপৰা প্ৰশংসা অৰ্জ্জন কৰিব পাৰে। এই দৰেই তেওঁলোকৰ সৰুকালৰ কু-শিক্ষাই দিনে দিনে অধিক কাৰ্য্যকৰী হৈ উঠে। 'ধনী মানুহ'ৰ সম্বন্ধেও সেই একে কথা। সৰু কালৰ শিক্ষা যদি যথোপযুক্ত নহয়, তেতিয়া ভৱিষ্যত জীৱনত মানুহে অশান্তি পাবলগীয়া হয়। সেই কাৰণে জন্ম হোৱাৰ পিচ মুহূৰ্ত্তৰপৰাই শিক্ষা দিয়াৰ উপযুক্ত সময়। শিক্ষা দিয়া যদি পলম হয় তেতিয়া শিশুৱে অভ্যাসৰ লগত যুদ্ধ কৰিব লগা হয় আৰু তাৰ ফল স্বৰূপে খং আৰু অপমানবোধ কৰিব লগা হয়।

শিশুক গঢ়ি তুলিবলৈ হলে উদাসীনতা আৰু অতি মৰমৰ মাজত সামঞ্জস্য ৰক্ষা কৰিবলৈ চেষ্টা কৰিব লাগে। স্বাস্থ্য সম্বন্ধে তীক্ষ্ণ দৃষ্টি ৰখা উচিত। জাৰৰপৰা, তিতাৰপৰা শিশুক ৰক্ষা কৰিব লাগিব, কিন্তু কোনো উপযুক্ত শাৰীৰিক কাৰণ অবিহনেও শিশুৱে কান্দিলে কান্দিবলৈহে দিব লাগে ; নহলে শিশু ক্ৰমে অত্যাচাৰী হৈ উঠে। শিশুৰ প্ৰতি যত্ন লওঁতে কেতিয়াও বেচি ব্যস্ত হব নেলাগে। বাহ্যিক ব্যৱহাৰত বেচি মৰম নেদেখুৱাই প্ৰয়োজনীয় কামবোৰহে কৰি দিব লাগে। শিশু-জীৱনৰ কোনো সময়তেই এটা কোলাৰ কুকুৰ বা তেনে মৰমৰ পোহনীয়া জন্তুৰ দৰে ব্যৱহাৰ কৰিব নেলাগে। প্ৰথমৰপৰাই তাক বয়সস্থ মানুহৰ দৰে ব্যৱহাৰ কৰিব লাগে। বয়সীয়া মানুহৰ পক্ষে অপ্ৰীতিকৰ অভ্যাসবোৰ শিশুৰ পক্ষে প্ৰীতিকৰ

হ্ব পাৰে। অৱশ্যে প্ৰকৃততে বয়সস্থ মানুহৰ অভ্যাসবোৰ শিশুৰ মাজত থাকিব নোৱাৰে। কিন্তু সেই অভ্যাসবোৰ আয়ত্ত কৰাৰ পথত সকলো বাধা আমি দূৰ কৰি দিব লাগিব। আটাইতকৈ ডাঙৰ কথা হল আত্মপ্ৰাধান্যৰ ভাব শিশুৰ মাজত জন্মিবলৈ দিব নেলাগে। কাৰণ বাস্তৱ-জগতত শিশুৰ এনে প্ৰাধান্য নাই আৰু পৰবৰ্ত্তী জীৱনৰ অভিজ্ঞতাই ইয়াৰ ফলত শিশুৰ মনত আঘাতহে দিব।

শিশুৰ লগত পিতা-মাতাৰ ব্যৱহাৰৰ সামঞ্জস্য ৰক্ষা কৰাৰ প্ৰয়োজনীয়তা সম্বন্ধে আগতে উল্লেখ কৰা হৈছে। ই বৰ টান কাম। শিশুৰ স্বাস্থ্য ৰক্ষা কৰিবলৈ হলে সদায় সতৰ্ক দৃষ্টি আৰু পৰিশ্ৰমৰ প্ৰয়োজন। য'ত পিতৃ-মাতৃৰ স্নেহ গভীৰ, তাতেই এনেবোৰ গুণ বহুত পৰিমাণে থকাটো সম্ভৱ। কিন্তু এই গুণবোৰ থাকিলেও বিজ্ঞতাৰে সৈতে এইবোৰ ব্যৱহাৰ কৰা নহয়। কৰ্ত্তব্যপৰায়ণ পিতা-মাতাৰ কাৰণে শিশু অতি প্ৰয়োজনীয় বস্তু। সাৱধানতা অৱলম্বন নকৰিলে শিশুৱে এই কথা অনুভৱ কৰিব পাৰে আৰু নিজকে বৰ প্ৰয়োজনীয় বুলি ভাবিব পাৰে। পিচৰ জীৱনত তাৰ সামাজিক পৰিৱেশে তাক তেনে মৰমেৰে সৈতে গ্ৰহণ নকৰে। গতিকে সি নিজকে আন মানুহৰ জগতৰো কেন্দ্ৰ বুলি ভাবিলে, সেই ভাবে বাস্তৱত তাৰ অসাৰতাহে দেখুৱাব আৰু শিশু নিৰাশ হ'ব লগাত পৰিব।

এনেবোৰ কাৰণতে শিশুৰ জীৱনৰ প্ৰথম বছৰতেই নহয়, পিচতো শিশুৰ দুখ বা বেমাৰৰ সময়ত মাতা-পিতাই সদায় প্ৰফুল্ল মনেৰে থাকি যেন একোকে হোৱা নাই, তেনে ভাব দেখুৱাব লাগে। আগৰ দিনত শিশুবিলাকক মৰম কৰা আৰু তেওঁলোকৰ ওপৰত বাধা নিষেধ দুয়োটা একেলগে আৰোপ কৰা হৈছিল। তেওঁলোকৰ অঙ্গ প্ৰত্যঙ্গ স্বাধীন নাছিল, খুব গৰমকৈ কাপোৰ-কানি পিন্ধাই থোৱা হৈছিল। সাধাৰণ কাম-কাজবোৰ কৰিবলৈয়ো বাধা দিয়া হৈছিল। কিন্তু সিহঁতক পিঠি চপৰিয়াই, গান গাই, দোলনাত দোলাই মৰম কৰি

কৰি শুৱাইছিল। এইবোৰ আদৰ্শগত ভাৱে ভুল ; কাৰণ ইয়াৰ ফলত শিশুবিলাক অসহায় আৰু আনৰ গলগ্ৰহ হৈ উঠিছিল। স্বতস্ফূৰ্ত্ত কাম-বোৰ কৰিবলৈ উৎসাহ দিয়া আৰু আনৰ ওপৰত দাবী কৰাৰ অভ্যাস-বোৰক নিৰুৎসাহ কৰাই উপযুক্ত পন্থা। আমি শিশুৰ কাৰণে কিমান কৰিব লগা হৈছে আৰু কিমান কষ্ট সহ্য কৰিব লগা হৈছে সেই কথা শিশুক বুজিবলৈ দিব নেলাগে। বয়সস্থ মানুহৰ ওপৰত অত্যাচাৰ নকৰি নিজৰ চেষ্টাৰে লাভ কৰা সফলতাৰ আনন্দ উপভোগ কৰিবলৈ শিশুক সুযোগ দিব লাগে। বাহ্যিক নিয়মানুৱৰ্ত্তিতা যথাসাধ্য কমোৱা-টোৱেই বৰ্ত্তমান শিক্ষাৰ উদ্দেশ্য। কিন্তু তাৰ বাবে আভ্যন্তৰিক শৃঙ্খলা অতি আৱশ্যক। আৰু এনে নিয়মানুৱৰ্ত্তিতা শিশুৱে জীৱনৰ আন সময়তকৈ প্ৰথম বছৰ বয়সতে অতি সহজে আয়ত্ত কৰিব পাৰে।

উদাহৰণ স্বৰূপে শিশুক কেতিয়াও জোকাৰি জোকাৰি শুৱাব নেলাগে ; নাইবা কানত লৈ, পিঠিত হাত চপৰিয়াই নিজৰ ওচৰত শুৱাব নেলাগে। এনে কৰিলে সি সদায় তাকে বিচাৰিব। নহলে শুশুবই আৰু ই এটা ডাঙৰ সমস্যা হৈ উঠিব। গৰম শুকান, চাফ-চিকুণ আৰু ভাল বিছনাত ভালকৈ শুৱাই দুটামান কথা-বাৰ্ত্তা ভালকৈ শিশুৰ আগতে কৈ সেইখিনিৰপৰা আঁতৰি গুচি আহিব লাগে। কিছু সময়ৰ কাৰণে সি কান্দিবও পাৰে। কিন্তু যদি তাৰ কোনো অসুখ বিসুখ নহয় তেতিয়া সি অতি সোনকালে শুই থাকিব। কিছু সময়ৰ পিচত দেখা যাব যে সি গভীৰ টোপনিত মগ্ন। মৰম কৰি কৰি শুৱোৱাতকৈ এইদৰে শুৱালে আৰু ভালকৈ শুব পাৰিব।

আমি দেখিবলৈ পাওঁ যে শিশুৰ কোনো অভ্যাস নাই ; কিন্তু স্বাভাৱিক সহজবৃত্তিৰে অনুসৰণ কৰি যায়। ইয়াৰপৰাই আমি এই কথা বুজিব পাৰোঁ যে শিশুৰ জগতখন কিছুমান বস্তুৰ সমষ্টি নহয়, কিবা এটা বস্তুৰ বিষয়ে জনাৰ ক্ষমতা বাঢ়িবলৈ হলে অভিজ্ঞতাৰ

প্ৰয়োজন, আৰু কোনো বস্তুৰ সম্বন্ধে কিবা ধাৰণা জন্মিবলৈ হলে আগতে এই ক্ষমতা থাকিব লাগিব। বিছনা, মাতৃৰ বুকুৰ উম বা দুধদানীৰ গোন্ধ, মাক বা নাৰ্চৰ মাত অতি সোনকালেই শিশুৱে অনুমান কৰিব পাৰে। মাক আৰু বিছনাখন দেখিবলৈ কেনেকুৱা এই কথা কিছু দিনৰ পাচত হে সি বুজিব পৰা হয়; কাৰণ কোনো এটা বস্তু ভালকৈ দেখিবলৈ হলে চকুৰে কেনে ধৰণেৰে চাব লাগে সেই কথা অকণমানি শিশুৱে নেজানে। লাহে লাহে বস্তুবোৰ সংস্পৰ্শলৈ আহি অভ্যাস গঠন হোৱাৰ লগে লগে স্পৰ্শ, দৃষ্টি, ঘ্ৰাণশক্তি আৰু শুনাশক্তি একেলগে বাঢ়িবলৈ ধৰে। কোনো এটা বস্তুৰ সম্বন্ধে সাধাৰণ জ্ঞানৰদ্বাৰা তেতিয়া সিইঁতে ভালকৈ জানিব পৰা হয় আৰু লগে লগে এটা বস্তুৰ ধাৰণাই আন আন বস্তুৰো সঠিক ধাৰণা কৰিবলৈ ক্ষমতা দিয়ে। সেই সময়ত কিছু দিনলৈ কোনো মানুহৰ আৰু বস্তুৰ মাজত প্ৰভেদ কি সেইটো সি বুজিব নোৱাৰে। উদাহৰণ স্বৰূপে কব পাৰি যে শিশুৱে মাতৃস্তন্য আৰু দুধদানীৰে গাখীৰ খায়, কিন্তু কিছু দিনলৈকে মাতৃ আৰু দুধদানীৰ পাৰ্থক্য সি বুজিব নোৱাৰে। সেই কাৰণে এই সময়লৈকে শিশুৰ শিক্ষা শাৰীৰিক মাধ্যমতে হোৱা উচিত। তাৰ আনন্দ শৰীৰক কেন্দ্ৰ কৰিয়েই—আহাৰ, নিদ্ৰা, সাজ পোছাক আদি সকলো শাৰীৰিক। যি বিলাক কাৰণৰপৰা সুখ পাব পাৰি আৰু দুখক আঁতৰাব পাৰি তেনেবোৰৰ মাজেদিয়েই অভ্যাস গঢ়ি উঠে। শিশুৰ কান্দোনৰ কিছু অংশ দুখৰ সংশ্ৰৱত আৰু কিছু অংশ সুখজ পৰিণতিৰ চেষ্টাত হয়। প্ৰথম কাৰণটোৰ কাৰণেহে শিশুৱে সাধাৰণতে কান্দে। সঁচাকৈ যদি কিবা কষ্ট পাই শিশুৱে কান্দে, তেনেহলে সেই কষ্ট নিবাৰণ কৰিবলৈ আমি যিমান পাৰোঁ চেষ্টা কৰিব লাগে; কিন্তু যিটো কান্দোন আনন্দজড়িত সেই কান্দোনক আমি কেতিয়াও নিচুকাব নোৱাৰোঁ। শিশুৱে অকল কিবা এটি শাৰীৰিক অসুবিধা পালেই কান্দিবলৈ ধৰে তেনে নহয়, কোনো আনন্দ লাভৰ কাৰণেও

সি কান্দে। শিশু-বুদ্ধিৰ এইটোৱেই প্ৰথম বিজয়। কিন্তু এই কথাও সঁচা যে এই কান্দোন আৰু কিবা দুখ পোৱা কান্দোন একেবাৰে বেলেগ। এই দুয়োবিধ কান্দোনৰ পাৰ্থক্য মাকে অতি সোনকালে ধৰিব পাৰে। আৰু বুদ্ধিমতী মাকে কৃত্ৰিম কান্দোনক সাধাৰণতে অৱজ্ঞা কৰিয়েই চলে। আনন্দ দিয়াত বেচ আনন্দ আৰু তৃপ্তি আছে সঁচা, কিন্তু আচৰিত ধৰণৰ ক্ষিপ্ৰতাৰে সৈতে শিশুৱে এই স্বাভাৱিক আনন্দ বেচিকৈ দাবী কৰিবলৈ ধৰে আৰু ফলত টোপনিৰো ব্যাঘাত ঘটে। খোৱাৰ সময়ৰ বাহিৰে বেচিভাগ সময়েই শিশু টোপনিত থাকিব লাগে। এনে নীতি কঠোৰ যেন লাগিলেও শিশুৰ স্বাস্থ্যৰ কাৰণে যে ই অতি প্ৰয়োজনীয়, তাক নানা অভিজ্ঞতাৰদ্বাৰা প্ৰমাণ পোৱা হৈছে। বয়সস্থ লোকে শিশুৰ কাৰণে যিবোৰ আনন্দৰ ব্যৱস্থা কৰে তাৰো এটা নিৰ্দ্দিষ্ট সীমা থকা উচিত। শিশুৱে নিজৰ চেষ্টাৰ দ্বাৰা কোনো এটা কাম কৰি যদি আনন্দ উপভোগ কৰে, তেনে কামত হে উৎসাহিত কৰাটো বেচি বাঞ্ছনীয়। যিবোৰ বস্তু সি গুৰিয়াই গুৰিয়াই নিজৰ মাংসপেশীবোৰ শক্তিশালী কৰি তুলিব পাৰে তেনে-ধৰণৰ খেলনা তাক দিব লাগে। আগৰ দিনৰ মানুহে ওপজাৰেপৰা কেনেকৈ শিশুক কাপোৰেৰে মেৰিয়াই মেৰিয়াই থৈছিল সেই কথা আজি ভাবিবলৈকে টান। পিতা-মাতাৰ অতি মৰমেও শিশুক অতিষ্ঠ কৰি তোলে আৰু সি এলেহুৱা হৈ পৰে। শিশুৰ অঙ্গ প্ৰত্যঙ্গবোৰ যাতে খুব ভালকৈ চলাচল কৰিব পাৰে, তালৈ চকু ৰাখিব লাগে। খুব ভালকৈ দৃষ্টি নিক্ষেপ কৰিব পৰা হোৱা মাত্ৰকে শিশুৱে লৰচৰ কৰি থকা বস্তুবোৰ—বিশেষকৈ শূন্যত ওলোমাই থোৱা বস্তু-বোৰ লৰি থকা দেখিলে সিহঁতে বৰ আনন্দ উপভোগ কৰে। কিন্তু যেতিয়ালৈকে ধৰিব নোৱাৰে তেতিয়ালৈকে সি সেইটো ধৰাৰ চেষ্টা কৰিয়েই থাকে। যেতিয়া ধৰিব পাৰে তেতিয়া আৰু তাৰ আনন্দৰ সীমা নেথাকে। বহুত দিনলৈকে এই ধৰিব পৰাটোৱেই তাক বৰ

আনন্দ দিয়ে আৰু এইদৰেই সি বহুত সময়লৈকে জাগি থাকে। এই সময়ত জুনুকাৰ ঝুনঝুননি শব্দত সি বৰ আনন্দ উপভোগ কৰে। ঠিক ইয়াৰ অলপ দিনৰ আগতে হাত আৰু ভৰিৰ আঙুলিৰ মুৰ-বোৰত বিজয় অভিযান আৰম্ভ কৰে। প্ৰথমতে ভৰিৰ আঙুলিৰ মুৰ চুব পৰাটো এটা স্বাভাৱিক অনুভূতি ; কিন্তু অতি সোনকালে শিশুৱে বুজিব পাৰে যে নিজ ইচ্ছামতে এইবোৰ পৰিচালনা কৰিব পাৰি। শিশুৱে এনে বিজয়ত সাম্ৰাজ্যবাদীয়ে দেশ জয় কৰি যি আনন্দ পায়, তেনে আনন্দ লাভ কৰে। ভৰিৰ আঙুলিক তেতিয়া আৰু সিহঁতে অচিনাকি বস্তুৰ দৰে নেভাবি নিজৰ বস্তুৰ দৰে ব্যৱহাৰ কৰে। এই সময়ৰ পিচৰেপৰা শিশুৱে উপযুক্ত আনন্দৰ সামগ্ৰী পাব লাগে। মনত ৰাখিব লাগিব যে শিশুক এনে সময়ত যিবোৰ বস্তু দিয়া হয় সেইবোৰ যাতে সিহঁতৰ শিক্ষাৰো উপকৰণ হৈ পৰে। লগে লগে সাৱধান হব লাগিব যে সেইবোৰ হাতে ভৰিয়ে পৰি দুখ নেপায় বা পিন আদি মুখলৈ নিব নোৱাৰে।

খোৱাৰ সময়ৰ বাহিৰে শিশুৰ জীৱনৰ প্ৰথম তিনিমাহ নিৰানন্দময় বুলিব পাৰি। যেতিয়া সি আৰাম পায় তেতিয়া তাৰ টোপনি ধৰে, তাৰ টোপনি নাহিলেই বুজিব লাগিব যে তাৰ আৰামৰ কিবা ব্যাঘাত হৈছে। মানৱ জীৱনৰ সুখ মানসিক শক্তিৰ ওপৰত নিৰ্ভৰ কৰে, কিন্তু ভালকৈ অভ্যাস নকৰিলে আৰু অঙ্গ প্ৰত্যঙ্গবোৰ ভালকৈ চলাচল নকৰিলে মানসিক শক্তিৰ ফল অতি সামান্য হয়। মুঠৰ ওপৰত কবলৈ হলে এই তিনিমাহ শিশুৰ জীৱন নিৰানন্দময়। শিশুক আনন্দ দিবলৈ বেচি চেষ্টা কৰিলে টোপনি কমি যায় ; সেই কাৰণে এই সময়ত নিৰানন্দময় জীৱনৰো আৱশ্যকতা আছে।

দুই তিনি মাহ বয়সৰেপৰা শিশুৱে হাঁহিবলৈ আৰু মানুহ চিনিবলৈ আৰম্ভ কৰে। এনে সময়ত মাক আৰু শিশুৰ মাজত এটি সামাজিক সম্বন্ধ গঢ়ি উঠা সম্ভৱপৰ। মাকক দেখিলেই শিশুৱে আনন্দ পায় আৰু

মাকক পাই যে আনন্দিত হৈছে, সেই কথা বুজিবলৈকো যেন সক্ষম হৈ পৰে। প্ৰশংসা আৰু সমৰ্থন পোৱাৰ ভাব তাৰ মনত উদয় হয়। এতেকে এই সময়ৰপৰাই প্ৰশংসা আৰু তিৰস্কাৰ শিশু-শিক্ষাত ব্যৱহাৰ কৰিবলৈ সুযোগ হয়। গোটেই শৈশৱ কালটোতেই এই উপায়টো অত্যন্ত শক্তিশালী, কিন্তু অতি সাৱধানতাৰে সৈতে ইয়াক ব্যৱহাৰ কৰিব লাগিব। প্ৰথম বছৰটো শিশুক কেতিয়াও বেয়া বুলি তিৰস্কাৰ কৰিব নেপায়। পিচতো যিমান পৰা যায় কমকৈহে প্ৰয়োগ কৰিব লাগে। শিশুৱে যেতিয়া প্ৰথমে এখোজ দুখোজ কাঢ়িবলৈ, দুই এটা কথা স্পষ্টকৈ কবলৈ ধৰে, সেই সময়ত কোনো পিতা-মাতায়েই তাক প্ৰশংসা নকৰাকৈ থাকিব নোৱাৰে। সাধাৰণতে শিশুৱে যেতিয়া ক্ৰমাগত চেষ্টাৰ ফলত নানা বাধা বিঘিনি অতিক্ৰম কৰিবলৈ সক্ষম হয়, তেতিয়া প্ৰশংসায়েই তাৰ উপযুক্ত পুৰস্কাৰ। তাৰ উপৰি, তাৰ সৎ চেষ্টাৰ ওপৰত যে আমাৰ সহানুভূতি আছে এই কথা তাক বুজি-বলৈ দিয়াটো অতি হিতকৰ।

শিশুৰ জ্ঞান লাভৰ ইচ্ছা অতি প্ৰৱল। সেই কাৰণে তাৰ জ্ঞান লাভৰ পথ প্ৰশস্ত কৰি দিয়াটোৱেই পিতা-মাতাৰ একমাত্ৰ কৰ্ত্তব্য। বাকীখিনি সি নিজ চেষ্টাতে কৰি লব। শিশুক চুচৰিবলৈ, খোজ কাঢ়িবলৈ বা আন কোনো পেশী সঞ্চালন কৰিবলৈ শিকাবৰ কোনো আৱশ্যক নাই। অৱশ্যে তাৰ লগত কথা-বাৰ্ত্তা পাতি আমি যদিও তাক কথা কবলৈ শিকাওঁ তথাপিতো ইচ্ছাকৃত ভাৱে শব্দ শিকাবলৈ কৰা চেষ্টাৰপৰা অভীষ্ট সিদ্ধি হয়নে নহয় সন্দেহজনক। সিহঁতে নিজৰ ক্ষমতানুযায়ী শিকিব লগা কামবোৰ শিকি লয়। সেই কাৰণে জোৰ কৰি কোনো কাম শিকোৱাটো ভুল। আৰম্ভনিতে পোৱা বিঘিনি অতিক্ৰম কৰি সফলতা লাভ কৰাৰ অভিজ্ঞতাই গোটেই জীৱনতে প্ৰচেষ্টাক উদগনি দিয়ে। বাধা বেচি কঠিন হ'লে প্ৰচেষ্টাক হতাশ কৰে আৰু নিচেই তুচ্ছ হলেও প্ৰচেষ্টাক উদগাবৰ কাৰণে যথেষ্ট

নহয়। জন্মৰপৰা মৃত্যুলৈকে এই নীতিৰ যথেষ্ট গুৰুত্ব আছে। আমি নিজ চেষ্টাৰ বলত যিটো কাম কৰিব পাৰোঁ তাৰপৰা আমি প্ৰকৃত শিক্ষা লাভ কৰিব পাৰোঁ। শিশুৱে নিজেই যিটো কাম কৰিব পাৰে তেনেকুৱা খুব সহজ এটা কাম যেনে—কোনো প্ৰকাৰৰ শব্দ উৎপন্ন কৰাই বয়সস্থ মানুহে কৰি দেখুৱাব পাৰে। তাৰ পিচত এই কামটো কৰা দায়িত্ব শিশুৰ ওপৰত এৰি দিব লাগে। আনে কৰা কামৰ মাজেদি মাত্ৰ প্ৰেৰণা জগাই তুলিব পৰা যায়, কিন্তু ই কেতিয়াও শিক্ষা হব নোৱাৰে ।

নিয়মানুবৰ্ত্তিতা শৈশৱৰ কাৰণে, বিশেষকৈ জীৱনৰ প্ৰথম বছৰটোত অতি আৱশ্যকীয়। প্ৰথমৰেপৰাই খোৱা, শোৱা আৰু মলমূত্ৰ ত্যাগৰ সময় আদি ঠিকমতে হোৱা উচিত। তাৰ উপৰি নিজ পৰিবেশৰ লগত চিনাকি হব পাৰিলে মানসিক উৎকৰ্ষ সাধনত বৰ সহায় হয়। অতি সহজতে বস্তুবোৰ চিনিব পৰাৰ কাৰণে বহুত বিপদৰপৰাও হাত সাৰি থাকিব পাৰে। যি প্ৰাকৃতিক ঐক্যক ( Uniformity of Nature ) 'আমি বৈজ্ঞানিক বিশ্বাস বুলি ধৰোঁ ইয়ো নিৰাপত্তাৰ ইচ্ছাতেই জন্ম বুলি ধৰি লব লাগিব। আমি প্ৰকৃতিৰ নিয়মবোৰকে ভিত্তি কৰি আগবাঢ়িব পাৰোঁ। কিন্তু কেতিয়াবা এনে নিয়মৰ ব্যতিক্ৰম হলে বিপদতো পৰিব লগা হয়। শিশু দুৰ্ব্বল ; সেই কাৰণে শিশুৱে সকলো বস্তু কিবা এটা অপৰিবৰ্ত্তিত নিয়মানুযায়ী চলি আছে বুলি ভাবি আনন্দ পায়। অলপ ডাঙৰ হলে কোনো দুঃসাহসিকতাৰ কাম কৰিবলৈ সিহঁতৰ হেঁপাহ হয়। জীৱনৰ প্ৰথম বছৰত যিবোৰ অস্বাভাৱিক, সেইবোৰকে সিহঁতে ভয়ঙ্কৰ বুলি ভাবে। সেই কাৰণে শিশুৱে যাতে কেতিয়াও ভয় নেখায় তাৰ বাবে যত্ন লব লাগে। যদিও অসুস্থ অৱস্থাত আমি সিহঁতৰ কাৰণে কেতিয়াবা চিন্তাতো পৰোঁ তথাপি সেই কথা সিহঁতক ঘূণাক্ষৰেও জানিবলৈ দিব নেলাগে। তাকে নকৰিলে সেই ভয় সিহঁতৰ মনতো সোমাই ধৰিব। কেতিয়াও

আমি সিহঁতৰ ওচৰত উত্তেজিত হব নেলাগে। যদি অসুস্থ অৱস্থাত শিশুৱে নোশোৱে, নেখায় বা মলমূত্ৰ ত্যাগ নকৰে তথাপিও আমি বিচলিত হব নেলাগে। তাৰ অকণমান কাৰণো শিশুক জানিবলৈ দিব নেলাগে। তেনে কৰিলে সিহঁতে নিজকে বৰ ডাঙৰ বুলি ভাবিবলৈ আৰম্ভ কৰে। এনে নিয়মবোৰ যে অকল এবছৰীয়া শিশুতে খটাব লাগে তেনে নহয়, অলপ ডাঙৰলৈকে এনেবোৰ নিয়ম পালন কৰা উচিত। খোৱা বোৱা বা আন প্ৰয়োজনীয় কাম-কাজ, যিবোৰে প্ৰকৃততে আনন্দ দিব পাৰে, তেনে কামবোৰৰ বাবে সিহঁতৰ আগত বৰকৈ শলাগিব নেলাগে। আমি যে তাৰ বাবে বৰ সন্তোষ পাইছো এই কথা কেতিয়াও সিহঁতে জানিব নেলাগে। যদি জানিব পাৰে তেতিয়া সিহঁতে ভাবিব কিবা এটা যেন ডাঙৰ ক্ষমতাৰ অধিকাৰী সিহঁত হৈ পৰিল। আৰু ফলত যিটো কাম সিহঁতে সহজতে কৰা উচিত তেনে কামতো সিহঁতে সাধ্য সাধনা, তোষামোদ আদি পাবলৈ মন কৰিব। এই কথাবোৰ শিশুৱে ধৰিব নোৱাৰে বুলি ভবাটো ভুল। এইটো কথা সঁচা যে সিহঁতৰ ক্ষমতা অলপ আৰু জ্ঞান সীমাবদ্ধ; কিন্তু য'ত এই বাধাবোৰ সীমাবদ্ধ তাত সিহঁতে কালৈকো বৈ নেথাকে, বয়সিয়ালবোৰৰ দৰেই বুদ্ধিমত্তাৰ পৰিচয় দিব পাৰে। প্ৰথম বছৰৰ ভিতৰত যি যিমান খিনি শিকিব পাৰে পিচত তাতোকৈ বেচি সময় দিও সিমান খিনি শিকিব নোৱাৰে। এতেকে যদি সিহঁতৰ সক্ৰিয় বুদ্ধিমত্তা নেথাকিলহেঁতেন তেতিয়া সিহঁতে ইমানখিনি কাম কেতিয়াও কৰিব নোৱাৰে।

মুঠতে কবলৈ গলে অতি সৰু কেঁচুৱাটিও, বয়সত যদিও অতি সৰু, তথাপি এই বিশাল পৃথিৱীত যে সিহঁতৰো নিজস্ব স্থান আছে সেই কথা সিহঁতক বুজিবলৈ দিয়া উচিত। এই কথা মনত ৰাখি অতি সাৱধানতাৰে সৈতে সিহঁতৰ লগত ব্যৱহাৰ কৰিব লাগে। আমাৰ নিজৰ সুযোগ সুবিধাৰ কাৰণে অথবা আমাৰ আনন্দৰ কাৰণে

সিহঁতলৈ বেচি আদৰ, মৰম বা উৎকণ্ঠা দেখুৱাই সিহঁতৰ ভৱিষ্যত নষ্ট কৰি দিব নেলাগে। জীৱনৰ অন্যান্য ক্ষেত্ৰত যেনে এই ক্ষেত্ৰতো সেইদৰে ঠিক পথেদি চলিবৰ কাৰণে স্নেহ আৰু জ্ঞানৰ মিলন অতি আৱশ্যক।

# দ্বিতীয় অধ্যায়

—ভয়—

শিশুরে দুবছৰৰপৰা ছবছৰৰ ভিতৰত কেনে ধৰণৰ নৈতিক শিক্ষা পাব লাগে এই অধ্যায়ত তাৰ বিষয়ে আলোচনা কৰা হৈছে। শিশুৰ ছবছৰ পূৰ্ণ হোৱাৰ লগে লগেই নৈতিক শিক্ষা প্ৰায় সম্পূৰ্ণ হোৱা উচিত। পিচৰ জীৱনলৈ যিবোৰ সদ্‌গুণৰ প্ৰয়োজন, সেইবোৰ লৰা ছোৱালীৰ চৰিত্ৰত ইতিপূৰ্ব্বেই বিৰাজমান। সদভ্যাস আৰু মনৰ অনুপ্ৰেৰণা আৰু উচ্চাকাঙ্ক্ষাবোৰ স্বাভাৱিক ভাৱেই বিকশিত হোৱা উচিত। শৈশৱৰ শিক্ষা যি বোৰ ক্ষেত্ৰত অৱহেলিত হৈছে, সেইবোৰ ক্ষেত্ৰতেই মাত্ৰ পিচৰ জীৱনত অনেক কৰিব লগা হয়। আগৰ অধ্যায় কেইটাত কৈ অহাৰ দৰেই শিশুৰে বাৰ মাহত ভৰি দিওঁতেই সুস্থ, সুখী আৰু সুনিয়ন্ত্ৰিত জীৱন আৰু চৰিত্ৰৰ ভেটি তৈয়াৰ কৰে। পিতা মাতাৰ অনেক চেষ্টা স্বত্ত্বেও কেতিয়াবা কোনো কোনো শিশু স্বাস্থ্যহীন হব পাৰে। কিন্তু কালক্ৰমে এনে শিশুৰ সংখ্যা কমি যাবলৈ ধৰিব। শিশু পালন সম্পৰ্কীয় নিয়ম বৰ্ত্তমান জ্ঞানৰ ৰীতিমতে পালন কৰিলে তেনে শিশুৰ সংখ্যা কমি যাব। যি বিলাক শিশুৱে ভালকৈ প্ৰাথমিক শিক্ষা পোৱা নাই সেইবিলাক শিশু সম্পৰ্কে বিবেচনা কৰা এই পুথিৰ উদ্দেশ্য নহয়। সেইটো স্কুল শিক্ষকৰ কাম; বিশেষভাৱে পিতা-মাতাৰ উদ্দেশ্যেহে এই পুথি লিখা হৈছে।

জীৱনৰ দ্বিতীয় বছৰটো অত্যন্ত সুখময় হোৱা উচিত। এই সময়ত শিশুৱে খোজ কাঢ়িবলৈ, কথা কবলৈ আৰু সকলোৰে লগত স্বাধীনভাৱে মিলিবলৈ আৰু নতুন নতুন ক্ষমতা লাভ কৰিবলৈ সক্ষম হয়। আৰু এইবোৰৰ মাজেদি বৰ আনন্দ উপভোগ কৰে। এই সময়ত স্বাধীনভাৱে সি উমলিব পৰা হয়। দৃশ্যমান জগতৰ বিষয়ে তাৰ অনুভৱ স্পষ্ট হৈ পৰে। পশু-পক্ষী, ফুল-ফল, সাগৰ, নৈ, মটৰ, ৰেল,

জাহাজ আদি বস্তুবোৰে তাক বৰ আনন্দ দিয়ে আৰু অনন্ত কৌতূহলৰ সৃষ্টি কৰে। জগতখনক চাবৰ কাৰণে তাৰ মনত এক প্ৰবল আগ্ৰহ জাগি উঠে। বিছনাত বা গাড়ীত উঠি ফুৰা অৱস্থাৰ পিচতেই যেতিয়া শিশুৱে ফুলনি বননি বা সাগৰৰ পাৰত দৌৰিবলৈ যদি সুবিধা পায় তেতিয়া সি এক পূৰ্ণস্বাধীনতাৰ মহান আনন্দ অনুভৱ কৰে। প্ৰথম বছৰতকৈ সি এতিয়া ভালকৈ আৰু নানা ধৰণৰ বস্তুও খাব পৰা হয়। তাৰ পৰিপাক শক্তিও আগতকৈ বাঢ়ে। সেই কাৰণে এই সময়টোত তাৰ ওপৰত এনে ভাৱে যত্ন লব লাগে যে সি যেন জীৱনৰ অফুৰন্ত আনন্দ উপভোগ কৰি স্বাস্থ্যৰক্ষা কৰিব পাৰে। কিন্তু খোজ কাঢ়িবলৈ আৰু দৌৰিবলৈ বেচি স্বাধীনতা পোৱাৰ লগে লগে তাৰ মনত ভয়ো সঞ্চাৰ হয়। নতুনকৈ ওপজা কেঁচুৱাই বৰ বেগতে ভয় খায়। সাধাৰণতে দেখিবলৈ পোৱা যায় যে ডাঙৰ শব্দ বা পৰিবেশৰ আশঙ্কাই তাৰ মনত ভয়ৰ সঞ্চাৰ কৰে। দ্বিতীয় আৰু তৃতীয় বছৰত নতুন ধৰণৰ ভয় জন্মে। সেই ভয়ৰ কিছু অংশ আনৰপৰা সংক্ৰমিত হয় আৰু কিছু অংশ স্বাভাৱিক অনুভূতিৰদ্বাৰা হয়। কিন্তু এই প্ৰশ্ন বিচাৰ্য্য বিষয়। যদি সকলোবোৰ ভয় বাহিৰৰপৰাই সংক্ৰামিত হয় তেতিয়া হলে সি যাতে কেতিয়াও ভয় খাব নোৱাৰে তালৈ ভালকৈ চকু ৰাখিলেই দেখোন সেই ভয়ক দূৰ কৰিব পৰা যায়। কিন্তু যদি ভয় স্বাভাৱিক অনুভূতিৰদ্বাৰা উৎপন্ন হয় তেতিয়া হলে আন ধৰণৰ উপযুক্ত পদ্ধতিৰ প্ৰয়োজন হব।

বহুত গৱেষণাৰ ফলত স্থিৰ কৰা হৈছে যে কম বয়সীয়া প্ৰাণীবোৰৰ কোনো স্বাভাৱিক ভয়প্ৰৱণতা নাই। বান্দৰ আৰু কোনো কোনো চৰাইৰ বাহিৰে কোনো কম বয়সীয়া প্ৰাণীয়েই সিহঁতৰ পিতা-মাতাৰপৰা কোনো শিক্ষা নেপালে সিহঁতৰ স্বজাতিৰ চিৰদিনৰ শত্ৰুকো অকণো ভয় নকৰে; এবছৰৰ তলৰ লৰা-ছোৱালীয়েও

কেতিয়াও এনে জন্তুবোৰ দেখিলে ভয় নেখায়। যদি আনৰপৰা নেজানে তেতিয়া শিশুৱে আন্ধাৰলৈয়ো ভয় নকৰে। সেই কাৰণে যিবোৰ ভয়ক আমি স্বাভাৱিক প্ৰৱণতাৰ ফল বুলি ভাবো তাৰ বেচি ভাগেই প্ৰকৃত পক্ষে আনৰপৰা অৰ্জ্জন কৰা। এই কথা ঠিক যে যদি বয়সিয়ালবোৰে শিশুৰ মনত কোনো ভয় সঞ্চাৰ হবলৈ নিদিয়ে তেতিয়া শিশুৱে সেই বিষয়ে অকণো জানিব নোৱাৰে। এনে ধৰণৰ ভয়ৰ উপৰিও আৰু নানা ধৰণৰ ভয় আছে। আচৰিত ধৰণে কিবা বস্তু লৰচৰ কৰিলে বা কোনো ছাঁ হঠাৎ দেখি বা হঠাৎ ছাতি মেলা দেখি বা কোনো যান্ত্ৰিক (কলৰ) ওমলা বস্তু আদিৰপৰাও শিশুৱে ভয় খাব পাৰে। এই জাতীয় ভয় শিশুৰ স্বাভাৱিক প্ৰৱণতাৰপৰা উৎপন্ন হয় বুলিও আমি কব পাৰোঁ। কিন্তু এই কথাও সঁচা যে শিশুৰ মনৰপৰা এনে ধৰণৰ ভয়বোৰ আঁতৰোৱা একো কষ্ট-সাধ্য নহয়। এই প্ৰসঙ্গত এইটো কথা মনত ৰাখিব লাগিব যে যি শিশুক অভয়ৰ শিক্ষা দিব সি নিৰ্ভীক হব লাগিব। বিপদবো যুক্তি-সঙ্গত অনুভূতিৰ প্ৰয়োজন আছে। কিন্তু ভয় অতি অনিষ্টকৰ। অকণো ভয় নকৰাকৈ থকা শিশুৱে বিপদৰ আশঙ্কাৰ অনুভৱ কৰিব নোৱাৰে। কিন্তু শিক্ষাদাতা যদি নিৰ্ভীক হয় তেতিয়া হলে শিশুৰ ভয় বহুত পৰিমাণে কমি যাব। সেই কাৰণে শিশুক শিক্ষা দিয়াৰ নিচিনা পৱিত্ৰ দায়িত্ব যি লব তেওঁ নিৰ্ভীক হবই লাগিব। আৰু পুৰুষলৈ যেনেকৈ সৎসাহসৰ আৱশ্যক, ঠিক সেই দৰেই নাৰী-চৰিত্ৰৰ পক্ষেও সৎসাহসৰ আৱশ্যক।

শিক্ষা ক্ষেত্ৰত বল প্ৰয়োগৰ স্থান অতি কম হব লাগে। কিন্তু ভয়ক জয় কৰিবৰ কাৰণে প্ৰয়োজন অনুসাৰে বলপ্ৰয়োগো উপকাৰত আহিব পাৰে। য'ত অকাৰণতে বৰ বেচিকৈ শিশুৱে ভয় খায়, তেনে ক্ষেত্ৰত ভয় আঁতৰাবলৈ তাৰ ওপৰতে এৰি দিলে সি ভাবিব যেন ভয় কৰিব লগা এইটো একো কথাই নহয়। কোনো অনিষ্ট নকৰকৈ যদি

কেবোবাৰো অভিজ্ঞতা বঢ়াবৰ কাৰণেই কোনো ঘটনাৰ লগত সংশ্লিষ্ট থকা যায় তেতিয়া ভয় আঁতৰি যায়। বাৰে বাৰে ভয়ৰ কাৰণ ঘটি থাকিলে তাত আৰু আচৰিত হব লগীয়া একো নেথাকে। বিনা বল প্ৰয়োগেৰে এনে কৰা ভাল। কিন্তু যদি সেই দৰে কৰিব পৰা নহয় তেতিয়া ভয় খাই থকাতকৈ বল প্ৰয়োগ কৰি হলেও সেই ভয় দূৰ কৰিবলৈ চেষ্টা কৰা উচিত।

আৰু এটা কথা এয়ে যে ভয় জয় কৰিব পাৰিলে শিশুৱে বৰ আনন্দ পায়। শিশুৱে যেতিয়া কোনো সাহসিকতাৰ কাম কৰে তেতিয়া তাক প্ৰশংসা কৰিব লাগে। সেই প্ৰশংসাই তাৰ মনত গৌৰৱৰ ভাব জগাই তোলে আৰু সেই আনন্দতে যেন তাৰ গোটেই দিনটো সুন্দৰ হৈ পৰে। কিন্তু শৈশৱ কালতে ভয় দূৰ কৰিব নোৱৰাটো বৰ পৰিতাপৰ কথা। তেনে ভীৰু লৰা-ছোৱালীয়ে পিচলৈ আনৰ অৱজ্ঞা পাব লগা হয় আৰু তেতিয়া সিহঁতৰ মন দুখে বেজাৰে ভৰি পৰে। সেই কাৰণে ভয় নকৰিবলৈ আৰু দৈহিক সামৰ্থ্যলাভৰ শিক্ষা ইমান গুৰুত্বপূৰ্ণ যে এই উদ্দেশ্য সিদ্ধিৰ কাৰণে প্ৰয়োজন হলে বল প্ৰয়োগৰ দৰে চৰম নীতিও পালন কৰিলে একো অন্যায় নহয়।

প্ৰথম দুই তিনি বছৰৰ পিচৰপৰা শিশুক দৈহিক সাহসৰ শিক্ষা বেচিকৈ দিব লাগে। যিবোৰ লৰা-ছোৱালীৰ বাই-ভনী বা ককাই ভাই আছে, তেওঁলোকক অনুসৰণ কৰি তেওঁলোকৰ কথা-বাৰ্ত্তা দৃষ্টান্ত আদিয়ে মনৰ সাহস জগাই তোলে আৰু তেওঁলোকে যি কৰা দেখে তাকে কৰিবলৈ চেষ্টা কৰে। স্কুলবিলাকত দৈহিক শিক্ষাৰ অভাৱ হলে সকলোৱে ঘিণ কৰে আৰু এনে ধৰণৰ কথা শিকাবৰ কাৰণে কোনো বয়সস্থ শিক্ষকৰ আৱশ্যক নাই। লৰাৰ কাৰণে এই কথা একেবাৰে সঁচা, কিন্তু ছোৱালীৰ কাৰণেও এনে নিয়ম প্ৰচলিত হোৱা উচিত।

এই প্ৰসঙ্গতে এটা কথা কোৱা উচিত হব যে প্ৰবল ইচ্ছাশক্তিৰ

দ্বাৰা ভয়ক দমন কৰাটোকে আচল সাহ বা উন্নত স্তৰৰ সাহ বুলি আমি নেভাবো। আগৰ দিনৰ আত্মদমন বা ইচ্ছাশক্তিৰদ্বাৰা যি সুফল লাভ কৰা হৈছিল ঠিক সেই দৰেই সদভ্যাসৰদ্বাৰা সেই সুফল লাভ কৰাৰ বৰ্ত্তমান শিক্ষা পদ্ধতিৰ মূলমন্ত্ৰ। ইচ্ছাশক্তিৰ বলেৰে লাভ কৰা সাহে অনেক সময়ত স্নায়ৱিক বিশৃঙ্খলাৰ সৃষ্টি কৰে। যেনেকুৱাবোৰ ভয়ক দমন কৰা হয়, সেইবোৰ আমাৰ অজ্ঞাতসাৰেই প্ৰকাশ পায়। আত্মসংযমৰ মূল্য হ্ৰাস কৰা এই প্ৰসঙ্গৰ উদ্দেশ্য নহয়, বৰঞ্চ ইয়াৰ অভাৱত সু-নিয়ন্ত্ৰিত জীৱন যাপন কৰা সম্ভৱ নহয়।

ডাঃ ৰাইভাৰ্চৰ Dr. Rivers "Instinct and the Unconscious" নামৰ পুথিখনত ভয়ৰ মনস্তাত্বিক বিশ্লেষণ কৰা হৈছে। তেখেতে কয় যে বিপদজনক অৱস্থাৰ সম্মুখীন হোৱাৰ এটা উপায় হ'ল কৌশলৰ আশ্ৰয় লোৱা। যি বোৰে এই কৌশলটো ভালদৰে কামত খটাব পাৰে তেওঁলোকে অন্ততঃ সজ্ঞানে ভয় খাব লগা নহয়। ই এক মূল্যৱান অভিজ্ঞতা। ইয়েই আত্মসম্মানৰ অনুভূতি দিয়ে আৰু চেষ্টা কৰাৰ প্ৰেৰণা মনত জগাই তোলে, আৰু ভয় ক্ৰমান্বয়ে কোনো এক বিশেষ প্ৰকাৰ নিপুণতাত পৰিণত হয়। এনে কি বাইচাইকল চলোৱাৰ নিচিনা ইমান সহজ কামৰপৰাও এনে ধৰণৰ অভিজ্ঞতা লাভ কৰিব পাৰি। বৰ্ত্তমান জগতৰ যন্ত্ৰপাতিৰ উন্নতিৰ লগে লগে এনে ধৰণৰ নিপুণতা অতি প্ৰয়োজনীয় হৈ উঠিছে। আনৰ লগত দৈহিক শক্তিৰ প্ৰতিযোগিতা বা সংঘৰ্ষৰদ্বাৰা দৈহিক শক্তিৰ শিক্ষা দানৰ ব্যৱস্থা নকৰি কোনো বস্তু আদিক ব্যৱহাৰ বা পৰিচালনা কৰি আৰু তাক আয়ত্বত ৰখাৰ মাজেদিয়েই সেই দৈহিক সাহস যিমান দূৰ পৰা যায় শিক্ষা দিবলৈ চেষ্টা কৰা কৰ্ত্তব্য। পৰ্ব্বতাৰোহণৰ কাৰণে, বিমান চলোৱাৰ বিষয়ে বা ধুমুহা অতিক্ৰম কৰি সৰু জাহাজক আগবঢ়াই লৈ যোৱাৰ কাৰণে যি সাহসৰ প্ৰয়োজন হয়, সেই সাহস যুদ্ধৰ কাৰণে আৱশ্যকীয় সাহসতকৈয়ো প্ৰশংসনীয়। সেই

কাৰণে যতদূৰ সম্ভৱ ফুটবল খেলিবলৈ যি নিপুণতাৰ শিক্ষা দিয়া হয়, তেনে ধৰণৰ নিপুণতাৰ শিক্ষা নিদি লৰা-ছোৱালীবোৰক অলপ বিপজ্জনক নিপুণতা শিক্ষা দক্ষতাৰে দিয়া বাঞ্ছনীয়। য'ত শত্ৰু জয় কৰাৰ কথা উঠে তাত শত্ৰু মানুহ নহৈ বস্তু বা কোনো অৱস্থা বিশেষ হোৱা সঙ্গত। বিদ্বাভিমানেৰে যে এই কথা শিকাব তেনে নহয়, শাৰীৰিক শক্তিৰ ক্ষেত্ৰতো এই নীতি আৰু বেচি কাৰ্য্যকৰী হোৱা উচিত।

দৈহিক সাহসৰ অৱশ্যে কিছুমান নিষ্ক্ৰিয় অৱস্থাও আছে, যেনে :— নিঃশব্দে আঘাত সহ্য কৰা। শিশুৱে প্ৰবল দুখ পালে তাৰ প্ৰতি আওকাণ কৰি বা কোনো সহানুভূতি নেদেখুৱাই সেই-দুখ সহ্য বা অতিক্ৰম কৰিবলৈ দিয়াটোৱেই তাক সেই সাহসৰ শিক্ষা দিয়াৰ প্ৰশস্ত উপায়। আনৰপৰা সহানুভূতি পোৱাৰ ইচ্ছাতেই মানুহৰ জীৱনত বহুত মানসিক বিকাৰৰ উৎপত্তি হয়। সহানুভূতি আৰু বৰ বেচি আদৰ পাবৰ কাৰণে মানুহে একো একোটা দুখৰ সৃষ্টি কৰি লয়। অলপমান দুখ পালেই শিশুক কান্দিবলৈ সুবিধা নিদিলে এনে মনোভাব স্বভাৱিক ভাৱেই আঁতৰি যাব। এই ক্ষেত্ৰত আমি ইয়াকো কব পাৰোঁ যে নাৰ্চাৰি শিক্ষা লৰাতকৈয়ো ছোৱালীলৈহে বেচি বেয়া, কাৰণ লৰাৰ প্ৰতি যেনেকৈ অলপ কঠিন মনোভাব লোৱা উচিত, ঠিক তেনেকৈয়ে ছোৱালীৰ প্ৰতিও লব লাগে। যদি ছোৱালী লৰাৰ লৈতে সমানেই, তেনেহলে এই অপ্ৰিয় সত্যৰপৰা তেওঁলোকেও হাতসাৰি থাকিবলৈ পাব নেলাগে।

এতিয়া যিবোৰ সাহস সম্পূৰ্ণ দৈহিক নহয় তাৰ বিষয়ে কোৱা যাওক। ৰহস্যজনক বস্তুৰ সম্বন্ধে আগতেই কোৱা হৈছে। এনে ভয় স্বাভাৱিকপ্ৰৱণতাপ্ৰসূত যেনেই লাগে। নানা ধৰণৰ অন্ধ বিশ্বাস এই কাৰণে দায়ী। যি বিলাক মানুহে বিজ্ঞানক বিশ্বাস

নকৰে সেইবোৰে চন্দ্ৰগ্ৰহণ, সূৰ্য্যগ্ৰহণ ভূমিকম্প, মহামাৰী আদিত ৰব ভয় খায়। এনে ধৰণৰ ভয় সকলোৰে কাৰণে অতি ভয়ানক সেই কাৰণে কম বয়সতেই সেই ভয় দূৰ কৰিবলৈ চেষ্টা কৰাটো বাঞ্ছনীয়। উল্লিখিত ঘটনাবোৰৰ বৈজ্ঞানিক ব্যাখ্যাৰদ্বাৰাই এই ভয় অতি সহজতে দূৰ কৰিব পৰা যায়। এনেকৈ কিছুমান ঘটনাৰ কাৰণ জানিব পাৰিলেই শিশুৱে জানিব পাৰিব যে সকলোবোৰ ঘটনাৰে নিশ্চয় কিবা নহয় কিবা এটা কাৰণ আছে। ৰহস্য অনুভৱ কৰাৰ মূল্য হৈছে আমাৰ অজ্ঞতা। চেষ্টা আৰু ধৈৰ্য্যৰ বলতে আমি ভুল ধাৰণা মনৰপৰা আঁতৰাব পাৰো যে এই ধাৰণা শিশুৰ মনত যিমান সোনকালে পৰা যায় সিমান সোনকালে বদ্ধ-মূল কৰিব লাগে। যেতিয়া সিহঁতে এই কথাবোৰ ভালকৈ বুজিব তেতিয়া যি বস্তুৰপৰা সিহঁতে ভয় খাইছিল তেনে ভয় মনৰ পৰা আঁতৰি যাব আৰু সকলোবোৰ বস্তুৰপৰা সিহঁতে পাব অপৰিসীম আনন্দ। ৰহস্য সম্পৰ্কে যেতিয়া অন্ধ বিশ্বাসৰ অন্ত হয়, তেতিয়া সেই ৰহস্যানুভূতিয়েই জ্ঞানৰ তৃষ্ণা সৃষ্টি কৰে। যি কোনো বস্তুৱেই শিশুৰ মনত ভয় বা কৌতুহল জন্মাব। তাৰ কাৰণবোৰ যদি ভালকৈ বুজাই দিয়া যায় তেতিয়া সেই ভয়েই জ্ঞান লাভৰ আকাঙ্ক্ষালৈ ৰূপান্তৰিত হব।

এই সম্পৰ্কে কিছুমান সমস্যা অতি জটিল। সকলোতকৈ জটিল মৃত্যুৰ প্ৰশ্ন। শিশুৱে অতি সোনকালে বুজিব পাৰে যে গছ-লতা জীৱ-জন্তুৰ মৃত্যু হয়। যদি তাৰ চিন্তাধাৰা সক্ৰিয় হয় তেতিয়া সি জানিব পাৰিব যে তাৰ পিতা-মাতাৰো এদিন মৃত্যু হব, সিয়ো এদিন মৃত্যুৰ মুখত পৰিব লাগিব। এই চিন্তাই তাৰ মনত নানা প্ৰশ্ন জগাই তুলিব, আৰু সি তেনে প্ৰশ্ন কৰিলেই সেই প্ৰশ্নৰ যথাযথ উত্তৰ দিবলৈ চেষ্টা কৰিব লাগে। যিবোৰে পৰজন্ম বিশ্বাস নকৰে সেইবোৰতকৈ পৰজন্ম বিশ্বাসী মানুহে অতি সোনকালে

আৰু সহজভাৱে এনেবোৰ প্ৰশ্নৰ উত্তৰ দিব পাৰিব। যিবোৰে পৰ জন্ম বিশ্বাস নকৰে তেওঁলোকেও তেনে প্ৰশ্নবোৰৰ মিছা উত্তৰ দিয়াটো উচিত নহয়। পিতা-মাতাই কেতিয়াও শিশুৰ আগত মিছা কথা কব নেপায়। মৃত্যু মাত্ৰ এবিধ নিদ্ৰা। এই নিদ্ৰাৰপৰা মানুহে আৰু কেতিয়াও সাৰ নেপায়। এইদৰেই মৃত্যুৰ ব্যাখ্যা কৰা ভাল; কিন্তু এই কথা কওঁতে কোনো প্ৰকাৰ গাম্ভীৰ্য্যৰ প্ৰয়োজন নাই। ই যেনে অতি সাধাৰণ কথা। এনে ভাবেহে তাৰ আগত প্ৰকাশ কৰিব লাগে। যদি শিশুৱে নিজৰ মৃত্যু সম্বন্ধে চিন্তিত হৈ পৰে, তেতিয়া হলে তাক ভালকৈ বুজাই দিব লাগিব যে বহুত বছৰলৈকে তেনে কাৰণ ঘটাৰ কোনো সম্ভাৱনাই নাই। ডাঙৰ ডাঙৰ দাৰ্শনিক ব্যাখ্যাই শিশুৰ কোনো উপকাৰ সাধন কৰিব নোৱাৰে। পৰা-পক্ষত এনেবোৰ প্ৰসঙ্গ আমি উত্থাপিত কৰা উচিত নহয়। কিন্তু শিশুৱে যদি নিজে এই কথা উলিয়ায়, তেতিয়া হলে তাৰ ভাল উত্তৰ দিবই লাগিব। মৃত্যুৰ মূলত যে কোনো বিশেষ ৰহস্য নাই সেইটো কথাকে তাক বুজাবলৈ যথাসাধ্য চেষ্টা কৰিব লাগে। সুস্থ আৰু স্বাভাৱিক মানসিক শক্তিসম্পন্ন শিশুৱে এনে উত্তৰতে সন্তুষ্ট হব আৰু মিছাকৈ এনেবোৰ চিন্তা নকৰে; শিশুক আমি সদায় ইমান খোলাখুলি ভাৱে আৰু সুন্দৰকৈ কথাবোৰ বুজাই দিব লাগে—যাতে শিশুৰ সেই বস্তুত আৰু কৌতূহল নেথাকে; কাৰণ সৰু বা ডাঙৰ কাৰো কাৰণে মিছামিছিকৈ মৃত্যুৰ চিন্তা কৰি সময় নষ্ট কৰাৰ কোনো সাৰ্থকতা নাই।

কিছুমান বিশেষ ভয়ৰ উপৰিও কিছুমান ব্যাপক চিন্তাত লৰা ছোৱালীৰ মন উদ্বিগ্ন হৈ থাকে। সৰ্ব্বসাধাৰণতে ডাঙৰৰ অতি তত্ত্বাৱধান বা অতিৰিক্ত শাসনৰ ফলতে এনে হোৱা দেখা যায়। অবিৰাম আমনি কৰি থকা, হাই-উকমি কৰিবলৈ বাধা কৰা আৰু একেবাৰে আচাৰ-ব্যৱহাৰ সম্বন্ধে উপদেশ দিয়া আদিয়ে শৈশৱ অৱস্থাকে

সুখময় কৰি তোলে। জীৱনৰ অনাগত দিনবোৰ যে বিৰাট সম্ভাৱনাপূৰ্ণ, এই কথা শিশুৰ মনত বদ্ধমূল কৰিবলৈ চেষ্টা কৰিব লাগে। এনে শিক্ষাই শিশুৰ কৰ্ম্মপ্ৰেৰণাত ইন্ধন যোগায়। ইয়াকে নকৰি সিহঁতৰ আশা আকাঙ্ক্ষাক পিচলৈ ফিৰাই আনি, ভৱিষ্যতক অতীতকৈয়ো নিকৃষ্ট বুলি সিহঁতৰ মনত সুমুৱাই দিয়া ধাৰণাই শিশুৰ প্ৰাণৰসৰ উৎস মূলতে চুহি শুকোৱায়।

লাজ কৰাটো ভীৰুতাৰেই যেন এটা সুখলগা ৰূপ। সাধাৰণতে ইংলণ্ড আৰু চীন দেশৰ দৰে আন ঠাইত এনে অৱস্থা ববকৈ দেখিবলৈ পোৱা নেযায়। অপৰিচিত মানুহৰ ওচৰ নচপাটোৱেই ইয়াৰ প্ৰধান কাৰণ। যিমান দূৰ সম্ভৱ এবছৰ বয়সৰ পিচৰপৰাই শিশুক অপৰিচিত মানুহৰ সংস্পৰ্শলৈ আহিবলৈ দিব লাগে। সিহঁতে যাতে নিতান্ত অভদ্ৰ আচৰণ নকৰে তাৰ বাবে প্ৰয়োজনীয় ভদ্ৰ ব্যৱহাৰ শিক্ষা দিয়াই যথেষ্ট। ঘৰলৈ আলহী-সুলহি আহিলে সিহঁতক প্ৰথমে চাবলৈ এৰি দি অলপ সময়ৰ পিচত আঁতৰাই লৈ গৈ আকৌ সেই কোঠাতে সিহঁতক মনে মনে থাকিবলৈ দিব লাগে। দুবছৰ বয়সৰ পিচৰপৰা ছবি, মাটি বা মণ্টেচৰী স্কুলত ব্যৱহাৰ কৰা সজুঁলিবোৰ লৈ শান্তভাৱে উমলি যাতে আনন্দ উপভোগ কৰিব পাৰে তেনে শিক্ষা দিয়া অতি উত্তম কথা। আনন্দদায়ক খেল-ধেমালিৰ মাজেদি শিক্ষা দিয়া উচিত। যেতিয়াই শিশুৱে বুজিব পৰা হব, তেতিয়াই সিহঁতক ভালকৈ বুজিবলৈ দিব লাগে যে মাতা-পিতাৰো সিহঁতৰ ওপৰত অধিকাৰ আছে। আৰু এফালে যেনেকৈ সিহঁতে পূৰ্ণ স্বাধীনতা ভোগ কৰিব, ঠিক সেইদৰে আনৰ স্বাধীনতাৰ ওপৰতো হস্তক্ষেপ কৰা ঠিক নহয়—এই কথা বুজাব লাগে। শিশুৱে ন্যায় অন্যায় বুজিব পাৰে। এতেকে আনে যি অধিকাৰ সিহঁতক দিছে সিহঁতেও আনক সেই অধিকাৰ দিবলৈ অতি সহজতে সন্মত হয়। সদ্ব্যৱহাৰেই ইয়াৰ মূল কথা।

যদি আমি শিশুৰ অন্তৰৰ ভয় আঁতৰাব খোজোঁ, তেনেহলে আমিও নিৰ্ভীক হব লাগিব। আমি যদি ধুমুহা, বজ্ৰপাতলৈ ভয় কৰোঁ তেন্তে যেতিয়াই আমি বজ্ৰপাত বা গাজনিৰ শব্দ শুনি ভয় খাওঁ আৰু তাকে যদি সিহঁতে দেখে, তেতিয়াই সিহঁতৰ মনলৈ ভয় সংক্ৰমিত হ'ব। সামাজিক বিপ্লৱলৈ যদি আমি ভয় কৰোঁ তেতিয়া হলে শিশুৱে আমাৰ কথাবাৰ্ত্তাবোৰ বুজিব নোৱাৰি ভীত হৈ পাৰিব। আৰু সিহঁতৰ অসুখ বিসুখৰ সময়ত যদি আমি ভয় খাওঁ, তেতিয়া সিহঁতে বেচি চিন্তিত হৈ ভয় খাব। জীৱন বিপদসঙ্কুল। কিন্তু জ্ঞানী মানুহে নানা বিপদক অৱহেলা কৰি চলিব পাৰে আৰু যি বিলাক বিপদ সহজে অতিক্ৰম কৰিব পাৰি তেনেবোৰ বিপদত বিজ্ঞতা সহকাৰে নিজ কৰ্ত্তব্য পালন কৰি যায়। আমি মৰণৰ হাত সাৰিব নোৱাৰোঁ কিন্তু মৰাৰ আগতে উইল কৰিব পাৰোঁ। সেই কাৰণে উইল কৰাৰ কাম শেষ কৰি আৰু মন দৃঢ় কৰি আমি যে মৰণশীল সেই কথা পাহৰি যাব লাগিব। গতিকে বিপদ অতিক্ৰম কৰিবলৈ কৰা যুক্তিসঙ্গত প্ৰচেষ্টা ভয়তকৈ সম্পূৰ্ণৰূপে বেলেগ বস্তু। ই এটা সৎ ইচ্ছাৰ অংশ আৰু আন ধৰণৰ ভয়বোৰ হল দাসত্বসুলভ মনোভাব। আমি যদি নিজৰ ভয় আঁতৰাবলৈ সক্ষম নহওঁ তথাপি আমাৰ ভয়ৰ সন্ধান যাতে লৰা-ছোৱালীয়ে পাব নোৱাৰে তাৰ বাবে সদায় সজাগ থাকিব লাগে। সকলোবে উপৰি শিশুৰ চৰিত্ৰত উদাৰ দৃষ্টিভঙ্গী আৰু বিবিধ বিষয়ত অনুৰাগ জাগ্ৰত কৰি তুলিবলৈ চেষ্টা কৰিব লাগে। তেনে কৰিলে পিচৰ জীৱনত হ'বলগীয়া কোনো দুখ দুৰ্গতিৰ কথা ভাবি সিহঁত বিচলিত নহব আৰু এই দৰেই সিহঁতক বিশ্বৰ উপযুক্ত নাগৰিক কৰি গঢ়ি তোলা সম্ভৱ হব।

# পঞ্চম অধ্যায়

## খেল আৰু কল্পনা শক্তি

অকল মানৱ শিশুৱেই নহয়, অলপ বয়সীয়া সকলো জীৱ-জন্তুৱেই খেলিবলৈ ভাল পায়। সকলো শিশুৰেই খেলৰ প্ৰতি গভীৰ অনুৰাগ; খেলত সিহঁতে আনন্দ পায়। আৰু খেলিবলৈ সিহঁতে দাবী কৰি বহে। খেল আৰু খেলিবলৈ দাবী কৰাটো শিশুৰ পক্ষে অতি আৱশ্যকীয়। সেই কাৰণে শিশুক সুস্থ আৰু সুখী কৰি তুলিবলৈ হলে আন আৱশ্যকীয় বস্তুৰ উপৰিও খেল-ধেমালিৰ সুবিধা আৰু সুযোগ দিয়াত বেচি চেষ্টা কৰা উচিত। এই প্ৰসঙ্গত দুটা প্ৰশ্ন উঠে —খেল-ধেমালিৰ সুযোগ দিবলৈ হলে পিতা-মাতা আৰু স্কুলবিলাকে কি কৰা কৰ্ত্তব্য আৰু খেল-ধেমালিৰ শিক্ষাসংক্ৰান্ত মূল্য বঢ়াবলৈ তেওঁলোকে আৰু কিবাকিবি কৰা সম্ভৱ হবনে নহয়?

এতিয়া আমি খেলৰ মনস্তত্ত্ব সংক্ষেপে আলোচনা কৰিব লাগিব। এই ক্ষেত্ৰতো দুটা বেলেগ প্ৰশ্নৰ উদয় হয়। প্ৰথমটো হ'ল কি কি প্ৰৱণতাবপৰা খেলৰ উৎপত্তি হয়। আৰু খেল-ধেমালিৰ জৈৱ (biological) প্ৰয়োজনেই বা কি? দ্বিতীয় প্ৰশ্নটোৰ উত্তৰ দিয়া সহজ। পিচৰ জীৱনলৈ যি যি কাম কৰিব লগা হয় তাৰেই আভাস শৈশৱৰ খেল-ধেমালিৰ মাজেদি ফুটি উঠে। কুকুৰ পোৱালিৰ খেলবোৰ ঠিক ডাঙৰ কুকুৰৰ যুঁজ বাগৰৰ দৰেই। মাত্ৰ সিহঁতে ডাঙৰ কুকুৰৰ দৰে সঁচাকৈ ইটোৱে সিটোক নেকামোৰে। মেকুৰী পোৱালিবোৰেও খেলৰ মাজেদি ঠিক মেকুৰীয়ে নিগনি ধৰিবলৈ কৰা প্ৰচেষ্টাকে যেন কৰে।

লৰা-ছোৱালীয়েও যি দেখে তাকে অনুকৰণ কৰিবলৈ বৰ ভাল পায়, যেনে—সজা আৰু খন্দা কাম। যি বোৰ কাম সিহঁতে যিমান বেচি আৱশ্যকীয় বুলি ভাবে, সিমানেই সেই কামটো কেন্দ্ৰ কৰি

বেচিকৈ খেলিবলৈ ভাল পায়। গছত উঠা, জাপ মৰা বা ঠেক সাঁকো আদি পাৰ হোৱা আদি যি বোৰ খেলত মাংসপেশী বেচিকৈ সঞ্চালিত হয় সেইবোৰ খেল শিশুৱে খেলি বেচি ভাল পায়। মনস্তাত্বিক বিশ্লেষণে কয় যে খেলৰ অনুভূতিৰ মাজেদি যে বৰ বেচিকৈ শিশুৰ ভৱিষ্যতৰ সকলো প্ৰকাশ পায়, এনে নহয়—কিছুমান মনস্তত্ত্ববিদে লৰা-ছোৱালীৰ খেলৰ মাজেদি কোনো যৌনজনিত প্ৰতিবিম্ব দেখিবলৈ পোৱা যায় নে নেযায় তাৰ চেষ্টা চলাইছে। বয়সিয়ালবোৰৰ দৰে হবলৈ আৰু তেনে ক্ষমতা লাভ কৰিবলৈ শিশুৰ মনৰ আকাঙ্ক্ষা অতি প্ৰবল। বয়সিয়ালসকলক নিজৰ লগত তুলনা কৰি নিজকে বৰ দুৰ্ব্বল বুলি ভাবি তেওঁলোকৰ সমতুল্য হবৰ কাৰণে সিহঁতবো মনত প্ৰবল আকাঙ্ক্ষা জাগি উঠে, অতি কম বয়সৰেপৰা আনে যি কৰে তাকে কৰিবলৈ ধৰে। অনুকৰণপ্ৰৱণতাই হল তাৰ প্ৰমাণ। নিজৰ ককায়েক বা বায়েকক সিহঁতে অনুকৰণ কৰিবলৈ ধৰে। কাৰণ তেওঁলোকৰ উদ্দেশ্য শিশুৱে অতি সোনকালে অনুমান কৰিব পাৰে আৰু তেওঁলোকৰ ক্ষমতাও আয়ত্ত কৰাত শিশুৱে বৰ টান নেপায়। নীচাত্মিকা (নিজকে সৰু বুলি ভবা) ভাব শিশুৰ মনত বৰ প্ৰবল। যদি সিহঁত সুস্থ সবল হয় আৰু সিহঁতক ভালকৈ শিক্ষা দিয়া যায় তেতিয়া হলে এই মনোভাবে সিহঁতক অনুপ্ৰেৰণা দিয়ে। তাকে নহলে এনে মনোভাবেই সিহঁতৰ নানা দুখৰ কাৰণ হৈ পৰে।

ক্ষমতা লাভৰ ইচ্ছা খেলৰ মাজেদি দুটা ৰূপেৰে প্ৰকাশিত হয়। এটা হল শিকিবৰ ইচ্ছা আৰু আনটো হল কল্পনাপ্ৰসূত। ব্যৰ্থ বয়সস্থ লোকে যেনেকৈ যৌন সম্পৰ্কীয় কথাৰে আকাশকুসুম কল্পনা কৰি সময় কটায়, ঠিক সেই দৰেই সুস্থ, সবল শিশুৰ মনতো ক্ষমতা লাভৰ চেষ্টাযুক্ত ভাববোৰ কল্পনাত জাগি উঠে। সি এটা দৈত্য, সিংহ, ৰেলগাড়ী বা এৰোপ্লেন্ হবলৈ বিচাৰে।

আৰু তাৰ সেই ভাওৰ মাজেদিয়েই ভয়ৰ সৃষ্টি কৰিবলৈ ইচ্ছা কৰে। কিন্তু সেই ক্ষমতা লাভৰ ইচ্ছাই শিশুৰ একমাত্ৰ মনৰ ইচ্ছা নহয়। ভয়ৰ ভাও ধৰিও সিহঁতে আনন্দ পায়। ইয়াৰ কাৰণ এয়ে হব পাৰে যে ভাওক ভাও বুলি জনাৰপৰা শিশুৰ নিৰাপত্তাৰ ধাৰণা গঢ়ি উঠিব পাৰে। শিশুৱে যেতিয়া ভালুকৰ ভাও ধৰে তেতিয়া নিজকে সি এটা ভালুক বুলি ভাবিয়েই আনন্দ পায়।

শিশু শিক্ষাত খেল-ধেমালিৰ স্থান অতি গুৰুত্বপূৰ্ণ। আৰু গি বোৰ খেলৰ মাজেদি শিশুৱে নতুন নতুন ক্ষমতা অৰ্জ্জন কৰিব পাৰে, তেনে ধৰণৰ খেলবোৰেই যে সিহঁতৰ কাৰণে উপকাৰী এই সম্বন্ধে সকলো একমত। অৱশ্যে যি বোৰ খেলৰ মাজত ভাও ধৰিব লগা হয়, তেনেবোৰ খেল সম্বন্ধে অনেক সন্দেহজনক মতো পোষণ কৰা দেখা যায়। বয়সিয়ালসকলৰ কাৰণে আকাশ-কুসুম কল্পনা এটা সৰু সুৰা বেমাৰেই বুলিব পাৰি। আৰু বাস্তৱ জীৱনত সক্ৰিয় চেষ্টাৰ ঠাইত আকাশ কুসুমে ঠাই পুৰায়হি। কিন্তু লৰা-ছোৱালীৰ খেলৰ দৰেই এনে ভাববোৰকো একেবাৰে অভ্ৰান্ত বুলিব নোৱাৰি। মণ্টেচৰী পদ্ধতি অনুযায়ী যি বোৰে শিক্ষা দিয়ে তেওঁলোকে নিৰ্বিচাৰে যে শিশুৱে সেই সজুলিবোৰৰে ৰেল-জাহাজ আদি সাজি খেলিব। শিশুৰ এনে প্ৰবৃত্তিক কোৱা হয় "বিশৃঙ্খল কল্পনা"। উপৰোক্ত শিক্ষকসকলৰ ধাৰণাও সত্য; কাৰণ শিশুৱে যিটো খেলা বস্তু ভাবি খেলিব খোজে সেইটো প্ৰকৃত পক্ষে যেন খেলা বস্তু নহয়। সজুলিবোৰে শিশুক আনন্দ দিয়ে, কিন্তু সেইবোৰৰ উদ্দেশ্য শিক্ষা দিয়া, আনন্দ সেই শিক্ষাৰ এটা উপায় মাত্ৰ। কিন্তু আন ফালে কবলৈ হলে আনন্দ লাভেই হল খেলাৰ প্ৰধান উদ্দেশ্য। সেই কাৰণে "বিশৃঙ্খল কল্পনাৰ" প্ৰশ্নক খেল-ধেমালিত জড়িত কৰাটো তেওঁলোকে ইচ্ছা নকৰে। লৰা-ছোৱালীক পৰী,

দৈত্য, ডাইনী, যাদুকৰ আদিৰ সাধুকথা কোৱাৰ সম্পৰ্কেও এই কথা প্ৰযোজ্য। সৰ্ব্বসাধাৰণতে কোৱা হয় যে শিশুৱে অবাস্তৱ কাহিনী আৰু বাস্তৱৰ পাৰ্থক্য সোনকালে বুজিব নোৱাৰে। কিন্তু সেই কথা একেবাৰে বিশ্বাসযোগ্য নহয়।

সত্য আৰু কল্পনা দুয়োটাই প্ৰয়োজনীয়। কিন্তু ব্যক্তিৰ যেনে জাতিৰ জীৱনতো কল্পনাৰ প্ৰকাশ সত্যতকৈ আগতে হয়। যেতিয়া-লৈকে খেল-ধেমালিয়ে শিশুৰ দৈহিক প্ৰয়োজন পূৰ্ণ কৰে তেতিয়ালৈকে বাস্তৱিকতে খেল-ধেমালিকেই বেচি আনন্দদায়ক বুলি ভাবে। খেলৰ মাজেদি যি ৰজা হয়, তাৰ ক্ষুদ্ৰ ৰাজ্য সি ৰাজোচিত বা তাতোকৈও বেচি ক্ষমতাৰে পালন কৰে। কিন্তু সময় মতে সিহঁতে শোৱা, খোৱা আদি কৰিবই লাগিব। সেই কাৰণে যেতিয়া সহানুভূতি-শূন্য বয়সস্থ মানুহে আহি অকণো নভবা নিচিন্তাকৈ সিহঁতৰ কামৰ অন্তৰায় হয়, তেতিয়া সিহঁতৰ মনত mise-en-scine ভাব জাগি উঠে। যেতিয়া সিহঁতে এখন দেৱাল সাজে সেইখন যেন ভাঙিবলৈ কোনো দৈত্যৰো সাধ্য নাই। যদি কেনেবাকৈ অসাৱধানৰ কাৰণে সেই দেৱাল পাৰ হৈ যোৱা যায় তেতিয়া হলে সি খণ্ডত একোনাই হৈ উঠে। বয়সিয়ালসকলতকৈ সিহঁতৰ ক্ষমতা কম সঁচা, তাৰ মূলত কোনো কেৰোণ নাই। কিন্তু তেনে কল্পনাৰ ভিতৰেদিয়েই সিহঁতে সেই ক্ষমতাৰ অভাৱৰ ক্ষতি পূৰণ কৰে। খেল-ধেমালিয়ে যে সিহঁতৰ মূল্যৱান সময় নষ্ট কৰে বা আন কোনো ভাল কামেৰে সিহঁতৰ অমূল্য সময়বোৰ কটাব পৰা হলহেঁতেন, তেনেকৈ কলে ভুল হব। সিহঁতে যদি অনবৰতে কিছুমান গুৰুত্বপূৰ্ণ কামত লিপ্ত থাকে তেতিয়া হলে সিহঁতৰ স্নায়ুশক্তি দুৰ্ব্বল হৈ পৰিব। যিবোৰ বয়সিয়াল মানুহে আকাশ-কুসুম কল্পনা কৰি সময় নষ্ট কৰে তেওঁক সেই স্বপ্ন বাস্তৱত ৰূপান্তৰিত কৰিবলৈ কোৱা হয়। কিন্তু শিশুৱে সিহঁতৰ কল্পনাক

বাস্তৱত ৰূপান্তৰিত কৰিব নোৱাৰে। কিন্তু এই সুন্দৰ সপোন ৰচি আনন্দ আৰু অনুপ্ৰেৰণা লাভ কৰিবলৈ সিহঁতৰ পূৰ্ণ স্বাধীনতা থকা উচিত। কল্পনাক সিহঁতে বাস্তৱৰ স্থায়ী পৰিপূৰক বুলি নেভাবে; কিন্তু সময়ত যে সিহঁতে সিহঁতৰ কল্পনাক বাস্তৱত ৰূপান্তৰিত কৰিবলৈ সক্ষম হব, এই বুলি ভাবিহে আনন্দ পায়।

সত্য আৰু কল্পনাৰ পাৰ্থক্য কি তাক পাহৰি গলে নহব। আমাৰ জীৱন যে অকল বাস্তৱ ঘটনাৰদ্বাৰাই পৰিচালিত, তেনে নহয়; আশাই আমাৰ জীৱনক পৰিচালিত কৰে। যি সত্যপ্ৰৱণতাই বাস্তৱ ঘটনাৰ বাহিৰে আন একোকে বুজিব নোৱাৰে, তেনে মানৱ মন এটা কাৰাগাৰৰ তুল্য। কল্পনা বাস্তৱত পৰিণত কৰিবলৈ হলে যেতিয়া এলাহক পৰিপূৰক হিচাপে লোৱা হয় তেতিয়া ই বৰ নিন্দনীয় হৈ পৰে। কিন্তু যিবোৰ সপোন অনুপ্ৰেৰণাৰ উৎস, সেইবোৰ সপোন আদৰ্শ লাভৰ সহায়কৰূপে পৰম উপকাৰ সাধন কৰে। সেই কাৰণে শিশু-সুলভ কল্পনাক নষ্ট কৰা মানে শিশুক বাস্তৱৰ দাসৰূপে পৰিণত কৰা। তাৰ অৱস্থা হৈ পৰে এটা এবাল দিয়া জন্তুৰ দৰে, আৰু পৃথিৱীৰ বুকুত স্বৰ্গ সৃষ্টি কৰা তালৈ অসম্ভৱ হৈ পৰে।

শিক্ষাৰ উদ্দেশ্য হল স্বাভাৱিক প্ৰৱণতাক ভাল ভাৱে পৰিবৰ্দ্ধিত কৰা—দমন কৰা নহয়। মানুহৰ স্বাভাৱিকপ্ৰৱণতা অতি অস্পষ্ট (vague) আৰু নানা উপায়ে তাক পৰিতৃপ্ত কৰিব পাৰি। বেচি ভাগ প্ৰৱণতাক চৰিতাৰ্থ কৰিবৰ কাৰণে কোনো প্ৰকাৰ নিপুণতাৰ আৱশ্যক। ক্ৰিকেট বা ফুটবল আদিয়ে সেই প্ৰৱণতাক সন্তুষ্ট কৰে। কিন্তু লৰা-ছোৱালীয়ে যি খেল খেলিবলৈ শিকিছে সেই খেলহে সি খেলিব। সেই কাৰণে শিশুক এনে ধৰণৰ নিপুণতা শিক্ষা দিব লাগে—যাৰ ফলত সি তাৰ স্বাভাৱিকপ্ৰৱণতাক প্ৰয়োজনীয় কামত খটাব পাৰে। চাৰিত্ৰিক শিক্ষা সম্পৰ্কে এয়েই মূল কথা।

সেই কাৰণে আজি যি স্বাভাৱিক ক্ষমতাপ্ৰৱণতাই নিজকে এটা দৈত্য দানৱ বুলি ভাবি চৰিতাৰ্থ হৈছে, ভৱিষ্যতে উপযুক্ত শিক্ষাৰ ফলত সেইটোৱেই অতি সুন্দৰ ভাৱে চৰিতাৰ্থ হব। কোনো বৈজ্ঞানিক আৱিষ্কাৰ বা চাৰুকলাৰ সৃষ্টিৰদ্বাৰা অথবা নানা ধৰণৰ প্ৰয়োজনীয় কামৰদ্বাৰা আদৰ্শ-শিশু গঠন কৰিব পৰা যায়। যি বোৰে অকল মাৰপিট কৰিবলৈকে শিকিছে তেওঁলোকে অকল যুদ্ধৰদ্বাৰাই নিজ ক্ষমতা লাভৰ ইচ্ছা পৰিতৃপ্ত কৰিছে। কিন্তু আন ধৰণৰ নিপুণতা যেতিয়া আয়ত্তাধীন হয় তেতিয়া আৰু বহুত উপায়েৰে সি আনন্দ উপভোগ কৰিব পাৰে। কিন্তু যদি তাৰ লাভৰ ইচ্ছা গজালিতেই বিনাশ হয় তেতিয়া হলে সি নিস্তেজ আৰু অলস হৈ পৰিব; তাৰদ্বাৰা ভাল বা বেয়া কোনো ৰকমৰ কাম কৰাটো সম্ভৱপৰ নহব। এনেকুৱা অপদাৰ্থ ভাল মানুহৰ দ্বাৰা জগতৰ কোনো কামেই নহয়। আৰু আমিও আমাৰ লৰা-ছোৱালীক তেনে নিৰ্জীৱ ভাল মানুহৰূপে গঠন কৰিবলৈ নিবিচাৰোঁ। জীৱতত্ত্বৰ ফালৰপৰাও এই কথা স্বাভাৱিক যে—শিশুৰ যেতিয়া বেচি অনিষ্ট কৰিব পৰা ক্ষমতা নাই, সিহঁতে কল্পনাৰ বলতে পূৰ্ব্ব পুৰুষসকলৰ অসভ্য জীৱন যাপন কৰিবলৈ ধৰে। বয়োবৃদ্ধিৰ লগে লগে নিপুণতা লাভৰ সুযোগ যদি তেওঁলোকে পায় তেতিয়া হলে তেওঁলোক যে অসভ্য হৈ নেথাকে এই কথা একেবাৰে সত্য। সেই কাৰণে এই সম্পৰ্কে ভয়ো অনাৱশ্যক। উপযুক্ত অনুপ্ৰেৰণাৰদ্বাৰা যদি শিশুৰ কল্পনা সজীৱ কৰি ৰাখিব পৰা যায় তেতিয়া হলে সেই কল্পনা পিচৰ জীৱনলৈয়ো সজীৱ হৈ থাকিব। আৰু সেই পিচৰ পৰিবেশত কোনো উপযুক্ত কামৰ মাজেদিয়েই আত্মপ্ৰকাশ কৰিবলৈ সক্ষম হব।

একেবাৰে শিশু অৱস্থাতে লৰা-ছোৱালীৰ মনত নৈতিক ভাৱধাৰা জাপি দিয়াৰ কোনো অৰ্থ নাই। ইয়াৰ ফলত শিশুৰ জীৱন হৈ

পৰে নীৰস আৰু ঘিবোৰ ভাবধাৰা পিচৰ জীৱনলৈ সক্ৰিয় হৈ উঠাৰ সম্ভাৱনা থাকে সেই পথো চিৰকাললৈ ৰুদ্ধ হৈ যাব। সেই কাৰণে শিশুৰ মনস্তত্ত্ব সম্বন্ধে জ্ঞান লাভ অত্যন্ত প্ৰয়োজনীয়।

পিচৰ জীৱনৰ খেল-ধেমালি শৈশৱৰ খেল-ধেমালিৰ সৈতে একে নহয়। সেই সময়ত প্ৰতিযোগিতাৰ মনোভাব আছে। প্ৰথমতে শিশুৱে অকলে খেলিয়েই ভাল পায়। সি সেই সময়ত বাই ভনী বা ভাই ককাইৰ লগত খেলত যোগ দিবলৈ সক্ষম নহয়। কিন্তু যেতিয়া সম্মিলিত ভাৱে খেলাৰ বয়স হয় তেতিয়া তেনে খেলেই তাক বেচি আনন্দ দিয়ে। আৰু সি নিঃসঙ্গভাৱে খেলিবলৈ অকণো ভাল নেপায়। বহুত শিক্ষা প্ৰতিষ্ঠানত থকা নানা ধৰণৰ খেল-ধেমালিৰ অনেক গুণ থাকিলেও সেইবোৰ একেবাৰে নিৰ্দ্দোষ নহয়। প্ৰচলিত ধাৰণা এই যে এইবোৰে সহযোগিতামূলক শিক্ষা দিয়ে, কিন্তু প্ৰকৃততে এই সহযোগিতাই হৈ পৰে প্ৰতিযোগিতামূলক। সেই শিক্ষাৰ প্ৰয়োজন মাত্ৰ যুদ্ধ-ক্ষেত্ৰহে, শিল্প-জগত বা আদৰ্শ সামাজিক সম্পৰ্কত নহয়। অৰ্থনীতি আৰু আন্তৰ্জ্জাতিক ৰাজনীতি এই উভয় ক্ষেত্ৰতে প্ৰতি-যোগিতাৰ ঠাইত সহযোগিতাৰে সম্প্ৰসাৰণৰ বিজ্ঞান সৃষ্টি কৰিছে আৰু এই বিজ্ঞানেই আকৌ প্ৰতিযোগিতাৰ ভাবকে আৰু বিপদজনক কৰি তুলিছে। এই কাৰণেই অতীত কালতকৈয়ো বৰ্ত্তমানত সহযোগিতা-মূলক প্ৰচেষ্টাৰ প্ৰয়োজন অতি বেচি হৈ পৰিছে। এই নতুন প্ৰচেষ্টাৰ আদৰ্শ হব প্ৰকৃতিক জয় কৰা। বিজেতা আৰু বিজিত মানুহৰ প্ৰতিযোগিতাৰ মাজেদি এই আদৰ্শ ৰূপায়িত নহব। অৱশ্যে প্ৰতি-যোগিতাৰ ভাব মানুহৰ প্ৰকৃতিগত; সেই কাৰণে সেই ভাবে প্ৰকাশৰ পথ বিচাৰিবই, কিন্তু খেল-ধেমালি আৰু শাৰীৰিক প্ৰতিযোগিতাৰ উৎকৃষ্ট পন্থা আছেনে নাই সিও সন্দেহজনক। মূঠতে কবলৈ হলে খেল-ধেমালি বন্ধ কৰা যেনে অন্যায় সেইদৰে স্কুলৰ পাঠ্য-তালিকাত খেল-ধেমালিৰ সৰ্ব্বাধিক স্থান দিয়াটোও অসঙ্গত। খেল-ধেমালি

বিপজ্জনক চিন্তাৰ প্ৰতিষেধক বুলি ভাবি কৰ্ত্তৃপক্ষই লৰা-ছোৱালী বিলাকক খেলিবলৈ দিব নেলাগে। সিহঁতে খেলিবলৈ ভাল পায় কাৰণেই সিহঁতৰ খেলৰ প্ৰয়োজন।

খেল-ধেমালিৰ প্ৰসঙ্গতো সাহসৰ কথা আহি পৰেহি। সাহস আৰু পাশৱিকতাৰ পাৰ্থক্য সম্বন্ধে সুস্পষ্ট ধাৰণা থাকিব লাগে। নিজৰ ইচ্ছা আনৰ ওপৰত জোৰ কৰি জাপি দিয়াটো পাশৱিকতা মাত্ৰ। আকৌ নিজৰ বিপদ আপদৰ প্ৰতি উদাসীনতাই হল সাহস। লৰা-ছোৱালীবোৰক ধুমুহাৰ মাজত সাগৰত সৰু সৰু জাহাজ চলাবলৈ দিয়া, মটৰ গাড়ী বা সম্ভৱ হলে এৰোপ্লেন চলাবলৈ দিব পাৰিলে বৰ ভাল হয়; বিপদ অতিক্ৰম কৰি যন্ত্ৰ পাতি তৈয়াৰী কৰা, আন কি বৈজ্ঞানিক গৱেষণাও সিহঁতক কৰিবলৈ দিয়াটো কৰ্ত্তব্য। যথাসম্ভৱ খেল-ধেমালিৰ মাজেদিয়েই প্ৰকৃতিৰ লগতো প্ৰতিযোগিতাৰ মনোভাৱ গঢ়ি তুলিব লাগিব; তেতিয়া হলে ফুটবল খেলোতে যেনেকৈ আনৰ লগত প্ৰতিযোগিতা চৰিতাৰ্থ হয় তেনেকৈ সিহঁতৰ ক্ষমতা লাভৰ প্ৰবল ইচ্ছাই প্ৰকৃতি জয়ৰ প্ৰচেষ্টাতো পৰিতৃপ্তি লাভ কৰে। ক্ৰিকেট বা ফুটবল খেলত যি নিপুণতাৰ শিক্ষা দিয়া হয় তাতোকৈয়ো এই শিক্ষা অধিক নিপুণতাৰে দিয়া প্ৰয়োজনীয়। আৰু তাৰ ফলত চৰিত্ৰ যি ভাৱে গঠিত, সি সমাজ-নীতিৰ অধিকতৰ অনুকূল। ই শাৰীৰিক প্ৰতিযোগিতাতকৈ শ্ৰেষ্ঠ, কাৰণ শাৰীৰিক শক্তিৰ অনুশালনে বুদ্ধিমত্তাৰ মূল্য অনেক গুণে হ্ৰাস কৰি পেলায়। তাৰ ফলো অশুভ হয়। নিৰ্ব্বদ্ধিতা আৰু কৰ্ত্তৃপক্ষই বুদ্ধিমত্তাৰ বিকাশৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ নকৰা বাবেই গ্ৰেটবৃটেনে শিল্পজগতত নিজৰ উচ্চ স্থান হেৰুৱাইছে আৰু সাম্ৰাজ্যও হয়তো হেৰুৱাব পাৰে। তেওঁলোকৰ এই মনোভাৱ খেল-ধেমালিৰ উপকাৰিতা সম্বন্ধে অন্ধ-বিশ্বাসৰ লগত জড়িত। এনে মনোভাৱৰ মূল আৰু গভীৰ। কোনো যুৱকৰ দৈহিক সামৰ্থ্যৰ

ৰেৰ্কডেই যে তেওঁৰ যোগ্যতাৰ প্ৰমাণ এনে ধৰণৰ বিশ্বাস আধুনিক জটিল জগতখন আয়ত্ত কৰাত জ্ঞান আৰু চিন্তাশক্তিৰ প্ৰয়োজনৰ মূল্যাঙ্কণ কৰাত আমাৰ অসমৰ্থতা হে বুজায়।

স্কুল-সমূহৰ খেল-ধেমালিৰ আৰু এটা দিশ আছে, যিটোক ভাল বুলিয়েই ধৰি লোৱা হয়। কিন্তু প্ৰকৃত পক্ষে মই ভাবো যে ই অনিষ্টকৰ। কোৱা হয় যে খেল ধেমালিৰ মাজেদি দলীয় প্ৰীতি বাঢ়ে, কৰ্তৃপক্ষই এই দলীয় প্ৰীতি ( espirit decorps ) সমৰ্থন কৰে। ইয়াৰদ্বাৰা কৰ্তৃপক্ষই তথাকথিত-সজ কাম সম্পন্ন কৰিবৰ কাৰণে অসজ অভিসন্ধিৰ ব্যৱহাৰ কৰিবলৈ সক্ষম হয়। কিন্তু বিপদ এই যে প্ৰতিযোগিতামূলক কামবিলাকৰ মূলত সাধাৰণতে কোনো উদ্দেশ্য আৰোপ কৰা নহয়। আমাৰ সকলো কৰ্ম্মপ্ৰচেষ্টাক প্ৰতিযোগিতাৰ মনোভাৱে গভীৰ ভাৱে শিপাই ধৰিছে, উদ্দেশ্য ভাল হোৱাটোৱেই অকল বৰ ডাঙৰ কথা নহয়, প্ৰতিযোগিতাৰ মনোভাব গঢ়ি তুলিব পাৰিব লাগিব। কোনোবাই যদি কোনো গাঁৱত শিশু-মঙ্গল প্ৰতিষ্ঠান গঢ়ি তুলিব খোজে তেতিয়া হলে সেই ঠাইৰ মানুহক বুজাবই লাগিব যে ওচৰৰ গাঁওখনত শিশুৰ মৃত্যুহাৰ বৰ কম, যদি কোনোবাই কোনো এটি শিল্পানুষ্ঠানৰ উৎকৃষ্ট উৎপাদন পদ্ধতিৰে উন্নতি সাধন কৰাব খোজে তেতিয়া হলে প্ৰতিযোগিতাৰ বিপদজনক ফলটো ভালকৈ বুজাই দিব লাগিব। গঠনমূলক মনোভাব বঢ়াই তুলিবলৈ কোনো প্ৰচেষ্টাই আমি কৰিব নোখোজো। আনৰ একো অপকাৰ নকৰাকৈ যাতে অধিক যোগ্যতা সহকাৰে কোনো কামত আগবাঢ়ি যাব পাৰি, তেনে আগ্ৰহো মানুহৰ মনত জগাই তুলিবলৈ চেষ্টা কৰিব লাগিব। বৰ্ত্তমান অৰ্থনীতিয়ে স্কুলৰ খেল-ধেমালিতকৈ এইবোৰত বেচি চকু দিব লাগিব। স্কুলৰ খেল-ধেমালিত প্ৰতিযোগিতাৰ স্পৃহা জগাই তোলে, কিন্তু সহযোগিতাৰ স্পৃহা জগাই তুলিবলৈ হলে স্কুলৰ খেল-ধেমালিৰ পদ্ধতি পৰি-

ৱৰ্ত্তন কৰিবই লাগিব, আমি এই বিষয়ে আলোচনা কৰিবলৈ হলে আৰু বহুত দূৰ যাব লাগিব। সেই কাৰণে বৰ্ত্তমান এইটো আমাৰ আলোচ্য বিষয় নহয়, যেহেতু আমি এখন ৰাজ্য গঠনৰ কথা এতিয়া ভবা নাই। আমি একোজন ব্যক্তি বিশেষক কেনেকৈ দেশৰ একোজন উপযুক্ত নাগৰিক কৰি গঢ়ি তুলিব পাৰো, সেই কথা হে ভাবিছো; অৱশ্যে ব্যক্তি আৰু সমষ্টিৰ উন্নতি যদিও একেলগে সাধন কৰা উচিত, তথাপি ব্যক্তিৰ উন্নতি সাধনেই এই পুথিৰ মূল উদ্দেশ্য।

—: ০ :—

## ষষ্ঠ অধ্যায়

## গঠন মূলক মনোভাব

সাধাৰণতে আমি দেখিবলৈ পাওঁ যে শিশুৰ স্বাভাৱিক প্ৰৱণতা-জনিত ইচ্ছা অতি অস্পষ্ট, শিক্ষা আৰু সুযোগে সিহঁতক নানা পথেদি পৰিচালিত কৰিব পাৰে। পুৰণি কালৰ বিশ্বাস যে শিশুৱে কিছুমান পাপ বাসনা লৈ জন্মগ্ৰহণ কৰে। অথবা ৰুছৰ (Rousseau) মতে কিছুমান পুণ্য বাসনা লৈ শিশুৱে জন্মগ্ৰহণ কৰে। কিন্তু দুয়োটাৰে কোনো এটাও প্ৰমাণযোগ্য নহয়। প্ৰকৃতপক্ষে সহজাত বৃত্তি কোনো দোষ বা গুণেৰে সমৃদ্ধিশালী নহয়। পৰিবেশৰ প্ৰভাৱতেই ভাল বা বেয়া আকাৰ ধাৰণ কৰে। কিন্তু আশাৰ কথা এই যে কেইটিমান মুষ্টিমেয় ব্যাধিগ্ৰস্ত শিশুৰ বাহিৰে অধিকাংশ শিশুৰেই স্বাভাৱিকপ্ৰৱণতা উন্নত ধৰণে গঢ়ি তোলা সম্ভৱ আৰু শাৰীৰিক আৰু মানসিক স্বাস্থ্য বিজ্ঞান মতে যদি সিহঁতক তুলি-তালি ডাঙৰ কৰা হয় তেতিয়া হলে ব্যাধিৰ সংখ্যাও কমিব আৰু উপযুক্ত শিক্ষাই স্বাভাৱিকপ্ৰৱণতাসম্মত জীৱন যাপন কৰিবলৈ সক্ষম কৰাব। অৱশ্যে সেই প্ৰৱণতা সুশিক্ষাৰদ্বাৰা পৰিচালিত হৈ সুমাৰ্জ্জিত হৈ পাৰিব। প্ৰকৃতিগত যি সাধাৰণ আৰু অপৈণত ইচ্ছা আমাৰ মনত গঢ়ি উঠে তাতকৈ এনে সুপৰিচালিত প্ৰৱণতা অনেক উৎকৃষ্ট। যি কোনো তৃপ্তিদায়ক কামৰ মাজেদি নিপুণতাৰ আহি দি স্বাভাৱিক প্ৰৱণতাৰ উৎকৰ্ষ সাধন কৰিব পৰা যায়। উপযুক্ত নিপুণতা লাভ কৰিব পাৰিলে মানুহ ধাৰ্ম্মিক আৰু সদ্‌গুণ সম্পন্ন হয় আৰু যিবোৰে অনিষ্টকৰ কোনো কামত নিপুণতা লাভ কৰে সেইবোৰ কেতিয়াও ভাল হব নোৱাৰে।

ক্ষমতাৰ ইচ্ছা সম্পৰ্কে এটা সাধাৰণ নীতি বিশেষ ভাৱে মন কৰিব লগীয়া। আমি সকলোৱেই কিবা নহয় কিবা এটা কৰিবলৈ

বিচাৰো ; কিন্তু ক্ষমতা লাভৰ আশাত আমি কি কৰিছো সেই কথা আমি ভাবি নেচাওঁ। মুঠতে শিশুৱে যিমানেই টান কাম কৰিব পাৰে সিমানেই সি বেচিকৈ আনন্দ অনুভৱ কৰিব পাৰে। তাৰ পিচত সি লৰ মৰা, জপিওৱা, গছত উঠা আদি কামবোৰত সি বৰ আনন্দ পায়। আমি যিবোৰ কাম সহজতে কৰিব পাৰো তেনেবোৰ কামত আমি ক্ষমতা লাভৰ আনন্দটো নেপাওঁ, কিন্তু যি কামত আমি নতুনকৈ নিপুণতা লাভ কৰিব পাৰো বা যি কামত নিপুণতা লাভ কৰা প্ৰায় অসম্ভৱ, তেনে কামত নিপুণতা লাভ কৰিব পাৰিলে সেই সফলতাই আমাক এক নতুন আনন্দৰ শিহৰণ দিয়ে।

সৃষ্টি আৰু ধ্বংস দুয়োটাই ক্ষমতাৰ ইচ্ছাক পৰিতৃপ্ত কৰে, কিন্তু সৃষ্টিৰ কাৰণে মানুহে অলপ নহয় অলপ কষ্ট কৰিবই লাগে। সেই কাৰণে সৃষ্টিৰ মাজেদি মানুহে পায় অপাৰ আনন্দ। ধ্বংসৰ মাজতো কেতিয়াবা সৃষ্টি দেখিবলৈ পোৱা যায়। কাৰণ যাক আমি ধ্বংসকাৰী বোলো সিহঁতে কেতিয়াবা কোনো বস্তু ভাঙি ছিঙি আকৌ নতুনকৈ সজা দেখা যায়। আকৌ আগৰ দৰে নতুন কৰি লৈছে সিহঁতে সেই বস্তু-টোৰ ধ্বংসৰ, সৃষ্টি কৰে। যিবোৰ ক্ষেত্ৰত আমি বুজিব নোৱাৰো যে কেনে ধৰণৰ ধ্বংস তেতিয়াহলে তাৰ পিচৰ চেষ্টা সৃষ্টিমূলক হবনে নহয় সেইটো বুজা টান। নহলে কাম কৰাৰ ধৰণৰ পৰাই আমি সহজে বুজিব পাৰো যে কামটো সৃষ্টিমূলক হয়হে নহয়।

ধ্বংস অতি সহজ কাৰণে সাধাৰণতে শিশুৰ খেলা ধ্বংসৰপৰাই আৰম্ভ হৈ পিচত সৃষ্টিত ৰূপান্তৰিত হয়। লৰা-ছোৱালীয়ে ধূলিৰে ডাঙৰবোৰৰ দৰেই ঘৰ সাজিবলৈ চেষ্টা কৰে, আৰু যেতিয়ালৈকে ভালকৈ সজা নহয় তেতিয়ালৈকে বাৰে বাৰে ভাঙি আকৌ সাজিবলৈ চেষ্টা কৰে ; কিন্তু যেতিয়া সিহঁতে খুব ভালকৈ সাজিব পৰা হয় তেতিয়া সিহঁতে অপাৰ আনন্দ অনুভৱ কৰে আৰু কেতিয়াও সেই

বালি-ঘৰ কাকো ভাঙিবলৈ নিদিয়ে। কিন্তু যেতিয়া সিহঁতে ইটা হাতৰ ওচৰত পায় তেতিয়া সিহঁতৰ মনত দুৰ্গ নিৰ্ম্মাণৰ আকাঙ্ক্ষা জাগি উঠে। নতুন সৃষ্টিৰ কাৰণে সিহঁতে গৌৰৱ অনুভৱ কৰে আৰু সিহঁতৰ ইমান আদৰৰ ভাস্কৰ্য্য শিল্পৰ নিদৰ্শন স্বৰূপ ওখ দুৰ্গটো এটা ধ্বংস স্তূপত পৰিণত হোৱাটো সিহঁতে কেতিয়াও সহিব নোৱাৰে। যি স্বাভাৱিক প্ৰৱণতাৰদ্বাৰা শিশুৱে খেল ধেমালিৰ মাজেদি আনন্দ অনুভৱ কৰিব পাৰে ঠিক সেই দৰেই উপযুক্ত খেল-ধেমালিবোৰৰ মাজেদিও এক নতুন নিপুণতাৰ ভাব সিহঁতৰ মনত জাগি উঠি সিহঁতক এক বেলেগ ধৰণৰ কৰ্ম্ম-প্ৰেৰণা দি মনত আনন্দৰ সৃষ্টি কৰে।

নানা ধৰণৰ সদগুণ সৃষ্টিৰ আনন্দৰপৰাই আৰম্ভ হয়। যেতিয়া লৰা-ছোৱালীয়ে সিহঁতৰ সৃষ্টিৰ কোনেও ধ্বংস নকৰাটো বিচাৰে ঠিক সেই সময়তেই সিহঁতকো বুজাই দিয়া ভাল যে সিহঁতেও যাতে কাৰো সৃষ্টিত ধ্বংসৰ সৃষ্টি নকৰে। আমি শিশুক সদায় ধৈৰ্য্য, নেৰানেপেৰা চেষ্টা আৰু খুব মনোযোগেৰে লক্ষ্য কৰিবলৈ শিকাব লাগে। এই গুণবোৰৰ অহিবনে সি ভবাৰ দৰে ওখকৈ দূৰ্গ সাজিবলৈ সক্ষম হব নোৱাৰিব। শিশুৱে খেলাৰ সময়ত মাত্ৰ সিহঁতৰ উচ্চ আকাঙ্ক্ষাক উদ্দীপিত কৰি তুলিব লাগে আৰু কামবোৰৰ নিয়ম প্ৰণালী খুব ভালকৈ শিকাই দিব লাগে। তাৰ পিচত সিহঁতক নিজে নিজে কৰি থাকিবলৈ এৰি দিব লাগে।

ফুলনি আদি কৰিবলৈ দি শিশুৰ গঠনমূলক প্ৰবৃত্তি সুন্দৰ ভাৱে জগাই তুলিব পাৰি। ফুলনিত সোমায়েই লৰা-ছোৱালীয়ে প্ৰথমেই সুন্দৰ সুন্দৰ ফুলবোৰ ছিঙিব খোজে, ফুল নিছিঙিবলৈ বাধা কৰাটো অতি সহজ কিন্তু বাধা দিলেই আচল শিক্ষা দিয়া নহয়। ফুলনি সম্বন্ধে বয়সিয়াল লোকৰ যেনে মনোভাব, ঠিক সেই মনোভাব লৰা-ছোৱালীৰ মনতো জগাই তুলিবলৈ চেষ্টা কৰা উচিত। ফুলনি কৰোতে কিমান কষ্ট আৰু পৰিশ্ৰম কৰিব লগা হৈছে, সেই কথাটো

কৰোঁতা জনে ভালকৈ জানে কাৰণেই ফুলনিখনলৈ তেওঁৰ ইমান মৰম। লৰা-ছোৱালীয়ে যেতিয়া তিনি বছৰত ভৰি দিয়ে, সেই সময়ত ফুলনিৰ কোনো এটা চুক এৰি দি তাত তাক মাটি চহাই গুটি পচাবলৈ উৎসাহ দিব লাগে। যেতিয়া তাৰ ফুলনিত ফুল ফুলিব তেতিয়া সি সেই ফুলবোৰক একোটি মূল্যৱান সম্পদ বুলি ভাবিব, যেহেতু সি নিজ হাতেৰে সেইখন ফুলনি কৰিছে। তেতিয়াই সি বুজিব পাৰিব যে মাক দেউতাকৰ বা আনৰ ফুলনিৰ যত্ন কেনেকৈ লব লাগে।

গঠনমূলক কামলৈ আগ্ৰহ সৃষ্টি কৰি নভবা নিচিন্তাকৈ কৰা নিষ্ঠুৰতা বন্ধ কৰিব লাগে। খোজকঢ়া, দৌৰা আদি কামবোৰত অভ্যস্ত হলেই প্ৰায় বেচি ভাগ শিশুৱেই কীট, পতঙ্গ আদি মাৰিবলৈ চেষ্টা কৰে। এনে হত্যাৰ ইচ্ছা ক্ৰমান্বয়ে পশু আৰু নৰ-হত্যাৰ ইচ্ছাত পৰিণত হয়। সাধাৰণতে উচ্চ মধ্যবিত্ত ইংৰাজ পৰিয়ালে চৰাই মাৰিব পৰাটো বৰ গৌৰৱৰ কথা বুলি ভাবে আৰু যুদ্ধ ক্ষেত্ৰত মানুহ মাৰিব পৰাটো অতি মহৎ কাম বুলি ভাবে। স্বাভাৱিক প্ৰৱণতা সু-পৰিচালিত নোহোৱাৰ ফলতে এনে হয়। যি বিলাক মানুহে কোনো উন্নত ধৰণৰ নিপুণতা অৰ্জ্জন কৰিব পৰা নাই তেওঁ-লোকে যে তেওঁলোকৰ ক্ষমতা লাভৰ ইচ্ছা পূৰণ কৰিবলৈ কোনো নিৰ্দ্দিষ্ট পথ বিচাৰি নেপায় ই স্বাভাৱিক। তেওঁলোকে সুন্দৰ সুন্দৰ চৰাই চিকাৰ বা ৰায়তৰ ওপৰত অত্যাচাৰ কৰিব পাৰে। প্ৰয়োজন হলে একোটা গড় বা সময়ত একো জন জাৰ্ম্মানকো গুলিয়াই মাৰিবলৈ পিচ নোহোঁহকে। তেওঁলোকৰ পিতা মাতা আৰু শিক্ষকবিলাকে উপযুক্ত ভদ্ৰলোক গঢ়ি তুলিবলৈ এইবোৰেই ভাল উপায় বুলি ভাবিছিল। সেই কাৰণে যিবিলাক নিপুণতাৰ বেচি প্ৰয়োজন তেনেবোৰ কামত সিহঁতে নিপুণতা লাভ কৰিব পৰা নাই। জন্মৰ সময়ত যে সিহঁতে আন লৰা-ছোৱালীতকৈ বেচি নিৰ্ব্বোধ আছিল তেনে নহয়, কু-শিক্ষাৰ ফলতহে পিচলৈ সিহঁত তেনে নিৰ্ব্বোধ হব

লগা হয়। যদি ময়মেৰে লৈতে জীৱনৰ ক্ৰমবিকাশ পৰ্য্যবেক্ষণ কৰি জীৱনৰ মূল্য সম্বন্ধে সিহঁতৰ অনুভূতিক জগাই তুলিব পাৰি, যদি সিহঁতৰ গঠনমূলক কৰ্ম্মপ্ৰেৰণা গঢ়ি তুলিব পাৰি, বহুত চেষ্টাৰ ফলত সৃষ্টি কৰা বস্তুটো যে কিমান সহজে ধ্বংস কৰিব পাৰি, এনেবোৰ উপলব্ধি যদি সিহঁতৰ মনত সুমুৱাই দিব পৰা যায় আৰু এই সকলো বোৰ শিক্ষা যদি শৈশৱৰ নীতি-শিক্ষাৰ প্ৰধান অংশ হলহেঁতেন তেতিয়া হলে আনে যিবোৰ বস্তু অতি মৰম চেনেহেৰে আদৰ কৰি থৈছে, তেনেবোৰ বস্তু অতি সহজতে ধ্বংস কৰিব নোৱাৰে। পিচৰ জীৱনলৈ পিতৃত্ব বা মাতৃত্বই এই সম্পৰ্কে মহান শিক্ষাদাতা হৈ পৰে। এই কাৰণে পিতৃত্ব বা মাতৃত্বৰ পূৰ্ণবিকাশৰ প্ৰয়োজন। কিন্তু ধনী মানুহৰ ভাগ্যত এনে খুব কমেইহে সম্ভৱ। কাৰণ তেওঁলোকে শিশুৰ শিক্ষাভাৰ এৰি দিয়ে কিছুমান দৰমহা দিয়া মানুহৰ ওপৰত।

এই প্ৰসঙ্গত এটা কথা উল্লেখ কৰা হক। এদিন এই পুথিৰ গ্ৰন্থকাৰৰ অশিক্ষিতা পৰিচাৰিকাজনীয়ে পুথিৰ হাতে-লিখা (পাণ্ডুলিপিৰ) কাগজখিনিৰে জুই ধৰাৰ লোভ সামৰিব নোৱাৰিলে। কিন্তু আন কোনো লিখকে, লাগিলে ইজন লিখক সিজন লিখকৰ শত্ৰুৱেই হওক, তথাপি এনে কাম কেতিয়াও কৰিব নোৱাৰে। কাৰণ তেওঁলোকে পাণ্ডুলিপিৰ মূল্য কিমান, সেই কথা নিজ অভিজ্ঞতাৰ পৰা বেচিকৈ বুজিব পাৰে। ঠিক তেনেকৈ যি লৰাছোৱালীৰ অকণমান ফুলনি বা শাকনি বাৰী আছে সিহঁতে কেতিয়াও আনৰ ফুলনিত থকা ফুল বা গছ-গছনিবোৰ ভাঙি ছিঙি নষ্ট কৰি পেলাব নোৱাৰে। যি লৰা-ছোৱালীৰ কোনো পোহনীয়া প্ৰাণী আছে সি প্ৰাণীৰ জীৱনৰ মূল্য খুব ভালকৈ বুজিব পাৰে। যি নিজ সন্তান তুলি-তালি ডাঙৰ দীঘল কৰোত দুখ কষ্ট উপলব্ধি কৰিছে তেৱেঁই মানুহৰ জীৱনৰ প্ৰতি শ্ৰদ্ধান্বিত হোৱাটো স্বাভাৱিক। এই দুখ কষ্টই পিতৃ-মাতৃৰ স্নেহ প্ৰৱল ভাবে জগাই তোলে। আৰু যি বোৰে

এনে দুখ কষ্ট সহিব লগা হোৱা নাই, তেওঁলোকৰ স্নেহ যেন অলপ কমি যায়; মাত্ৰ দায়িত্ববোধৰ দ্বাৰাইহে যেন পৰিচালিত হব লগা হয়। কিন্তু যদি মাতা পিতাৰ চৰিত্ৰত এই গঠন মূলক প্ৰবৃত্তিৰ পূৰ্ণ বিকাশ হয়, তেতিয়া হলে তেওঁলোকে নিজ সন্তানৰ কাৰণে বেচি দুখ কষ্ট সহ্য কৰিবলৈ সক্ষম হয়। সেই কাৰণেও শিক্ষাৰ এই ফালটোৰ প্ৰতি মানুহ বেচি সতৰ্ক হব লাগে।

গঠনমূলক বুলিলে অকল পাৰ্থিৱ বস্তু নিৰ্ম্মাণেই বুলি ধৰি নলৈ অভিনয়, সমবেত সঙ্গীত আদি সমবায়মূলক সৃষ্টি বিশেষকো ধৰি লব লাগে। অনেক শিশু আৰু যুৱকেও এনেবোৰ কামত বৰ আনন্দ পায়। এনেবোৰ কথাত সিহঁতক উৎসাহিত কৰাটো আমাৰ কৰ্ত্তব্য। আন নেলাগে বুদ্ধিসংক্ৰান্ত অনেক কথাত গঠনমূলক বা ধ্বংসমূলক প্ৰবৃত্তি জাগি উঠা সম্ভৱ। প্ৰাচীন সাহিত্য অধ্যয়নৰ বেচি অংশই বিশ্লেষণধৰ্ম্মী। ইয়াৰপৰা ভুল কমকৈ কৰাৰ ক্ষমতা জন্মে। আৰু যিবোৰ ভুল কৰে সেইবোৰৰ প্ৰতিও বিতৃষ্ণা জন্মে আৰু ফলত মনলৈ এবিধ প্ৰাণহীন বিশুদ্ধতাৰ ভাব আহে আৰু ক্ষমতাৰ প্ৰতি শ্ৰদ্ধাই মৌলিকতা নষ্ট কৰি পেলায়। যেনে—বিশুদ্ধ লেটিন ভাষা সদায়েই ভাৰ্জ্জিল (Vargil) আৰু চিচেৰৰ (Cicero) ৰচনাত নিবদ্ধ হৈ আছে কিন্তু বিশুদ্ধ বিজ্ঞান সদায়েই সলনি হৈ থাকে আৰু বুদ্ধিমান বা ক্ষমতাসম্পন্ন যুৱকে ইয়াৰ সহায়ত উন্নতিৰ পথত আগুৱাই যাবলৈ সক্ষম হব পাৰে। সেই কাৰণে অপ্ৰচলিত ভাষা শিকাতকৈ বৈজ্ঞানিক শিক্ষা বেচি গঠনমূলক। যি শিক্ষাৰ ভুল শুধৰোৱাটোৱেই অকল উদ্দেশ্য, তেনে শিক্ষাই মাত্ৰ নিৰ্জীৱ বুদ্ধিমান মানুহ সৃষ্টি কৰিবলৈ বিচাৰে। প্ৰত্যেক যুৱক যুৱতীৰ অন্তৰত নিজ জ্ঞানৰ বলেৰে কোনো দুঃসাহসিক কাম কৰিব পৰা যোগ্যতাৰ সম্ভাৱনা থকাটো প্ৰয়োজনীয়। যি শিক্ষাৰদ্বাৰা ভাল ব্যৱহাৰেৰে ভাল ভাল কামবোৰ সম্পন্ন কৰিব পাৰি তাকে উচ্চ শিক্ষাৰ আদৰ্শ বুলি কব পাৰি।

কিন্তু সেইবোৰৰ উদ্দেশ্য অকল ভুল শুধৰণিয়েই হব নেলাগে। এনেবোৰ শিক্ষাৰ মাধ্যমত গঠনমূলক ধৰ্ম্মক পাহৰি যোৱা যায় আৰু এনেবিধ শিক্ষাৰদ্বাৰা নিস্তেজ, কৃপণ আৰু উদাৰতাহীন মানুহ হে সৃষ্টি কৰা হয়। কিন্তু শিক্ষাৰ গঠনমূলক উদ্দেশ্যৰদ্বাৰা এনে ধৰণৰ সকলোবোৰ চিন্তাৰপৰা ৰক্ষা পাব পাৰি।

কেইবছৰ মানৰ পিচৰ শিক্ষাত সামাজিক গঠনমূলক মনোভাব জগাই তুলিবলৈ চেষ্টা কৰিব লাগে। যি বোৰ লৰা-ছোৱালীৰ বুদ্ধি তীক্ষ্ণ তেনেবোৰক সমসাময়িক শক্তিত নিয়োগ কৰাৰ উৎকৃষ্টতাৰ পন্থা বা নতুন নতুন পন্থা উদ্ভাৱন কৰিবৰ কাৰণে সিহঁতে যাতে নিজ কল্পনা নিয়োগ কৰিব পাৰে তাৰ কাৰণে সিহঁতক উৎসাহিত কৰি তুলিব লাগে। মানুহে প্লেটোৰ Republic পঢ়ে কিন্তু তাক আৰু বৰ্ত্তমানৰ ৰাজনীতিৰ লগত কোনেও থাপ খুৱাবলৈ নেযায়। প্লেটোৰ Republic ৰ লগত ১৯২০ চনৰ ৰাচিয়াৰ অৱস্থাৰ এটা তুলনা হয়। কিন্তু প্লেটোৰ অনুগামীবোৰে নে বল্‌শ্বেভিক্ বোৰে বেচি দুৰ্য্যোগৰ সম্মুখীন হব লগা হৈছিল এই প্ৰশ্নৰ উত্তৰ দিয়াটো বৰ টান। মানুহে কোনো বিশেষ অৰ্থ নুবুজাকৈয়ে পুৰণি সাহিত্য পঢ়িব খোজে, জানিবলৈ বিচাৰে মাত্ৰ ব্ৰাউন (Brown), জোন্স, (Jones) ৰবিনচন্ (Robinson) আদিৰ জীৱনত কি হৈছিল। এইবোৰৰ মাজেদি কোনোবা এখন কল্পনা-ৰাজ্যত ঘূৰি ফুৰিবলৈ ভাল ; কিয়নো এইবোৰে আৰু আমাক কৈ নিদিয়ে যে আমি বৰ্ত্তমানৰ সামাজিক অৱস্থাত কেনেকৈ চলিব লাগে। এনেবোৰ ক্ষেত্ৰত আমি আমাৰ পিচৰ অৱস্থাটোতকেনেকৈ চলিব লাগিব,তাকে ঠিক কৰাটোহে আচল কথা। ঊনবিংশ শতিকাৰ বৃটিছ লিবাৰেল্‌বোৰৰ এই ক্ষমতা আছিল, যদিও তেওঁলোকে এনে মনোবৃত্তিৰে একেবাৰে শেষ অৱস্থাত উপনীত হব পৰা নাই। মানুহৰ মনোভাবৰ ওপৰত চিন্তা শক্তি প্ৰতিবিম্বিত হয়, কেতিয়াবা কব নোৱাৰাকৈয়ে এনে হোৱা দেখা যায়। কোনো

সামাজিক পদ্ধতি বহুত ধৰণেৰে অনুমান কৰা হব পাৰে। সাধাৰণতে কোনো ঠাঁচ, যন্ত্ৰপাতি বা গছৰ লগত তুলনা কৰিব পাৰি। প্ৰথমবিধ হল মানুহৰ প্ৰকৃতিক কোনো এবিধ নিৰ্দ্দিষ্ট গঢ় দিব পাৰিব লাগিব। স্পাৰ্টা ( Sparta ) আৰু পুৰণি চীন সাম্ৰাজ্যৰ সমাজ-পদ্ধতিত এনে উদাহৰণ দেখিবলৈ পোৱা যায়, যেন তেওঁলোকে মানুহৰ প্ৰকৃতিক কিবা এটা ঠাচঁত পেলাই পূৰ্ণ কল্পিত গঢ় দিবলৈ বিচাৰিছিল। এনেবোৰ ব্যৱস্থা যেন বৰ কঠোৰ আৰু পীড়নমূলক। যি বিলাক মানুহৰ দৃষ্টিভঙ্গী এনেবোৰ মনোভাবেৰে পৰিচালিত, তেনেবোৰ ৰাজনৈতিক ভাবধাৰা কিছু পৰিমাণে কঠোৰ, অনমনীয় আৰু উৎপীড়নমূলক হৈ পৰে। যি সমাজক এটা যন্ত্ৰৰ দৰে ভাবে তেওঁক আধুনিক শিল্পপতি আৰু কমিউনিষ্ট বিলাকক এই শাৰীত ধৰিব পাৰি। তেওঁলোকৰ উদ্দেশ্য মানুহৰ প্ৰকৃতিৰ জীৱনৰ উদ্দেশ্য সহজ, সৰল—সাধাৰণতে উৎপাদন বৃদ্ধি কৰা। এই উদ্দেশ্যবোৰ সফল কৰাই হল সামাজিক সংস্থাৰ উদ্দেশ্য। অসুবিধাটো হল এয়েই যে আচল মনুষ্যত্বথকা মানুহে এনেবোৰ সমাজব্যৱস্থা ভাল নেপায়। তেওঁলোকে অশেষ চেষ্টাৰে বিশৃঙ্খলতাক আঁতৰাবলৈ চেষ্টা কৰে কিন্তু এনেবোৰ চেষ্টা সংগঠক ( Organizer ) সকলৰ ভাল নেলাগে। তেওঁলোকে নিজে যেনেকৈ ইচ্ছা কৰে ঠিক সেই দৰেই সমাজক এটা সঁাচত গঢ়িবলৈ চেষ্টা কৰে আৰু ফলত ৰাষ্ট্ৰবিপ্লৱ ঘটে।

যি সামাজিক সম্থাক গছৰ লগত তুলনা কৰে তেওঁৰ ৰাজনৈতিক দৃষ্টিভঙ্গী বেলেগ। এটা বেয়া যন্ত্ৰক নিকা কৰিব পাৰি বা তাৰ ঠাইত আন এটা ভাল যন্ত্ৰ আনি থবহি পাৰি। কিন্তু যদি এজোপা গছ কাটি পেলোৱা হয় তেতিয়া আন এজোপা নতুন গছ সিমান ডাঙৰ হবলৈ বহুত সময় লাগিব। যন্ত্ৰ বা সঁাচ কৰোঁতাজনৰ ইচ্ছানুযায়ী তৈয়াৰ কৰা হয়। কিন্তু গছৰ এটা নিজস্ব প্ৰকৃতি আছে। আন গছতকৈ সেই জোপাক অলপ ভাল বা বেয়া কৰিব পৰা যাব মাত্ৰ।

গঠনমূলক মনোভাব জীৱন্ত বস্তুত প্ৰয়োগ কৰা আৰু যন্ত্ৰপাতিত প্ৰয়োগ কৰা একেবাৰে বেলেগ কথা। কাৰণ তাৰ কৰ্ম্ম পদ্ধতি একেবাৰে বেলেগ আৰু ইয়াত লাগে সহানুভূতি। সেই কাৰণে লৰা-ছোৱালীৰ গঠনমূলক মনোভাব গঢ়ি তুলিবলৈ হলে ইটা আৰু যন্ত্ৰপাতিৰ সাহায্যতে নহব গছ-গছনি আৰু জীৱজন্তু সম্পৰ্কেও যাতে সিহঁতৰ গঠনমূলক মনোবৃত্তি বিকশিত হয় তাৰ সুযোগ সুবিধা দিব লাগিব। নিউটনৰ দিনৰেপৰা পদাৰ্থ-বিজ্ঞানত মানুহৰ চিন্তাই প্ৰাধান্য লাভ কৰিছে আৰু ফলত শিল্প-বিপ্লৱবোৰে দেখা দিছে। আৰু ইয়েই সমাজলৈ আনিছে এক কাৰি কৰি ( Mechanical ) মতবাদ। জীৱ-বিদ্যাই এটা নতুন মতবাদৰ আমদানি কৰিছে ই সঁচা, কিন্তু প্ৰাকৃতিক গঠনক যেন ই অলপ ঢাকি পেলাইছে। কিন্তু স্বাস্থ্যোন্নতি জন্ম-নিয়ন্ত্ৰণ আৰু শিক্ষাই যাতে অধিক কাৰ্য্যৰপৰা অব্যাহতি দিয়ে এয়েই আমাৰ উদ্দেশ্য হোৱা উচিত। সমাজৰ অৱস্থাক এজোপা গছৰ দৰে ভৱাতকৈ সঁাচ বা যন্ত্ৰৰ লগত তুলনা কৰা বেচি ভাল। কিন্তু সিও একেবাৰে দোষমুক্ত নহয়। সেই দোষবোৰ দূৰ কৰিবলৈ হলে মনস্তত্বৰ সহায় লব লাগিব। মনস্তাত্বিক গঠনমূলক মনোভাব সম্পূৰ্ণ নতুন আৰু বিশেষ ধৰণৰ আৰু সেই সম্বন্ধে আমাৰ ধাৰণা নিচেই কম। কিন্তু মনস্তত্ব প্ৰকৃত শিক্ষানীতি, ৰাজনীতি আৰু মানুহৰ সকলো কাৰ্য্য কলাপৰ কাৰণে অপৰিহাৰ্য্য। প্ৰকৃত নাগৰিক এনে ভাব ধাৰাৰে প্ৰভাৱান্বিত হৈ তেওঁলোকৰ চিন্তাধাৰা উন্নত কৰি যাতে বিপথগামী হব নোৱাৰে, তাৰ চেষ্টা কৰা উচিত। মনস্তাত্বিক গঠনমূলক ভাবধাৰা, যান্ত্ৰিক গঠন মূলক ভাৱধাৰাতকৈ একেবাৰে বেলেগ। উচ্চ শিক্ষাত এই কাল্পনিক ভাবধাৰাক বেচিকৈ পৰিচালিত কৰা কৰ্ত্তব্য। এনে কৰিব পৰা হলে আমাৰ ৰাজনীতিয়ে হৃদয়হীন ধ্বংস প্ৰৱণ আৰু তোষামোদকাৰীৰ ঠাইত প্ৰকৃত বৈজ্ঞানিক হৈ মানুহক আদৰ্শ নৰনাৰীৰূপে গঢ় দি তেওঁলোকৰ উদ্দেশ্য সফল কৰি তুলিব।

# সপ্তম-অধ্যায়

## স্বাৰ্থপৰতা আৰু সম্পত্তি

মই এতিয়া এনে এটা সমস্যাৰ বিষয়ে আলোচনা কৰিব খুজিছোঁ যাৰে সৈতে ভয়ৰ সাদৃশ্য আছে। ইয়াৰ বাবে শক্তিশালী আংশিক ভাৱে সহজাত আৰু বহুলভাৱে অবাঞ্ছনীয় প্ৰেৰণা অন্তৰ্ভুক্ত হয়। এনে ধৰণৰ সকলো ক্ষেত্ৰতে আমি সাৱধান হব লাগিব যাতে আমাৰদ্বাৰা শিশুৰ প্ৰকৃতি ৰুদ্ধ নহয়। আমি তাৰ প্ৰকৃতিলৈ চকু মুদি থাকিলে বা তাৰ প্ৰকৃতি আন ধৰণৰ হোৱা হলে ভাল হ'লহেঁতেন বুলি ক'লে একো লাভ নহয়। শিশুৰ প্ৰকৃত স্বভাৱক আমি স্বীকাৰ কৰিবই লাগিব আৰু আন লোকৰ ক্ষেত্ৰত যি সংশোধন প্ৰণালী প্ৰয়োগ কৰা হয়, ঠিক তেনেকৈ শিশুৰ ওপৰতো তাৰ প্ৰয়োগ কৰিলে নহব।

স্বাৰ্থপৰতা এটা চৰম নৈতিক ধাৰণা নহয়। যিমানেই তাক বিশ্লেষণ কৰা যায় সিমানেই সি যেন জটিল হৈ পৰে। সুবিধা পালে বেচি বয়সীয়া লৰা-ছোৱালীয়ে কম বয়সীয়া লৰা-ছোৱালীৰ ওমলা-বস্তু আদি কাঢ়ি লয়। যিটো পাৰ লাগে তাতোকৈয়ো বেচিকৈ সি দাবী কৰে আৰু সৰু লৰাটোৰ দুখ বেজাৰলৈ অকণো কান নিদি নিজ ইচ্ছা পূৰণত মন নিয়ে। বাষ্প যেনেকৈ কোনো বাহিৰৰ বাধা নেপালে বাঢ়ি গৈ থাকে ঠিক সেই দৰেই মানুহৰ অহংভাবো সুবিধা পালেই বাঢ়ি গৈ থাকে। লৰা-ছোৱালীৰ মনত ওপজা অহংভাবৰ উচ্ছ্বাসক সু-অভ্যাস, আদৰ্শ আৰু সহানুভূতি আদি ৰূপলৈ চাল লোৱাব খোজাই হ'ল শিক্ষাৰ উদ্দেশ্য। এই দৰেই শিক্ষাই অহংভাবৰ উচ্ছ্বাসত বাধা দিব পাৰে। শাস্তি, মাৰপিট আদিৰে সেই ভাব আঁতৰাবলৈ চেষ্টা কৰা কেতিয়াও উচিত নহয়। এনেদৰে পৰিৱৰ্ত্তন আনিবলৈ আত্মত্যাগৰ আদৰ্শ

তকৈ ন্যায়-বোধৰ আদৰ্শৰ প্ৰয়োজনহে বেচি। জগতত প্ৰত্যেক ব্যক্তিৰে এবিধ নহয় এবিধ কামৰ ভাৰ লবলৈ ন্যায্য অধিকাৰ আছে আৰু সেই ন্যায্য অধিকাৰ দাবী কৰিলে তাক আমি দুষ্টবুদ্ধি বুলি ভবা উচিত নহয়। আত্মত্যাগৰ আদৰ্শৰ শিক্ষা দিওঁতে এনেদৰে ভবা যায় যে কাৰ্য্যক্ষেত্ৰত এই আদৰ্শৰ সম্যক অনুশীলন নহব আৰু যি সামান্য পৰিমাণৰ অংশ অনুষ্ঠিত হব সি বাস্তৱৰ উপযোগী হব। কিন্তু প্ৰকৃত পক্ষে দেখা যায় যে, হয় মানুহে সেই শিক্ষা লাভ কৰিবলৈ অসমৰ্থ হয়, নাইবা কোনো ন্যায় বিচাৰৰ দাবী কৰাৰ সময়ত নিজকে অপৰাধী বুলি ভাবে, নাইবা আত্মত্যাগৰ আদৰ্শক অতিৰঞ্জিত ৰূপলৈ নিবলৈ চেষ্টা কৰি তাক এটা হাঁহিয়াতৰ পাত্ৰ কৰি তোলে। শেষৰ ক্ষেত্ৰটোত সিহঁতে যাৰ কাৰণে আত্মত্যাগ কৰিব লগা হয়, তাৰ ওপৰত এটা অস্পষ্ট আক্ৰোশৰ ভাব লয় আৰু সম্ভৱতঃ ইয়াৰ ফলৰ কৃতজ্ঞতাৰ দাবী স্বৰূপে পিচত্মৰাৰেদি তেওঁলোকৰ মনত স্বাৰ্থপৰতাই আহি ঠাই লয়হি। যি কোনো প্ৰকাৰেই নহওক আত্মত্যাগৰ নীতি প্ৰকৃত নীতি স্বৰূপে গণ্য হ'ব নেলাগে কাৰণ ই সাৰ্ব্বজনীন নীতিত পৰিণত হব নোৱাৰে। আৰু ধৰ্ম্মৰ প্ৰচাৰৰ উপায় স্বৰূপে মিছা শিক্ষা দিয়া অতি অবাঞ্ছনীয়। কাৰণ অসত্যৰ স্বৰূপ প্ৰকাশ পালেই ধৰ্ম্মৰ লয় হ'ব। আন হাতেদি ন্যায়পৰায়ণতা সাৰ্ব্বজনীন নীতিৰূপে গণ্য হব পাৰে। সেই কাৰণে শিশুৰ চিন্তা আৰু কামত ন্যায়পৰায়ণতাৰ নীতিকেই সু-প্ৰতিষ্ঠিত কৰিবলৈ আমাৰ চেষ্টা কৰা উচিত।

নিঃসঙ্গ লৰা-ছোৱালীক ন্যায়পৰায়ণতা শিক্ষা দিয়া টান হলেও অসম্ভৱ নহয়। বয়সিয়ালবিলাকৰ অধিকাৰ আৰু ইচ্ছা শিশুৰ অধিকাৰ আৰু ইচ্ছাতকৈ ইমান বেলেগ যে সেইবোৰে শিশুৰ মনত কোনো কল্পনা জগাই তুলিব নোৱাৰে। সেইদৰে আনন্দ লাভৰ কাৰণেও তেওঁলোক উভয়ৰ প্ৰত্যক্ষ প্ৰতিযোগিতাৰ সম্ভাৱনাও বিৰল।

অন্ততঃ নিজৰ দাবী পালনৰ ক্ষেত্ৰত বাধ্য কৰাবলৈ বয়সীয়ালবোৰৰ ক্ষমতা আছে। তেওঁলোকে নিজ ব্যৱহাৰৰদ্বাৰা বিচাৰ কৰি চাব লাগিব যে শিশু-চৰিত্ৰত পক্ষপাতশূন্যতাৰ প্ৰভাৱ বিস্তাৰ কৰিবৰ অধিকাৰ তেওঁলোকৰ নাই। পিতাক যেতিয়া কোনো কামত ব্যস্ত থাকে তেতিয়া গণ্ডগোল কৰিব নেলাগে বা তেওঁ যদি কোনো আলহীৰ সৈতে কথা-বাৰ্ত্তা পাতি থাকে তেতিয়াও তেওঁক আমনি দিব নেলাগে আদি নানা ধৰণৰ অতি আৱশ্যকীয় নীতি-বাক্য শিক্ষা দিব পাৰে। এনে সকলোবোৰ নীতি-বাক্যই অৱশ্যে পালন কৰিবলগীয়া। আৰু এই কথাও সঁচা যে শিশুক যদি মৰমেৰে এইবোৰ কথা শিকোৱা যায় তেতিয়া সি অতি সোনকালে এনেবোৰ কথা শিকিব আৰু এটা দুৰ্দ্দান্ত লৰা ৰূপে পৰিণত হবলৈ সুবিধা নেপায়। আনৰ কাম কাজ তাৰ কাৰণে যিমানেই অদ্ভুত যেন নেলাগক লাগিলে তথাপি সেইবোৰ সিহঁতৰ কাৰণে যে অতি গুৰুত্বপূৰ্ণ এই কথা বুজাবলৈ খুব ভালকৈ সিহঁতক শিক্ষা দিয়া উচিত। এনেবোৰ কথাৰ কাৰণে যাতে উপযুক্ত নীতিবাক্যবোৰ শিশুৱে ভালকৈ পালন কৰিব পাৰে তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। কিন্তু এনে পদ্ধতিৰদ্বাৰা অকলে বাহ্যিক ব্যৱহাৰহে উন্নতি সাধন হব পাৰে। য'ত আন লৰাছোৱালী আছে তাত হে ন্যায়পৰায়ণতাৰ প্ৰকৃত শিক্ষা পোৱা সম্ভৱ। শিশুক যে বহুত দিন অকলশৰে ৰাখিব নেপায়, ইও এটা তাৰ প্ৰধান কাৰণ। যি বিলাক পিতামাতাৰ দুৰ্ভাগ্যবশতঃ মাত্ৰ এটি সন্তান তেওঁলোকে যি কোনো উপায়েৰে শিশুটিৰ সঙ্গী যোগাৰ কৰি দিবলৈ যত্নৱান হব লগে; নহলে অকলশৰীয়া শিশু হয় স্বাৰ্থপৰ বা অতি মনমৰা নহলে দুয়োটাই হৈ পৰাৰ আশঙ্কা আছে। এটা সুবোধ একমাত্ৰ সন্তানৰ অৱস্থা মৰ্ম্মস্পৰ্শী আৰু এটা দুঃশীল একমাত্ৰ সন্তানৰ অৱস্থা অতি বিৰক্তিকৰ। আজি-কালিৰ দিনৰ সৰু পৰিয়ালৰ কাৰণে এইটো এটা অতি চিন্তা কৰিব লগীয়া অসুবিধা হৈ পৰিছে। এনেবোৰ

ক্ষেত্ৰত নাৰ্চাৰী স্কুলে বৰ সহায় কৰে। পিচৰ অধ্যায়ত এই বিষয়ে বহলাই কোৱা হৈছে।

আনন্দ উপভোগ কৰিবলৈ যি বিলাক প্ৰতিযোগিতামূলক খেলত এজন এজনকৈ নিজ নিজ সময়ত খেলি আনন্দ উপভোগ কৰিব পাৰে তেনেবোৰৰ মাজেদি লৰা-ছোৱালীয়ে ন্যায়পৰায়ণতাৰ মৰ্ম্ম বুজিব পাৰে। কিন্তু সিহঁতে নিজৰ আবেগত উত্তেজিত হৈ আনক বঞ্চিত কৰি সকলোবোৰ আনন্দ নিজে উপভোগ কৰিবলৈ বিচাৰে। কিন্তু যদি কোনোবা ডাঙৰে এজন এজনকৈ খেলিবলৈ সিহঁতক শিকাই দিয়ে তেতিয়া হলে সিহঁতে আৰু স্বাৰ্থপৰতা শিকিব নোৱাৰে। ন্যায়পৰায়নতাবোধ জন্মগত নহয়; কিন্তু অতি আচৰিত-ভাৱে আৰু বৰ বেগেতে শিশুৰ মনত এই ভাব জগাই তুলিব পাৰি। কোনো গোপন পক্ষপাতিতা নথকাকৈ উপযুক্ত সৰল ব্যৱহাৰ এনেবোৰ কথাত অতি আৱশকীয়। যদি কোনো বয়সীয়াল মানুহৰ কোনোবা এটি বিশেষ শিশুৰ প্ৰতি অলপ বেচি মৰম থাকে তথাপি লৰা-ছোৱালীক আনন্দ দিবৰ কাৰণে ঘৃণাক্ষৰেও এই কথা প্ৰকাশ কৰিব নেলাগে। এই বিষয়ে ডাঙৰবোৰ অতি সাৱধান হব লাগে। ন্যায় আৰু উদাৰতাই নৈতিক নিয়মানুৱৰ্ত্তিতাত বৰ সহায় কৰে।

ন্যায়পৰায়ণতাৰ লগত সম্পত্তিৰ মনোভাৱৰ প্ৰশ্নও জড়িত। এই প্ৰশ্নটি ইমান জটিল যে কোনো গ্ৰহণযোগ্য দক্ষতাৰে ইয়াক সমাধান নকৰিলে যি কোনো নিৰ্দ্দিষ্ট নিয়মৰদ্বাৰা সমাধান কৰা টান। পৰস্পৰ বিৰুদ্ধ মনোভাবে কোনো এটি নীতি নিৰ্দ্ধাৰণৰ পথত বাধা সৃষ্টি কৰে। সম্পত্তিৰ প্ৰতি লোভে এসময়ত নানা অনৰ্থৰ মূল হৈ থিয় দিয়ে। কোনো মূল্যৱান পাৰ্থিৱ সম্পদৰপৰা বঞ্চিত হোৱাৰ ভয়ে ৰাজনৈতিক আৰু অৰ্থনৈতিক নিষ্ঠুৰতাৰ এটা প্ৰধান কাৰণ। নৰ-নাৰীয়ে যিমানদূৰ পৰা যায় ব্যক্তিগত সম্পদৰ সংশ্ৰৱহীন উপায়ৰ আলম লৈ সুখ ভোগ কৰাটো বাঞ্ছনীয়। সেই উপায়বোৰ প্ৰতিকল্প-

মূলক নহৈ সৃজনীমূলক হোৱাহে উচিত। সেই কাৰণে শিশুৰ মনত সম্পত্তি লাভৰ মনোভাব জগাই তোলাটো অবিবেচনাৰ পৰিচায়ক মাত্র। কিন্তু এই সম্পৰ্কে আৰু বহুত কথা বিচাৰ কৰি নোচোৱা অতি বিপদজনক কথা। প্ৰথমতে সম্পত্তিৰ মনোভাব শিশুৰ হৃদয়ত বৰ প্ৰবল। দেখা মাত্ৰকে সি যি কোনো বস্তু যেতিয়া ধৰিবলৈ শিকে সেই মুহূৰ্ত্তৰপৰা তাৰ মনত এই মনোভাব খেলায়। সি ভাবে যে যি বস্তুটো সি লয় সেইটোৱেই তাৰ সম্পত্তি, আৰু কোনোবাই যদি সেইটো কাঢ়ি লয় তেতিয়া সি মনত বৰ দুখ পায়। যি বোৰ লৰা-ছোৱালীয়ে কোনো খেলনা আদি নেপায়, সিহঁতে ইটা শিলগুটি আদিকে পৰম সম্পত্তি বুলি গোটায়। এতেকে এই সম্পত্তিলাভৰ ইচ্ছাৰ মূল ইমান গভীৰ যে তাক দমন কৰিবলৈ গলে বিপদৰো সম্ভাৱনা আছে। সম্পত্তিৰ মনোভাবে বেচিভাগ শিশুক সাৱধানতা আৰু ধ্বংসমূলক প্ৰকৃতিক দমন কৰিবলৈ শিক্ষা দিয়ে। বিশেষকৈ যিবোৰ বস্তু শিশুৱে নিজে সৃষ্টি কৰে সেইবোৰ বস্তুক সিহঁতে বৰ প্ৰয়োজনীয় আৰু মূল্যৱান বুলি ভাবে। আৰু তাকে সাজিবলৈ বা কৰিবলৈ নিদিলে সিহঁতৰ সৃজনী শক্তিৰ উৎকৰ্ষ সাধনত বাধা পৰে।

য'ত যুক্তিৰ ইমান দ্বন্দ্ব তাত এটা সুনিৰ্দ্দিষ্ট নীতি নিৰ্দ্ধাৰণ কৰা সম্ভৱ নহয়। এনে ক্ষেত্ৰত শিশুৰ প্ৰকৃতি অৱস্থাৰদ্বাৰা পৰিচালিত হব লাগিব। বিশুদ্ধ মতবাদৰ মাজত এটা সামঞ্জস্য ৰক্ষা কৰিবলৈ চেষ্টা কৰিব লাগিব।

খেলনাবোৰো কিছুমান লৰা-ছোৱালীৰ নিজৰ আৰু কিছুমান উমৈহতীয়া হব লাগে—যাতে একো একোটা খেলনা প্ৰত্যেকেই সমানভাৱে ব্যৱহাৰ কৰিবলৈ সুযোগ পায়। আৰু যিবোৰ বেচি মূল্যৱান সেইবোৰ উমৈহতীয়া হিচাপে ৰখা উচিত। তাৰ পিচত বিশেষ বছৰৰ শিশুক বিশেষ আনন্দ দিয়ে সেইবোৰ খেলনা সিহঁতৰ নিজ সম্পত্তি হোৱা উচিত। যি বোৰ খেলনা অতি সাৱধানতাৰে

সৈতে ব্যৱহাৰ কৰা প্ৰয়োজন আৰু অলপ বেচি বয়সীয়া লৰা-ছোৱালীৰহে উপযুক্ত, তেনেবোৰ খেলনা পৰাপক্ষত কমবয়সীয়া লৰা-ছোৱালীক লবলৈ নিদিয়াই ভাল। কিন্তু সকটোক তাৰ বয়সৰ উপযুক্ত খেলনা দিয়া উচিত। দুবছৰৰ বেচি বয়সৰ শিশুৱে যদি কিবা অসাৱধানতাৰ ফলত কোনো খেলনা ভাঙি পেলায় তেতিয়াই তাক আন খেলনা আনি দিয়া যুগুত নহয়; কিছু সময় খেলনাৰ অভাৱ তাক উপলব্ধি কৰিবলৈ দিব লাগে। নিজৰ খেলনা আন শিশুক দিব নোখোজাৰ মনোভাবক কেতিয়াও প্ৰশ্ৰয় দিব নেলাগে। সি যিটো খেলনা ব্যৱহাৰ কৰা নাই, তেনে খেলনা আন শিশুৱে ব্যৱাহাৰ কৰিব খুজিলে সি যাতে তৎক্ষণাত দিয়ে তাৰ বাবে চকু ৰাখিব লাগিব। কিন্তু যিবোৰ খেলনা আনে সহজতে ভাঙি পেলোৱাৰ সম্ভাৱনা আছে, অথবা যি খেলনা শিশুৱে নিজে তৈয়াৰী কৰিছে, সেইবোৰ পৰাপক্ষত আনক ব্যৱহাৰ কৰিবলৈ নিদিয়াই ভাল; কাৰণ এইবোৰ খেলনা সিহঁতৰ এটা গৌৰৱৰ বস্তু আৰু যিমান দিনলৈকে এই গৌৰৱৰ ভাব অক্ষুণ্ণ থাকে সিমান দিনলৈকে তাৰ পৰিশ্ৰমৰ পুৰস্কাৰ স্বৰূপে সেই বস্তু তাৰ নিজস্ব সম্পত্তি হৈ থকাটো বাঞ্ছনীয়। উল্লিখিত বিশেষ বিশেষ বিষয়তকৈ আনবোৰ ঠাইত বৰ বেচিকৈ নীতি-বাক্য শিকোৱা ভাল নহয়। কোনো লৰা-ছোৱালীকে আন লৰা-ছোৱালীৰ আনন্দত বাধা দিয়াৰ অধিকাৰ দিয়া উচিত নহয়। এনেবোৰ কথাত শিষ্টাচাৰ শিক্ষা একো টান কথা নহয়। আৰু প্ৰয়োজন অনুসাৰে এনেবোৰ ক্ষেত্ৰত দৃঢ়তা অৱলম্বন কৰাও ভাল। আনৰপৰা কোনো বস্তু বাহানি কাঢ়ি লোৱাৰ ইচ্ছা থাকিলেও কেতিয়াও শিশুক তেনে অধিকাৰ দিব নেলাগে, যদি বেচি বয়সৰ লৰা-ছোৱালীয়ে কম বয়সীয়া লৰা-ছোৱালীৰ লগত বেয়া ব্যৱহাৰ কৰে তেতিয়া তাৰ প্ৰতিও তেনে কঠোৰ ব্যৱহাৰ কৰি তাক বুজাই দিবলৈ চেষ্টা কৰিব লাগে যে— তাক যি ব্যৱহাৰ কৰাত সি বেয়া পাইছে, আনকো তেনে ব্যৱহাৰ

কৰা উচিত নহয়। দন্দ-হাই, কন্দা-কটা আদি আঁতৰাবলৈ সময়ত যিমানখিনি কঠোৰ হব লাগে, উপৰোক্ত পদ্ধতিত শিশুক এই শিক্ষা দিয়া একো অসম্ভৱ নহয়। কোনো কোনো সময়ত শিশুক মৃদু শাস্তি দিয়াৰো প্ৰয়োজন হব পাৰে। কিন্তু কোনো অৱস্থাতেই দুৰ্ব্বলৰ ওপৰত অত্যাচাৰ কৰিবৰ অভ্যাস বাঢ়িবলৈ দিয়া উচিত নহয়।

শিশুৱে যেতিয়া কোনো বিশেষ খেলনাৰ ব্যৱহাৰ কৰে, সেই সময়ৰ কাৰণে সেই বিশেষ খেলনাৰ ওপৰত তাৰ বিশেষ প্ৰভুত্ব থাকে এনে মনোভাবক উৎসাহ দিয়াটো বেয়া নহয়। মণ্টেচৰী পদ্ধতিৰ সঁজুলিবোৰ সকলো শিশুৰেই ব্যৱহাৰৰ কাৰণে উপযুক্ত। কিন্তু যিমান সময় এটা শিশুৱে কোনো এবিধ সজুলি ব্যৱহাৰ কৰে সিমান সময় আন শিশুৰ সেই সঁজুলিৰ ওপৰত কোনো অধিকাৰ থাকিব নোৱাৰিব। ইয়াৰদ্বাৰা শিশুৰ সীমাবদ্ধ আৰু সাময়িক ভাৱে হলেও ব্যৱহাৰ কৰা সঁজুলিৰ ওপৰত দখলীস্বত্বৰ ভাব আহে। এনে মনো ভাবে পিচৰ জীৱনত লাভ কৰিবলগীয়া কোনো বাঞ্ছনীয় গুণৰ বিকাশত অন্তৰায়ৰ সৃষ্টি নকৰে। কিন্তু খুব সৰু শিশুৰ কাৰণে এনে নিয়ম কাচিৎহে ব্যৱহাৰযোগ্য ; কাৰণ সিহঁত তেতিয়ালৈকে পৰ্য্যাপ্ত পৰিমাণে গঠনধৰ্ম্মী নহয়। কিন্তু যেতিয়াই সিহঁতে নিপুণতা লাভ কৰিব তেতিয়াই সৃজন সম্বন্ধে সিহঁতৰ আগ্ৰহো বাঢ়িবলৈ ধৰিব। যেতিয়াই সিহঁতে জানিব পাৰে যে সিহঁতে যেতিয়াই মন কৰে তেতিয়াই হাতত কিবা সাজিবৰ জোখাৰে সিহঁতৰ সঁজুলি আছে তেতিয়া আনে আহি সিহঁতৰ বস্তু-লব খুজিলেও সিহঁতে দিবলৈ সিমান অনিচ্ছুক নহয়। আগতে আনৰ লগত একেলগে বস্তু ব্যৱহাৰ কৰিবলৈ যি শিশুৱে বেয়া পাইছিল এতিয়া তাৰ মনৰপৰা তেনে মনোভাব আঁতৰি যাব। যেতিয়া লৰা-ছোৱালীৰ অলপ বয়স হয় তেতিয়া সিহঁতক কিতাপ-পত্ৰ আদি ভালকৈ থবলৈ শিকাব লাগে। তেতিয়া সিহঁতৰ কিতাপৰ প্ৰতি মৰম আৰু পঢ়া-শুনাৰ প্ৰতি স্পৃহা জাগ্ৰত হয়। কিন্তু ভাল ভাল

কিতাপহে সিহঁতক সংগ্ৰহ কৰিবলৈ দিয়া উচিত। সংক্ষেপে মূলনীতি বোৰৰ বিষয়ে কবলৈ হলে—প্ৰথমতে বহুত সম্পত্তি সঞ্চয় কৰিবলৈ সুবিধা দিব নেলাগে; কাৰণ ইয়াৰপৰা সিহঁতে কৃপণ হবলৈ শিকিব পাৰে। দ্বিতীয়তে—ব্যক্তিগত সম্পত্তিয়ে যেতিয়া কৰ্ম্মস্পৃহা জগাই তোলে আৰু বিশেষভাৱে কোনো বস্তুৰ প্ৰতি সতৰ্কতাৰ মনোভাব জগাই তোলে তেতিয়া তাক সম্পত্তিৰ অধিকাৰ দিয়া বাঞ্ছনীয়। এইবোৰ বাধ্য-বাধকতাৰ ভিতৰেদি যতদূৰ সম্ভৱ ব্যক্তিগত অধিকাৰ ন্যায়সঙ্গত নথকাকৈয়ে যি সম্পত্তিৰপৰা আনন্দ লাভ কৰিব পাৰি তেনে বস্তুৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰোৱাবলৈ চেষ্টা কৰিব লাগে। য'ত ব্যক্তিগত উত্তৰাধিকাৰীৰ কথা উঠে তেনে ক্ষেত্ৰত আন শিশুৱে তাৰ খেলনা লৈ খেলিব খুজিলে সি যাতে নীচতা আৰু কৃপণালিৰ পৰিচয় নিদিয়ে তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। এনে অৱস্থাত শিশুৱে যাতে নিজে নিজেই নিজৰ খেলনা আনক দিবলৈ শিকে তাৰ বাবে প্ৰলোভিত কৰিব লাগিব। সুস্থ শৰীৰৰ শিশুৰ মনত এনে উদাৰ ভাব জগাই তোলা একো টান কাম নহয়। কিন্তু যি শিশুৰ মন নিৰানন্দময়, সি নিজৰ বস্তু পৰাপক্ষত আনক দিব নোখোজে। দুঃখকষ্টৰ মাজেদি শিশুৱে উদাৰতা শিকিব নোৱাৰে—মাত্ৰ স্বাস্থ্য আৰু আনন্দৰ মাজেদিহে উদাৰতা আৰু সদগুণৰ শিক্ষা লাভ কৰিব পাৰে।



# অষ্টম অধ্যায়

## সত্যবাদিতা

সঁচা কথা কবলৈ অভ্যাস কৰা নৈতিক শিক্ষাৰ এটা প্ৰধান উদ্দেশ্য। অকল বাক্যতেই নহয়, চিন্তাতো মানুহ সত্যপৰায়ণ হব লাগিব। এই দুয়োটাৰ ভিতৰত চিন্তাৰ সত্যতাৰহে বেচি প্ৰয়োজন যেন মনে ধৰে। যি অৱচেতন মনেৰে মিছা চিন্তা কৰি প্ৰথমে আত্মপ্ৰতাৰণা আৰু পিচত নিজকে ধাৰ্ম্মিক আৰু সত্যবাদী বুলি কল্পনা কৰে তেওঁতকৈ যি নিজৰ মিছা সম্পৰ্কে সম্পূৰ্ণ সচেতন হৈ মিছা কয় তেওঁহে শ্ৰেষ্ঠ। অৱশ্যে চিন্তা যাৰ সত্য, সদায় মিছা কোৱা অন্যায় বুলি তেওঁ নেভাবে। যিবিলাকে ধৰ্ম্মলৈ ভয় কৰি কেতিয়াও মিছা নকবলৈ অভ্যাস কৰে তেওঁলোকৰ মন সন্দেহজনক হৈ উঠে আৰু মিছা কৈছো বুলি স্বীকাৰ কৰিবলৈয়ো ভয় কৰি নিজে নিজেই প্ৰতাৰিত হয়। সমৰ্থনযোগ্য মিছা কোৱাৰ ক্ষেত্ৰ বিৰল—উচ্চমনা লোকসকলৰ উদাহৰণৰপৰা যিমান বুলি অনুমান কৰা যায় তাতকৈয়ো বহুত বিৰল। যত অত্যাচাৰৰ মাজেদি মানুহে সক্ষমতা লাভ কৰে বা যত মানুহে যুদ্ধ আদি অনিষ্টকৰ কামবোৰত লিপ্ত থাকে অকল তেনেবোৰ ঠাইতে মিছা কথা কোৱাটো সমৰ্থনযোগ্য। সেই কাৰণে উৎকৃষ্ট সমাজ ব্যৱস্থাৰ কাৰণে মিছা কোৱাৰ সম্ভাৱনা স্বাভাৱিক ভাৱেই কমি আহিব।

অসত্যবাদিতাৰ অভ্যাস প্ৰায় সদায়েই ভয়ৰপৰা ওপজে। যি লৰা-ছোৱালীক কোনো ভয় নেদেখুৱাকৈ ডাঙৰ-দীঘল কৰা হৈছে তেনে লৰা-ছোৱালীয়ে কেতিয়াও মিছা নকয়। সি যে কোনো নৈতিক চেষ্টাৰ ফলত মিছা নকয় তেনে নহয়, যি লৰা-ছোৱালীক বিবেচনা

আৰু মৰমেৰে তুলি-তালি ডাঙৰ দীঘল কৰা হৈছে তেনে লৰা-ছোৱালী অতি সৰল আৰু অচিনাকি মানুহৰ লগতো নিৰ্ভীক ভাৱে ব্যৱহাৰ কৰিব জানে। আৰু যিবোৰ লৰা-ছোৱালী দুখকষ্ট বা কঠোৰ ব্যৱহাৰৰ মাজেদি লালিত পালিত হৈছে তেওঁলোকৰ মনত সদায় অপমান বা লাজ পোৱাৰ ভয় স্থায়ীভাৱে থাকি যায় আৰু তেওঁলোকৰ ব্যৱহাৰ স্বাভাৱিক হলেও জানোচা কৰবাত কিবা ভুল বা অন্যায় হয় এনে ভয় তেওঁলোকৰ মনত থাকি যায়। মিছা কথা কোৱাটো যে সম্ভৱ, এনে কথা শিশুৱে প্ৰথমতে ভাবিবই নোৱাৰে। কিন্তু যেতিয়া সি দেখে যে ডাঙৰে তাৰ আগত মিছা কথা কৈছে আৰু ডাঙৰৰ আগত সঁচা কথা কোৱাও বিপদজনক, তেতিয়াহে সি মিছা কবলৈ আৰম্ভ কৰে। এনেবোৰ কাৰণ দূৰ কৰি দিব পাৰিলে শিশুৱে কেতিয়াও মিছা নকয়।

কিন্তু লৰা-ছোৱালী সত্যবাদী হয়নে নহয় এই কথা বিচাৰ কৰিবৰ সময়ত বিশেষ ভাৱে সতৰ্ক হব লাগে। শিশুৰ স্মৃতি-শক্তি অতি ত্ৰুটিপূৰ্ণ। আন কি কেতিয়াবা সিহঁতে ডাঙৰৰ কথাৰ উত্তৰ কেনেকৈ দিব লাগে তাকো নেজানে, যদিও ডাঙৰে ভাবে যে সিহঁতে ভালকৈ উত্তৰ দিব পাৰিব। সময়ৰ ধাৰণা সিহঁতৰ অতি অস্পষ্ট। চাৰি বছৰৰ কম বয়সৰ শিশুৱে কালি বা যোৱা সপ্তাহ বা যোৱা ছ ঘণ্টাৰ মাজত কি পাৰ্থক্য তাক নেজানে বুলিলেও হয়। সেই কাৰণে যেতিয়া সিহঁতক কোনো কথা সোধা হয় তেতিয়া সি সঠিক উত্তৰ দিব নেজানি সোধোতাজনৰ চকুৰ ভাৱ-ভঙ্গি বা মাত কথাৰ ভঙ্গি অনুসৰি হয় বা নহয় এটা উত্তৰ দি পেলায়। আকৌ শিশুৱে প্ৰায়েই কাল্পনিক চৰিত্ৰৰ ভাও লৈ নাটকীয় ভঙ্গিত কিছুমান কথা কয়। যেতিয়া কোনো শিশুৱে ফুলনিত সিংহ এটা থকা বুলি গহীনভাৱে কয়, তেতিয়া এই কথা স্পষ্ট হৈ পৰে। কিন্তু অনেক সময়ত শিশুৱে খেল বুলি কৰা উক্তিক প্ৰকৃত উক্তি বুলি ভুল কৰা হয়। এই সকলোবোৰ

কাৰণতে শিশুৰ সকলোবোৰ কথা বাস্তৱ দৃষ্টিকোণৰপৰা সঁচা নহয়। কিন্তু এই অসত্যৰ মাজত প্ৰতাৰণাৰ কোনো ইচ্ছা নাই। অৱশ্যে শিশুৱে ডাঙৰক সদায় সৰ্ব্বজ্ঞ বুলি ভাবে আৰু তেওঁলোকক প্ৰতাৰণা কৰা অসম্ভৱ বুলি ভাবে। শিশুক সত্যবাদী কৰি তুলিবলৈ হলে পিতা-মাতাই ধৈৰ্য্য আৰু দৃঢ়তা অৱলম্বন কৰিবলৈ সক্ষম হব লাগিব। যেতিয়া শিশুৱে কোনো মিছা কথা কয় তেতিয়া তাক তিৰস্কাৰ নকৰি নিজেই তিৰস্কৃত হৈছো বুলি ধৰি লৈ সেই মিছা কথা কোৱাৰ কাৰণ দূৰ কৰিবলৈ চেষ্টা কৰিব লাগে। তাক মৰমেৰে কিন্তু যুক্তিপূৰ্ণ ভাৱে কিয় মিছা কথা কব নেলাগে সেইটো খুব ভালকৈ বুজাই দিব লাগে। শাস্তি দি মিছা কথা নোকোৱাবলৈ গলে একো ফল নহয়। ফলত তাৰ ভয় বাঢ়িব আৰু বেচিকৈহে মিছা কথা কবলৈ ধৰিব।

শিশুৰ মিছা কোৱা বন্ধ কৰিবলৈ হলে ডাঙৰে কেতিয়াও মিছা কব নেলাগিব, যি পিতা-মাতাই নিজে মিছা কথা কৈ লৰা-ছোৱালীক মিছা কবলৈ হাক দিয়ে তেওঁলোকে শিশুৰ ওপৰত সকলো নৈতিক অধিকাৰ হেৰুৱাই পেলাব লগীয়া হয়। শিশুৰ দৃষ্টি যে আচৰিত ধৰণে স্বচ্ছ আৰু নিৰ্ম্মল এই সত্যটো অনেক সময়ত পিতা-মাতাই উপলব্ধি কৰিব নোৱাৰে। গহীন ৰাজনৈতিক যুক্তি তৰ্কৰ ভুৱা শিশুৱে কেতিয়াও বুজিব নোৱাৰে। তেনেবোৰ যুক্তি তৰ্কক অতি সহজ আৰু প্ৰত্যক্ষ ভাৱে ঘিণ কৰে। যিবোৰ বয়সিয়াল মানুহে নিজৰ ঈৰ্ষা আৰু দ্বেষ সম্বন্ধে সচেতন নহয় তেনেবোৰ মানুহৰ লৰা-ছোৱালীৰ মাজত সেই ঈৰ্ষা দ্বেষ সংক্ৰমিত হয় আৰু তেনে লৰা-ছোৱালীয়ে এনে ঈৰ্ষা দ্বেষ সম্পৰ্কে পিতা মাতাৰ কোনো যুক্তিলৈকে কৰ্ণপাত নকৰে। কোনোৱে শিশুৰ আগত যদি নিৰ্দ্দোষ আৰু নিৰ্দ্দয় বা অমানুষিক বুলি ভাও ধৰে তেতিয়া শিশুৱে কেতিয়াও সেই কথা বিশ্বাস কৰিব নোৱাৰে। আৰু কেতিয়াবা বিশ্বাস কৰিলেও তেওঁক কেতিয়াও ভাল পাব নোৱাৰে।

প্ৰকৃতপক্ষে যি শাস্তি শিশুক সাধাৰণতে দিয়া নহয় তেনে শাস্তিৰ ভয় দেখুৱাটোও এটা মিছা কোৱা। কোনো বিশেষ কাৰণ নহলে কেতিয়াও শিশুক শাস্তিৰ ভয় দেখুৱাব নেপায়। কিন্তু এবাৰ যদি কোনো যুক্তিসঙ্গত ভাৱে ভয় দেখুৱা হয় তেনেহলে তেনেবোৰ পৰিস্থিতিত প্ৰয়োজন হলে সেই শাস্তি প্ৰয়োগ কৰাই ভাল। কিন্তু কেতিয়াও ভয় দেখুৱা উচিত নহয়। কাৰণ প্ৰথমতে ইয়াৰপৰা বিপজ্জনক স্নায়ৱিক ভীতি আৰু পিচত ডাঙৰৰ ওপৰত ভয় সম্পৰ্কে এটা অবিশ্বাসৰ ভাব জন্মে। বয়সিয়ালসকলে যদি কোনো বিশেষ বিষয় সম্পৰ্কে বেচি হৈ-চৈ নকৰে আৰু জেদ নকৰে তেতিয়াহলে শিশুৱেও তেওঁলোকক কোনো অসুবিধা নিদিয়াকৈয়ে তেওঁলোকৰ কথা শুনে আৰু আদেশ পালন কৰে। সেই কাৰণে প্ৰকৃত কাৰণ নহলে সিহঁতৰ লগত জেদ ধৰাও অনুচিত।

প্ৰাণহীন বস্তুক প্ৰাণৱন্ত বুলি শিশুক ভুৱা দিয়াটো অতি অবাঞ্ছনীয়। কেতিয়াবা কোনো লৰা-ছোৱালীয়ে যদি চকী-মেজৰ পৰা পৰি দুখ পায় তেতিয়া জীৱন্ত প্ৰাণীৰ দৰে চকী খনকে ওভোতাই 'দুষ্ট চকী' 'দুষ্ট মেজ' আদি কৰি কেতিয়াও ডাবি দিব নেপায়। তেনে কৰিলে সিহঁতৰ স্বাভাৱিক নিয়মানুবৰ্ত্তিতাত বাধা সৃষ্টি কৰা হয়। তেনেবোৰ অৱস্থাত সিহঁতক এৰি দিব লাগে আৰু তেতিয়া সিহঁতে নিজে নিজেই বুজিব পাৰিব যে জড় পদাৰ্থবোৰক খং বা ফুচুলাই বশ কৰিব নোৱাৰি ; মাত্ৰ কৌশল আৰু নিপুণতাৰদ্বাৰাহে এনেবোৰ পৰিস্থিতিত জয়ী হব পৰা যায়। এনে মনোভাবে নৈপুণ্য লাভ কৰাত উদ্দীপনা জগায় আৰু ব্যক্তিগত ক্ষমতা সম্বন্ধে সজাগ কৰে।

যৌন বিষয় সম্বন্ধে মিছা কোৱাটো অতীত কালৰপৰাই চলি আহিছে, কিন্তু ই একেবাৰে বেয়া নহয়। এই বিষয়ে আন অধ্যায়ত ভালকৈ আলোচনা কৰা হৈছে।

যি বোৰ লৰা-ছোৱালীক অযথা ভীতি জন্মাই বশ বা দমন কৰা নহয় তেনেবোৰ লৰা-ছোৱালীয়ে নানা ধৰণৰ প্ৰশ্ন সোধে। কিছুমান প্ৰশ্ন বেচ মূল্যৱান আৰু কিছুমান একেবাৰে মূল্যহীন। সেই সকলোবোৰ প্ৰশ্নৰে যথাসম্ভৱ উত্তৰ দিয়া কৰ্ত্তব্য। শিশুৱে যদি কিবা ধৰ্ম্ম সম্বন্ধে আমাক প্ৰশ্ন কৰে আৰু আমি যদি আনতকৈ কিবা ভিন্ন মতো পোষণ কৰো তেতিয়া হলেও আমি সিহঁতক আমাৰ ব্যক্তিগত মত কি তাৰ বিষয়েও ভালকৈ বুজাই দিবলৈ চেষ্টা কৰিব লাগে। মৃত্যু সম্পৰ্কে কিবা প্ৰশ্ন কৰিলেও তাৰ যথাযথ উত্তৰ দিব লাগে। কোনো প্ৰশ্নৰদ্বাৰা যদি আমাক নিৰ্ব্বোধ প্ৰতিপন্ন কৰা হয়, তথাপিও আমি তাৰ উত্তৰ দিব লাগে। প্ৰশ্ন যদি যুদ্ধ বা প্ৰাণ দণ্ড সম্বন্ধে হয় তথাপিও তাৰ উত্তৰ দিব লাগিব। খুব জটিল বৈজ্ঞানিক প্ৰশ্নৰ বাহিৰে কোনো প্ৰশ্নৰেই উত্তৰ "তুমি এতিয়া বুজি নেপাবা" বুলি কব নেলাগে। যিমান পৰা যায় সিমান সুন্দৰকৈ বুজাই দিবলৈ চেষ্টা কৰিব লাগে, আৰু লগে লগে ইয়াকো কব লাগে যে সি আজি যি খিনি বুজি পাইছে ডাঙৰ হলে ভৱিষ্যতে আৰু বেচিকৈ জ্ঞান লাভ কৰিব আৰু তেতিয়া ভালকৈ বুজিব পৰা হৈ খুব আনন্দ লাভ কৰিব পাৰিব। সি যিমান খিনি বুজিব পাৰে তাতোকৈয়ো বৰঞ্চ অলপ বেচিকৈহে বুজাই দিব লাগে। যি খিনি কথা সি বুজিব পৰা নাই সেই অংশই তাৰ কৌতূহল, অনুভৱ শক্তি আৰু উচ্চাকাঙ্ক্ষা জগাই তুলিব।

অটল সত্যপৰায়ণতাই শিশুৰ মনত দৃঢ় বিশ্বাস জন্মায়। যি কথাই সিহঁতৰ প্ৰৱল ইচ্ছাৰ বিৰুদ্ধে বাধা সৃষ্টি কৰে, তেনে কথাৰ বাহিৰে যি কোনো কথাকে বিশ্বাস কৰাটো শিশুৰ এটা স্বাভাৱিক প্ৰবৃত্তি। তেওঁলোকৰ কোনো কথাৰ সত্যতাৰ অলপ প্ৰমাণ পালেই শিশুৰ মনৰ বিশ্বাস সহজেই বাঢ়িবলৈ ধৰে। কিন্তু যিটো সাধাৰণতে নঘটে তেনে কথাৰ ভয় যদি সিহঁতক দেখুওৱা হয়, তেনেহলে ভয় যি

দেখুৱাই তেওঁকে সিহঁতে ভয় কৰা হয় আৰু ফলত শিশুৰ স্নায়ৱিক অনিশ্চয়তাৰ সৃষ্টি হয়।

আমি এই সংসাৰত প্ৰৱঞ্চনাৰ মাজত থকাৰ দৰেহে আছো। কোনো প্ৰৱঞ্চনা, ছলনা আদি নথকা পৰিবেশত যদি শিশু ডাঙৰ-দীঘল হয় তেনেহলে সাধাৰণতে যিটো সম্মানযোগ্য বুলি ভবা যায় তেনে কথাক শিশুৱে ঘিণ কৰিবলৈ শিকে। দুখৰ বিষয় যে ঘৃণা, অপমান এটা অবাঞ্ছিত আবেগ। ভণ্ডামিৰে ভৰা সমাজত সত্যবাদিতা এটা অন্তৰায় বিশেষ। কিন্তু নিৰ্ভীকতাই সেই অন্তৰায় দূৰ কৰে আৰু নিৰ্ভীক মানুহৰ বাহিৰে কোনেও সত্যবাদী হবই নোৱাৰে। আমি আমাৰ লৰা-ছোৱালীবোৰ সৎ, সবল আৰু আত্ম-সম্মান জ্ঞানবিশিষ্ট হোৱাটো বিচাৰো। ওপৰোক্ত সদ্‌গুণৰ অধিকাৰী হৈ জীৱনত উন্নতি লাভ কৰিব নোৱাৰাটো দাসসুলভ কৌশলৰদ্বাৰা উন্নতি লাভ কৰাতকৈ শ্ৰেয়স। এনে ধৰণৰ কিছুমান আত্মাভিমান আৰু সাধুতাই মানুহৰ শোভা বঢ়ায়, আৰু য'ত এনে স্বভাৱ দেখিবলৈ পোৱা যায় তাত মিছা কোৱা অসম্ভৱ। আমি আমাৰ লৰা-ছোৱালীবোৰে কথাই বতৰাই, ভাৱে চিন্তাই সকলোতে সত্যবাদী হোৱাটো বিচাৰো। সেই কাৰণে যদি আমি সাংসাৰিক দুখ পাব লগা হওঁ তাতো ক্ষতি নাই। কাৰণ মিছা কথাই ধন-সম্পত্তি, মান-সম্মানতকৈয়ো মহান এটি সম্পদক বিপন্ন কৰে।

— x —

# নবম অধ্যায়

## শাস্তি

আজি কিছু দিনৰ আগলৈকে শাস্তিক শিক্ষাৰ অপৰিহাৰ্য্য অঙ্গ বুলি ধৰিলোৱা হৈছিল। কিন্তু আজি-কালি অতি কম মানুহেহে এই পুৰণি প্ৰথাক সমৰ্থন কৰে। তথাপি ইয়াৰ সলনি কি প্ৰচলন হব লাগে, তাৰ বাবেও বহুত মতদ্বৈধ দেখা যায়। কোনো কোনোৱে ভাবে যে অলপ অলপ শাস্তিৰ ব্যৱস্থা থাকিব লাগে। আৰু কোনো কোনোৰ মতে শাস্তিয়ে একেবাৰেই পৰিসমাপ্তি পোৱা উচিত।

মই ভাবো যে শিক্ষা-ক্ষেত্ৰত শাস্তিৰ মূল্য যৎসামান্য, কিন্তু সিও অতি কঠোৰ হোৱা উচিত নহয়। কোনো কটুবাক্য বা তিৰস্কাৰ আদি কৰাকো আমি শাস্তি বুলিয়েই ধৰিম। যদি কাৰোবাক কঠোৰতম্ শাস্তি দিয়া হয় তেতিয়া ক্ষোভৰ স্বাভাৱিক আৰু স্বতঃস্ফূৰ্ত্ত অভিব্যক্তিকেই কঠোৰ শাস্তি বুলি গণ্য কৰিব লাগিব।

এই কথা ঠিক যে বিবেকী পিতা-মাতাই যোগ্য সন্তান লাভ কৰিব পাৰে। লৰা ছোৱালীয়ে তেওঁলোকৰ পিতা-মাতাৰ মৰম বুজিব লাগে। অকল যেবাধ্যতপৰি বা মৰম কৰিব লাগে কাৰণেহে মৰম কৰা হয় এনে নহয়। আন্তৰিক ভালপোৱা আৰু মৰম সন্তানৰ প্ৰতি থাকিব লাগিব—যাৰপৰা লৰা-ছোৱালীয়ে পাব উৎসাহ, উদ্দীপনা আৰু সেই উপলব্ধিতে উন্নতিৰ পথত আগুৱাই যাব পাৰিব। শিশুক কৰ্ত্তব্য বা দায়িত্ব জ্ঞানৰ কথা কৈ লাভ নাই। কাৰণ কোনো শিশুৱেই কৃতজ্ঞতা অনুভৱ নকৰে, মাত্ৰ মৰম প্ৰাণ দি অনুভৱ কৰিব পাৰে। লৰা-ছোৱালীৰ মুখ দেখিলেই ধৰিব পাৰি যে সি কেনে ধৰণৰ মৰম বিচাৰিছে আৰু ঠিক তেনে ধৰণৰ মৰম স্নেহেৰে তাক আপ্যায়িত কৰি

সেই মৰম স্নেহক উপলব্ধি কৰিবলৈ শিশুক সুবিধা দিব লাগে। লৰা-ছোৱালীক ফুৰা চকাৰ বিষয়ে বাধা দিবলৈ যেতিয়া সঙ্গত কাৰণ থাকে তাক তেতিয়া অকণো গোপন নকৰি খুব সাৱধানতাৰে সৈতে বুজাই দিব লাগে। খেল-ধেমালিৰ সময়ত সামান্য দুখ পোৱা বা ভৰি-হাত কটা-মেলাত সিমান বাধা দিব নেলাগে। ডাঙৰে যে এনেবোৰ কথাত কিয় বাধা দিয়ে দুখ পোৱাৰ পিচত শিশুৱে নিজে নিজেই তাক উপলব্ধি কৰিব পাৰে। এই সকলোবোৰ নিয়ম যদি অতি যত্নেৰে সৈতে পালন কৰা হয়, তেতিয়াহলে শিশুৱে কেতিয়াও খুব শাস্তি পাব লগীয়া দোষ নকৰিব।

যেতিয়া কোনো লৰা-ছোৱালীয়ে আন লৰা-ছোৱালীৰ খেল ধেমালিত বা সিহঁতৰ আনন্দত বাধা জন্মায়, তেতিয়া সিহঁতৰ শাস্তি হ'ল আন লৰা-ছোৱালীৰ ওচৰৰপৰা আঁতৰাই নি বেলেগ কৰি ৰখা; কিন্তু সি যে অপৰাধী সেই কথা তাক জানিবলৈ নিদি মাত্ৰ বুজিবলৈ দিব লাগে যে আন লৰা-ছোৱালী সকলোবোৰে মিলি জুলি যি আনন্দ উপভোগ কৰিব পাৰিছে, সেই আনন্দৰপৰা সি নিজৰ দোষতে বঞ্চিত হৈছে। শ্ৰীযুতা মণ্টেচৰীয়ে এনে প্ৰণালীৰ উপকাৰিতাৰ প্ৰত্যক্ষভাৱে প্ৰমাণ পাইছে। যেতিয়াই কোনো শিশুৱে নিজৰ কাম ভালকৈ নকৰি আন শিশুৰ কামত ক্ৰমান্বয়ে বাধা দি আনন্দ পায় তেতিয়াই তাৰ স্বাস্থ্য পৰীক্ষা কৰিব লাগে। আৰু যেতিয়াই জানিব পৰা যায় যে তাৰ স্বাস্থ্য স্বাভাৱিক, তেতিয়াই এনে কাম কৰিলে তাক আন লৰা-ছোৱালীৰ ওচৰৰপৰা আঁতৰাই নিব লাগে (পৃথকীকৰণ প্ৰথা অৱলম্বন কৰিব লাগে)। শ্ৰেণীৰ এটা কোণৰ এখন চকীৰ ওপৰত তাক এনে ভাৱে বহুৱাই থব লাগে যাতে শ্ৰেণীৰ আন লৰা-ছোৱালীবোৰে কাম কৰি কিমান আনন্দ লাভ কৰিব পাৰিছে সি যাতে খুব ভালকৈ দেখিবলৈ পায়। অকলে অকলে বহি থকাতকৈ মিলি-জুলি একেলগে কাম কৰাত যে আনন্দ আছে, সি সেই কথা অতি

সোনকালে বুজিব পাৰে আৰু আনবোৰৰ লগত কাম কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিব। এনে কৰিলে অকল যে সিয়েই নিয়মানুবৰ্ত্তিতা শিকে তেনে নহয়, তাৰ লগৰ আন লৰায়ো, যি বোৰে আগতে এনে কৰিম বুলি ভাবিছিল, সিহঁতবো শুধৰণি হয়।

এই পদ্ধতিৰ সফলতাৰ মূলত অৱশ্যে কেইটি মান কাৰণ আছে। প্ৰধান কাৰণ হল শ্ৰেণীৰ বেছিভাগ শিশুৰ সদ্ব্যৱহাৰ, সকলোৱে যি কয় তাকে শিশুৱে সাধাৰণতে শ্ৰদ্ধাৰে সৈতে পালন কৰিবলৈ বিচাৰে আৰু তাৰ বিৰুদ্ধে কাম কৰিলে সি বুজিবলৈ চেষ্টা কৰে। এনেবোৰ কথা অৱশ্যে এজন সাধাৰণ শিক্ষকে জৰাজীৰ্ণ অৱস্থাৰে কোনো মতে চলাই থকা স্কুল এখনৰ লৰা-ছোৱালীৰ ওপৰত নেখাটে। কাৰণ এনে শিক্ষকে শিক্ষা যে আৰম্ভতেই পৰা বৰ ভালকৈ দিব লাগে তেনে কথালৈ বৰকৈ নেভাবে, মাত্ৰ যি লৰা-ছোৱালীয়ে শিকিবলৈ ভাল পায় তাকে তেওঁলোকে ভালকৈ শিকায়। জ্ঞান আহৰণ সম্পৰ্কে যিটো ভুল কৰা হয় ঠিক সেই ভুলটোকে কেঁচুৱা অৱস্থাত খোৱা শোৱা সম্বন্ধেও কৰা হয়। লৰা-ছোৱালীয়ে কিছুমান সুবিধা পায়, কিয়নো ডাঙৰৰ নিজৰ ভাল লগা অনুসাৰে সিহঁতবো অভ্যাসবোৰ গঠন কৰি লয়। প্ৰথমৰেপৰা যথাৰ্থৰূপে শিক্ষা দান আৰম্ভ কৰিলে কোনো অপ্ৰীতিকৰ ঘটনা ঘটিবৰ আশঙ্কা নেথাকে। উপযুক্ত ভাৱে শিক্ষা দিলে শিশুৱে সেই শিক্ষা লবই। লৰা-ছোৱালীয়ে অতি সহজতে ভাবে যে সিহঁতৰ খোৱা শোৱাৰ একমাত্ৰ কাৰণ যেন পিতা-মাতাক সন্তুষ্ট কৰাটোৱেই। এনে চিন্তাৰে সিহঁতৰ স্নায়ুবোৰৰ ওপৰত অবাঞ্চিত প্ৰতিকাৰ হয়। যেতিয়ালৈকে শিশু কোনো বেমাৰ আদিত নপৰে তেতিয়ালৈকে তাৰ ভোক নলগালৈকে খোৱা বস্তু সেই ভাৱেই পৰি থাকক এনে নীতি শিক্ষাও তাক দিয়াটো উচিত। যি পঢ়া-শুনা কৰিবলৈ অনিচ্ছুক তাক অকলশৰে বহি থাকিবলৈ দিব লাগে। তাৰ এই নিঃসঙ্গ জীৱন অসহনীয় হৈ উঠিব। আৰু আনক শিকা দেখি সিয়ো শিকিবলৈ মন

কৰিব। সকলোবোৰ স্কুলতে একোটাকৈ ডাঙৰ আহল-বহল কোঠা থাকিব লাগে আৰু সেই কোঠাটোত একো বস্তু থাকিব নেলাগিব। যিবোৰে পঢ়িবলৈ মন নকৰে তেনেবোৰ লৰা-ছোৱালীক সেই কোঠা-টোলৈ পঠিয়াই দিব লাগে আৰু দিনটোৰ কাৰণে তাক তাৰপৰা আহিবলৈ আৰু পঢ়া-শুনাত যোগ দিবলৈ দিব নেলাগে। পঢ়াৰ সময়ত যি বেয়া আচৰণ কৰে তাকো সেই কোঠাটোলৈ পঠিয়াই দিব লাগে।

সাধাৰণ অপৰাধ, বিশেষকৈ ব্যৱহাৰ আদিৰ সংশোধনৰ কাৰণে এনেবোৰ সৰু-সুৰা শাস্তিৰ প্ৰয়োজন আছে। যি নিজ ব্যৱহাৰৰ দ্বাৰা শ্ৰদ্ধা আকৰ্ষণ কৰিব পাৰে তাৰ প্ৰশংসা আৰু নিন্দা সৰু-ডাঙৰ সকলো শিশুলৈকে অৰ্থপূৰ্ণ। বিশেষ প্ৰশংসা আৰু তিৰস্কাৰ শিক্ষাৰ অতি প্ৰয়োজনীয়, কিন্তু অতি সাৱধানেৰে তাৰ প্ৰয়োগ হোৱা উচিত। এইবোৰৰ প্ৰয়োগ তুলনামূলক হোৱা উচিত নহয়, কোনো লৰা-ছোৱালীকে সি যে আনতকৈ ভাল কৰিছে বা সি কেতিয়াও বেয়া নহয় এনে কথা কব নেলাগে। প্ৰথমটোত অপমান আৰু দ্বিতীয়টোত ঘৃণা ভাবৰ সৃষ্টি হয়। দ্বিতীয়তে প্ৰশংসাতকৈ তিৰস্কাৰৰ মাত্ৰা খুব কম হোৱা উচিত। সদ্ব্যৱহাৰৰ সম্পৰ্কে কোনো আশাতীত ত্ৰুটি হলে নিৰ্দ্দিষ্ট শাস্তি হিচাপে তিৰস্কাৰ কৰিব লাগে কিন্তু তাৰ যদি সুফল ফলে তেতিয়া আৰু কেতিয়াও দোহা-ৰিব নেলাগে। তৃতীয়তে, অতি সামান্য কথাৰ কাৰণে প্ৰশংসা কৰা উচিত নহয়। সাহসিকতা বা কৌশলৰ নতুন বিকাশ বা চেষ্টা আৰু নিঃস্বাৰ্থপৰতাৰে যদি সি কিবা কামত কৃতকাৰ্য্য হব পাৰে, এনেবোৰ ক্ষেত্ৰত হে প্ৰশংসা অতি প্ৰয়োজনীয়। কোনো টান কামত সফলতা লাভ কৰাৰ ফলত প্ৰশংসিত হোৱা যৌৱনৰ কাৰণে অতি আনন্দময় অভিজ্ঞতা। যদিও আনন্দ লাভৰ ইচ্ছাই তাৰ কাৰ্য্যৰ উদ্দেশ্য হোৱা উচিত নহয়, তথাপি এনে আনন্দৰ ইচ্ছাই তাক আন আন কামলৈ অনুপ্ৰাণিত কৰে।

চৰিত্ৰৰ গুৰু দোষ, যেনে নিষ্ঠুৰতা আদি কেতিয়াবাহে শাস্তিৰে দূৰ কৰিব পৰা যায়। এনে ক্ষেত্ৰত শাস্তিৰ প্ৰয়োগ খুব কম হোৱাই বাঞ্ছনীয়,। জীৱ জন্তুৰ প্ৰতি নিষ্ঠুৰতা লৰা-ছোৱালীৰ মাজত স্বাভাৱিকতে দেখিবলৈ পোৱা যায়। এনেবোৰ মনোভাৱ দূৰ কৰিবৰ কাৰণে উপযুক্ত শিক্ষাৰ আৱশ্যক। কোনো লৰা-ছোৱালীয়ে কোনো প্ৰাণীক কষ্ট দিলে সি শেষ নকৰা পৰ্য্যন্ত আমি বৈ থাকো আৰু শেষত ঠিক সেইদৰেই তাকো আমি কষ্ট দিবলৈ বিচাৰো। এনে নীতি অতি বেয়া। এনে কৰিলে লৰা-ছোৱালীৰ চৰিত্ৰ কেতিয়াও সংশোধন নহয়। আৰু সি কেনেকৈ ধৰা নপৰাকৈ আন প্ৰাণীক যন্ত্ৰণা দিব পাৰে তাকে কৰিবলৈ ধৰে। নিষ্ঠুৰতাৰ আৰম্ভ হওঁতেই আমি বুজা উচিত—তাৰ শেষ কত হব। গতিকেই শিশুক জীৱনৰ মূল্য উপলব্ধি কৰিবলৈ শিকাব লাগে। বৰল, সাপ আদি হিংসুক প্ৰাণী মাৰিবৰ সময়তো তাক খুব ভালকৈ বুজাই দিব লাগে যে কিয় সেইবোৰক মাৰিবৰ প্ৰয়োজন হৈছে। সি যদি আন শিশুৰ ওপৰত কোনো নিষ্ঠুৰ ব্যৱহাৰ কৰে তেনেহলে অনুৰূপ নিষ্ঠুৰ ব্যৱহাৰ তাৰ ওপৰত কৰাও উচিত। সি যেতিয়া প্ৰতিবাদ কৰিব তেতিয়া তাক ভালকৈ বুজাই দিব লাগে যে সি যেনে ব্যৱহাৰ পাবলৈ আশা নকৰে, সিয়ো আনক তেনে ব্যৱহাৰ কৰা উচিত নহয়। আনৰ সুখ-দুখবোধ যে তাৰ সুখ-দুখবোধৰ দৰেই একে, তেতিয়াহে সি সেই কথা ভালকৈ উপলব্ধি কৰিব পাৰিব।

এই শিক্ষা প্ৰণালী শিশুৰ অতি কম বয়সৰপৰাই আৰম্ভ হোৱা উচিত, আৰু অতি সাধাৰণ নিষ্ঠুৰতাৰ ক্ষেত্ৰতো ইয়াক ব্যৱহাৰ কৰিব লাগে। অতি সামান্য ৰকমৰ আঘাত যদি শিশুৱে কাৰবাক কৰে, তেনেহলেও তাক এই শিক্ষা দিব পৰা যায়। শিক্ষা দিবৰ কাৰণেহে যে এনে কৰা হৈছে, শাস্তি দিবৰ কাৰণে

নহয়—এই কথা শিশুক ভালকৈ বুজাই দিব লাগে। এনে উপায়েৰে শিশুৱে সহজতে আনৰ সুখ দুখৰ কথা অনুভৱ কৰিব পাৰিব আৰু তাৰ নিষ্ঠুৰতাই মাৰাত্মক ৰূপ ধাৰণ কৰিবলৈ সুবিধা নেপাব।

সকলোবোৰ নৈতিক শিক্ষাই উপযুক্ত সময়ত আৰু প্ৰত্যক্ষ ভাৱে (বাস্তৱ) হব লাগে। স্বাভাৱিক ভাৱে ঘটা একোটা ঘটনাৰ পৰাই এই শিক্ষাৰ অনুভূতি হোৱা উচিত আৰু বিশেষ ক্ষেত্ৰত যিমান দূৰ আৱশ্যক তাতকৈ বেচি দূৰ অগ্ৰসৰ হোৱা উচিত নহয়। আন আন একে ধৰণৰ কথাত শিশুৱে নিজেই এই নীতি শিক্ষা অৱলম্বন কৰিব। কোনো সাধাৰণ বাস্তৱ ঘটনাৰ মৰ্ম্ম উপলব্ধি কৰাতকৈ সাদৃশ্য থকা কোনো ঘটনাৰ মৰ্ম্ম উপলব্ধি কৰি নীতি প্ৰয়োগ কৰা সহজ। 'নিৰ্ভীক হব লাগে' দয়ালু হব লাগে' আদি নীতি-শিক্ষা নিদি কোনো দুঃসাহসিক কাম কৰিবলৈ তাক অনুপ্ৰেৰণা দিয়া উচিত আৰু সি যেতিয়া তেনে কামত সফলতা লাভ কৰিব পাৰে তেতিয়া তাক নিৰ্ভীক বুলি প্ৰশংসা কৰা উচিত। তাৰ খেলনাবোৰেৰে তাৰ সৰু ভাই ভনীবোৰক খেলিবলৈ দিয়া উচিত। আৰু সি যদি কোনো আপত্তি নকৰাকৈ সিহঁতক খেলিবলৈ দিয়ে তেতিয়াহে তাক দয়ালু বুলি প্ৰশংসা কৰি উৎসাহিত কৰা আৱশ্যক। নিষ্ঠুৰতা সম্বন্ধেও এই নীতি প্ৰযোজ্য। নিষ্ঠুৰতা অকণমান আৰম্ভ হওঁতেই আমি অতি সতৰ্ক হব লাগে, ইয়াক কেতিয়াও বাঢ়িবলৈ সুবিধা দিব নেলাগে।

এনেবোৰ চেষ্টাৰ সত্বেও যদি কিছুমান লৰা-ছোৱালী ডাঙৰ হলে সিহঁতৰ মাজত নিষ্ঠুৰ নিৰ্ম্মমতা দেখিবলৈ পোৱা যায় তেনে হলে সেইটো কোনো বেমাৰ বুলি ধৰি লৈ সেই ৰোগ নিবাৰণৰ কাৰণে অক্লান্ত চেষ্টা কৰিব লাগিব। সিহঁতক শাস্তি দিব লাগিব

কিন্তু সি যে নিষ্ঠুৰ সেই কাৰণে তাক শাস্তি দিয়া হৈছে এনে, ভাব তাৰ মনত জাগি উঠিবলৈ তাক সুবিধা দিব নেলাগে। যেনেকৈ তাৰ আই ওলোৱাৰ সময়ত ভৱিষ্যত বিপদ বোধ কৰিবৰ কাৰণে বিশেষ যত্ন আৰু সাৱধানতাৰ আৱশ্যক, ঠিক সেই দৰেই অপ্ৰীতিকৰ ঘটনা যাতে তাৰ জীৱনত নঘটে সেই কাৰণেই যেন এই শাস্তিৰ প্ৰয়োজন হৈছে। সি যদি বৰ নিষ্ঠুৰ প্ৰকৃতিৰ হৈ উঠে তেতিয়া হলে কিছু দিনৰ কাৰণে তাক আন লৰা-ছোৱালী বা আন প্ৰাণীৰ ওচৰৰপৰা আঁতৰাই থব লাগিব। আৰু তাক ভালকৈ বুজাই দিব লাগিব যে আনৰ লগ লোৱাটো তাৰ পক্ষে নিৰাপদ নহয়। তাৰ প্ৰতি যদি কোনোবাই নিষ্ঠুৰ আচৰণ কৰে তেতিয়া হলে তাৰ কি অৱস্থা হব, সেই কথা তাক খুব ভালকৈ বুজাই দিব লাগিব। নিষ্ঠুৰ আচৰণ তাৰ কাৰণে বৰ বিপদজনক আৰু ভৱিষ্যতে এনে বিপদৰপৰা ৰক্ষা পাবলৈকে যে এনে চেষ্টা কৰা হৈছে, সেই কথাও তাক উপলব্ধি কৰিবলৈ দিব লাগে। কিছুমান ৰোগী শিশুৰ বাহিৰে আন সকলোৰে ক্ষেত্ৰত এই পদ্ধতিৰ ভাল ফল পোৱাৰ সম্ভাৱনা আছে।

দৈহিক শাস্তি কেতিয়াও সঙ্গত নহয়। লঘুপৰিমাণত দিয়া শাস্তিয়ে তাৰ খুব বেচি অনিষ্ট নকৰিলেও একো উপকাৰ কৰিব নোৱাৰে। কিন্তু কঠোৰ শাস্তিয়ে নিষ্ঠুৰতা আৰু বৰ্ব্বৰতাহে সৃষ্টি কৰে। শাস্তিদাতাৰ প্ৰতি যে অনেক সময়ত কোনো খঙৰ ভাব নজন্মে ই সঁচা। য'ত অতি অলপ কথাতে শাস্তি দিয়া হয় তাত শিশুৱে শাস্তি ল'বলৈ অভ্যস্ত হয়। আৰু এনেবোৰ শাস্তিক প্ৰাকৃতিক নিয়ম বুলি ধৰি লয়। কিন্তু ইয়াৰ বিষময় পৰিণাম এই যে—শিশুবিলাকৰ মন এনে ধাৰণা কৰিবলৈ অভ্যস্ত হয় যে কৰ্ত্তৃত্ব ৰক্ষা কৰিবৰ কাৰণে শাস্তি দান কেৱল অপৰিহাৰ্য্যই নহয় ন্যায়সঙ্গতো—যাৰ উচ্চপদ আৰু ক্ষমতা লাভৰ সম্ভাৱনা

আছে, তেওঁলোকক এনে শিক্ষাদান কৰাটো অতি বিপদজনক। পিতা-মাতা আৰু সন্তানৰ মাজত বা শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজত যি প্ৰাণ খোলা মধুৰ সম্বন্ধ থকা প্ৰয়োজনীয় সেই সম্বন্ধকো এনে শাস্তি দান প্ৰথাই বিনাশ কৰি পেলায়। প্ৰকৃত মৰম স্নেহ লাভ কৰাটোৱেই শিশু-জীৱনৰ আনন্দৰ এটা প্ৰধান উৎস। যেহেতু আমাৰ পূৰ্ব্বপুৰুষসকল সেই আনন্দৰ লগত পৰিচিত নাছিল, সেই কাৰণে তেওঁলোকে বেগতে বুজিব নোৱাৰে যে লৰা-ছোৱালীক শাস্তি দি কিমান এটা ডাঙৰ সম্পদ হেৰুৱাইছে। তেওঁলোকে লৰা-ছোৱালীক শিক্ষা দিয়ে যে পিতা-মাতাক ভাল পোৱাটো "কৰ্ত্তব্য" আৰু লৰা-ছোৱালীৰ প্ৰতি এনেকুৱা ব্যৱহাৰ কৰিছিল যে সেই কৰ্ত্তব্য পালন কৰা প্ৰায় দুঃসহ হৈ উঠিছিল। মৰম স্নেহ যে কৰ্ত্তব্যৰ দৰে জোৰ কৰি আদায় কৰিব নোৱাৰি এই বিশ্বাস যিমান দিনলৈকে মানুহৰ মনত বদ্ধমূল হৈ আছিল সিমান দিনলৈকে প্ৰকৃত আবেগ ৰূপে মৰম চেনেহ পাবলৈ তেওঁ আশা কৰিব নোৱাৰিছিল। ইয়াৰ ফলত মানুহৰ সম্বন্ধ সম্পূৰ্ণ নিৰ্ম্মম আৰু নিষ্ঠুৰ হৈ পৰিছিল। যি মানুহে নাৰীৰ ওপৰত হাত তোলাৰ কথা কল্পনাও কৰিব নোৱাৰে তেনে মানুহেই আকৌ নিৰাশ্ৰয় শিশুক যন্ত্ৰণা দিয়াটো অতি আচৰিত কথা! যোৱা এক শতাব্দী ধৰি দয়ালু পিতা-মাতাই সন্তানৰ প্ৰতি উন্নততৰ ধাৰণাত প্ৰতিষ্ঠা লাভ কৰিব পাৰিছে আৰু তাৰ ফলত শাস্তি দিয়াৰ সকলো নীতি পৰিবৰ্ত্তন হৈছে। শিক্ষা ক্ষেত্ৰত যি উন্নততৰ ভাবধাৰা প্ৰৱৰ্ত্তিত হৈছে সেই ভাবধাৰা আন আন ক্ষেত্ৰতো যে প্ৰসাৰতা লাভ কৰি মানুহৰ প্ৰতি মানুহৰ ব্যৱহাৰ সুনিয়ন্ত্ৰিত কৰিব পাৰিব, তাত কোনো সন্দেহ নাই। কাৰণ সন্তানৰ প্ৰতি পিতা-মাতাৰ ব্যৱহাৰ সুনিয়ন্ত্ৰিত হোৱাৰ যি প্ৰয়োজন, মানুহৰ প্ৰতি মানুহৰো তেনে ব্যৱহাৰৰ প্ৰয়োজন আছে।

# দশম অধ্যায়

## সঙ্গীৰ প্ৰয়োজনীয়তা

শিশু-চৰিত্ৰ গঠন কৰিবৰ কাৰণে পিতা-মাতা আৰু শিক্ষকৰ কি কৰ্ত্তব্য তাৰ বিষয়ে আলোচনা কৰা হৈছে যদিও প্ৰয়োজনীয় এনেকুৱা কিছুমান কাম আছে—যি বোৰ আন লৰা-ছোৱালীৰ সহায় নহলে সম্পন্ন হোৱা টান। লৰা-ছোৱালীৰ বয়স বঢ়াৰ লগে লগে সঙ্গীবো আৱশ্যক হৈ পৰে। বিশ্ববিদ্যালয়ত পঢ়িবৰ সময়ত এই সঙ্গীৰ প্ৰয়োজন সকলোতকৈ বেচি হৈ পৰে। জন্মৰ অলপ দিনৰ পিচলৈকে লগৰীয়াৰ কোনো আৱশ্যক নাই। প্ৰথম বছৰৰ শেষৰ তিনিমাহ কিছু পৰিমাণে লগৰীয়াৰ দৰকাৰ হৈ পৰে। সেই সময়ত অলপ বেচি বয়সীয়া সঙ্গীৰপৰা শিশুৰ কিছু উপকাৰ হয়। কোনো এটা পৰিয়ালৰ প্ৰথম সন্তানটোৱে সাধাৰণতে খোজকাঢ়োতে বা কথা কওঁতে অলপ বেলি হয়। কাৰণ ডাঙৰবিলাক এইবোৰ কামত ইমান নিপুণ যে শিশুৰ পক্ষে সেই কাম অতি সহজে অনুকৰণ কৰা সম্ভৱ নহয়। এবছৰ বয়সীয়া শিশুৰ কাৰণে তিনি বছৰ বয়সীয়া সঙ্গীয়েই উৎকৃষ্ট। কাৰণ ডাঙৰটোৱে যি কৰিব সৰুটোৱেও তাকে দেখি দেখি অনুকৰণ কৰিবলৈ শিকে। ডাঙৰটোৰ কাৰ্য্য-কলাপবোৰ সৰুটোৰ কাৰণে অতিমানৱৰ কাম যেন নেলাগে। শিশুৱে বয়সিয়াল লোকতকৈ সৰু লৰা-ছোৱালীৰ লগত বেচি ঘনিষ্ঠ সম্বন্ধ ৰাখিবলৈ ভাল পায় আৰু সিহঁতৰ আশা-আকাঙ্ক্ষাও আন লৰা-ছোৱালীৰদ্বাৰাই অনুপ্ৰাণিত হয়। বেচি ভাগ শিশুৱেই সুবিধা পালেই সিহঁততকৈ অলপ বেচি বয়সীয়া লৰা-ছোৱালীৰ লগত খেলিবলৈ ভাল পায আৰু তেনে কৰাত সিহঁত উৎফুল্ল হয়। কিন্তু অলপ বয়সীয়াবোৰে আকৌ তাতোকৈয়ো বেচি বয়সীয়াবোৰৰ লগত খেলি ভাল পায়। ফলত স্কুলত বা যি কোনো ঠাইতে য'ত বেচিকৈ

লৰা-ছোৱালী গোট খায় তেনে ঠাইত সমবয়স্ক শিশুৱে একেলগে খেল-ধেমালি কৰে। কাৰণ বেচি বয়সৰবোৰে কম বয়সৰবোৰৰ লগত খেলিব নোখোজে। এই দৰে চিন্তা কৰিলে দেখা যায় যে বয়সিয়াল লৰা-ছোৱালীৰপৰা পাবলগীয়া শিক্ষা খিনিৰ সুযোগ নিজ পৰিয়ালৰ মাজতে থকা লৰা-ছোৱালীৰপৰাই লব পৰা যায়। কিন্তু ইয়াৰ এটা ত্ৰুটি এই যে প্ৰত্যেক পৰিয়ালৰ সকলোতকৈ ডাঙৰ সন্তানটিয়ে এনে প্ৰকাৰে শিক্ষা লাভ কৰা সম্ভৱ নহয়। একেটা কাৰণতে সৰু সৰু পৰিয়ালো শিশু শিক্ষাৰ পক্ষেও অনুকূল নহয়। এই কাৰণেই নাৰ্চাৰি স্কুলৰ কথা সহজেই আহি পৰে।

ডাঙৰ সৰু সকলোবোৰ শিশুৰেই সিহঁতৰ নিজ নিজ ভাবধাৰা আছে। সিহঁতৰ এই ভাবধাৰা পৰিয়ালৰ মাজতে আৱদ্ধ থাকে। উচ্চাকাঙ্ক্ষা জগাই তুলিবলৈ অলপ বয়সিয়াল লৰা-ছোৱালীৰ বিশেষ প্ৰয়োজন। বয়সিয়াল লৰা-ছোৱালীৰ খেল-ধেমালিত যোগ দিবলৈ সৰুবোৰে প্ৰাণপণে চেষ্টা কৰে। ডাঙৰ লৰা-ছোৱালীবোৰে নভবা নিচিন্তাকৈ স্বাভাৱিক ভাৱে সিহঁতৰ লগত খেলে। সিহঁতৰ লগত কেনে ধৰণেৰে খেলা ভাল, সেই কথা সিহঁতে কেতিয়াও বিবেচনা কৰি নেচায়। কোনো বয়সিয়াল লোকৰ পক্ষে ঠিক এনে ধৰণৰ অবিবেচনা অসহনীয়। কাৰণ বয়সিয়ালসকল ক্ষমতা আৰু অধিকাৰ সম্পন্ন আৰু শিশুক আনন্দ দিবৰ কাৰণেই তেওঁলোকে শিশুৰ লগত খেল-ধেমালিত যোগ দিয়ে। নিজে আনন্দ লাভ কৰিবলৈ যে শিশুৰ লগত খেলে, তেনে নহয়, সাধাৰণতে শিশুৱে বয়সিয়ালসকলতকৈ নিজৰ ভাই-ভনীৰ কথাহে বেচি শুনে। আন আন লৰা-ছোৱালীৰপৰাই শিশুৱে সাধাৰণতে সহযোগিতাৰ শিক্ষা পায়। যেতিয়া বয়সিয়াল লোকে সহযোগিতা শিকাবলৈ যায় তেতিয়া তেওঁলোকে নিৰ্দ্দয় আৰু কপটতা এই দুটা ভাবৰ এটা গ্ৰহণ কৰিব লগা হয়। যদি তেওঁলোক শিশুৰপৰা প্ৰকৃত সহযোগিতা দাবী কৰিব খোজে তেন্তে তেওঁলোক নিৰ্দ্দয় হ'ব লগা হয়

আৰু যদি আপাতদৃষ্টিত দেখা সহযোগিতাত তেওঁলোক সন্তুষ্ট হয় তেন্তে তেওঁলোকে কপটতাৰ আশ্ৰয় ল'ব লাগে। বয়স্ক আৰু শিশুৰ মাজত প্ৰকৃত অথবা ভাওজোৰা সহযোগিতা যে সদায় পৰিহাৰ কৰিব লাগিব এনে নহয়, কিন্তু অলপ বেচি বয়সীয়া বা কম বয়সীয়া শিশু বোৰৰ মাজত স্বতঃস্ফূৰ্ত্ত ভাৱে যি দৰে সহযোগিতা দেখা যায় বয়সিয়াল বিলাকৰ লগত সহযোগিতাৰ সময়ত সিহঁতৰ সেই সহযোগিতাত আনন্দৰ অভাৱ ঘটে। সেই কাৰণে এনে সহযোগিতাই শিশু আৰু বয়সিয়াল কাকো বহুত সময়লৈ স্থায়ী আনন্দ দিব নোৱাৰে।

প্ৰকৃতপক্ষে শৈশৱ আৰু যৌৱন কালটোত অলপ বেচি বয়সীয়া বিলাকে অলপ কম বয়সীয়াবিলাকক নানা বিষয়ত শিক্ষাৰ বিশেষ সাহায্য কৰিব পাৰে। আন কি বিশ্ববিদ্যালয়তো ওপৰৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীবিলাকৰপৰা তলৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীবোৰে নানা ধৰণৰ শিক্ষা লাভ কৰা দেখা যায়।

সৰু সৰু লৰা-ছোৱালীৰ বিশেষকৈ তিনি বছৰৰপৰা ছবছৰীয়া লৰা-ছোৱালীৰ কাৰণে সিহঁতকৈ কম বয়সীয়া লৰা-ছোৱালীৰ সাহচৰ্য্যৰ প্ৰয়োজন আছে। ই ঘাইকৈ নৈতিক শিক্ষাৰ বাবে দৰকাৰী। যেতিয়ালৈকে শিশু বয়স্কৰ মাজত থাকে, তেতিয়ালৈকে সি বলীয়ে নিৰ্ব্বলীৰ প্ৰতি আচৰণ কৰিবলগীয়া কিছুমাণ গুণৰ অভ্যাস কৰিবৰ সুযোগ নেপায়। শিশুৱে শিকা উচিত যে সৰু ভাই-ভনীৰপৰা কোনো বস্তু কাঢ়ি নিব নেপায়, যদি সৰুটোৱে ডাঙৰটোৰ খেলনা বা ইটাৰে সজা ঘৰ আদি ভাঙি পেলায়, তেতিয়াও বৰকৈ খং কৰিব নেপায় আৰু সি যিবোৰ খেলনা ব্যৱহাৰ কৰা নাই সেইবোৰ আনে খুজিলে নিদিয়াকৈ থাকিব নেপায়। এইবোৰ শিক্ষা শিশুক দিব লাগে। শিশুৱে জানিব লাগে যে নিষ্ঠুৰ ভাৱে ব্যৱহাৰ কৰিলে সৰু লৰা-ছোৱালীয়ে মনত বৰ দুখ পায় আৰু তাৰ বিবেকহীন ব্যৱহাৰত তাভকৈ সৰু শিশুৱে চকুপানী পেলাব লগা হলে সি অনুতপ্ত হব লাগে। শিশুক

ৰক্ষা কৰিবৰ কাৰণে চিঞৰ বাখৰ কৰাৰ কোনো অৰ্থ নাই। চিঞৰ বাখৰৰ অস্বাভাৱিকতাই শিশুৰ মনত দাগ বহুৱাইহে দিয়ে। এই সকলো বোৰ খুব প্ৰয়োজনীয় শিক্ষা আন কোনো প্ৰকাৰে শিশুক দিয়া সম্ভৱ নহয়। লৰা-ছোৱালীবোৰক জটিল নৈতিক শিক্ষা দিয়া নিৰ্ব্বুদ্ধিতা আৰু সময়ৰ অপচয় মাত্ৰ। সকলোবোৰ নৈতিক শিক্ষা বাস্তৱধৰ্ম্মী আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ অনুগামী হব লাগে। নহলে ডাঙৰৰ কাৰণে যিটো নীতি শিক্ষা সেইটো লৰা-ছোৱালীৰ কাৰণে কোনো যান্ত্ৰিক শিক্ষাৰ দৰে হৈ পৰিব। কামবোৰ কি ধৰণৰে কৰিব লাগে তাক দেখুৱাই দিয়া হৈছে বুলি শিশুৱে অনুভৱ কৰে। সেই কাৰণে দৃষ্টান্ত শিশুৰ কাৰণে অতি প্ৰয়োজনীয়,—যদি কোনো লৰা-ছোৱালীয়ে কাঠ মিস্ত্ৰিক কাঠৰ কাম কৰা দেখে তেতিয়া হলে সেই মিস্ত্ৰিৰ কৌশল বা সঞ্চালন শিশুৱে অনুকৰণ কৰিবলৈ ধৰে। যি শিশুৱে তাৰ পিতা-মাতাক সদায় বিবেচক যেন দেখিছে, সিও তেনে হবলৈ শিকে। সি যিহকে অনুকৰণ কৰিবলৈ শিকে তাৰ প্ৰতিটো ক্ষেত্ৰতে একোটা প্ৰশ্ন জড়িত। যি পিতাই পুত্ৰক পণ্ডিত কৰিব খোজে, কিন্তু নিজে কেতিয়াও পুথি আদি নপঢ়ে তেনেহলে সেই পিতাৰ আশা কিমান দূৰনো সফল হব? সেই শিশুৱে পিতাককহে বেচিকৈ অনুকৰণ কৰিব। তেওঁ যদি নিজ পুত্ৰক দয়ালু আৰু বিবেচক কৰিব খোজে তেনেহলে তেওঁৰ কথাই কামে তেনে হব লাগিব। তেওঁৰ নিষ্ঠুৰতা, নিৰ্দ্দয়তা এৰি দিব লাগিব। পিতাই যদি পুত্ৰক কয় যে সৰু ভনীয়েকৰ প্ৰতি মৰমিয়াল্ হব লাগে, অথচ নিজে সৰু ছোৱালীজনীৰ প্ৰতি নিষ্ঠুৰ ব্যৱহাৰ কৰে, তেতিয়া হলে তেনে শিশুৱে কেতিয়াও ভনীয়েকৰ প্ৰতি মৰমিয়াল হব নোৱাৰে। সেই কাৰণে যি বোৰ কাম সৰু লৰা-ছোৱালীৰ কান্দোনৰ কাৰণ হৈ পৰে তেনেবোৰ কাম নকৰি ডাঙৰটোকে সেইবোৰ কথা ভালকৈ শিকাই দিব লাগে—যাতে সৰুটোৱে তাক সহজতে অনুকৰণ কৰিব পাৰে। এনে ভাৱে কিছুমান সৰু কামৰ শিক্ষা দিয়াটো অতি

প্ৰয়োজনীয়; যেনে নাক কেনেকৈ পৰিষ্কাৰ কৰিব লাগে ইত্যাদি। নাক কেনেকৈ পৰিষ্কাৰ কৰিব লাগে তাকে নিশিকাই যদি নাক পৰিষ্কাৰ নকৰাৰ কাৰণে তাক অযথা খং কৰা হয় তেতিয়া হলে শিশুৱে পিতা মাতা বা আন বয়সিয়াল মানুহক নিৰ্দ্দয় বুলি ধৰি লব আৰু নিজেও সেই প্ৰবৃত্তিক সু-সংযত কৰিব নোৱাৰিব।

যদিও লৰা-ছোৱালীক কম আৰু বেচি বয়সীয়া সঙ্গী লাগে তথাপি চাৰি বছৰৰ বেচি বয়সৰ লৰা-ছোৱালীৰ কাৰণে সমবয়সীয়া সঙ্গীৰ অতি আৱশ্যক। বৰ্ত্তমান জগতৰ বেচিভাগ অসমতাই কৃত্ৰিম আৰু আমি এনেবোৰক অৱজ্ঞা কৰি চলিব পাৰিলে বৰ ভাল হয়। ধনী মানুহে বান্ধনীতকৈ নিজক শ্ৰেষ্ঠ বুলি ভাবি নিজৰ বন্ধু-বান্ধৱতকৈ তেওঁলোকৰ লগত বেলেগ ব্যৱহাৰ কৰে, আৰু তেওঁলোকেই আৰু বেচি ধনী মানুহৰ ওচৰত নিজক সৰু বুলি ভাবি তেওঁলোকৰ লগত যেনে ব্যৱহাৰ কৰে তাৰপৰাই তেওঁলোকৰ আত্মসম্মান জ্ঞানৰ পৰিচয় পোৱা যায়। উভয় ক্ষেত্ৰতে তেওঁলোকৰ ব্যৱহাৰ ভুল। বান্ধনী আৰু সম্ভ্ৰান্ত দুয়োৰেই প্ৰতি সমান ব্যৱহাৰ কৰা বাঞ্ছনীয়। যাৰ ব্যৱহাৰ কৃত্ৰিম নহয় তেওঁ যৌৱন কালতেই ধৰ্ম্মগুৰুৰ দৰে উচ্চস্থান লাভ কৰিব পাৰে। কিন্তু তাৰ কাৰণে সামাজিক ব্যৱহাৰ আৰু সকলো বাঞ্ছনীয় কাম-কাজ এক মাত্ৰ সমবয়সীয়াৰ লগৰীয়াৰপৰাহে ভালকৈ শিকিব পাৰি। সকলো ধৰণৰ খেল-ধেমালি, প্ৰতিযোগিতা আদি সমান বয়সৰ সমনীয়াৰ লগতহে হোৱা উচিত। সহপাঠীবোৰৰ নিন্দা আৰু প্ৰশংসা প্ৰতি লৰা-ছোৱালীৰে সাহস আৰু চৰিত্ৰৰ ওপৰত নিৰ্ভৰ কৰে। সেই কাৰণে এইবোৰত সমনীয়াৰ অভিমতৰ গুৰুত্ব যথেষ্ট। আনফালে মৰমিয়াল পিতা-মাতাই লৰা-ছোৱালীক বৰ আলসুৱা কৰি তোলে আৰু নিমৰমিয়াল পিতা মাতাই লৰা-ছোৱালীৰ স্বতঃস্ফূৰ্ত্ত ক্ষমতাত বাধা জন্মায়। সমনীয়াইহে মাত্ৰ সহযোগিতা কৰি স্বাভাৱিক অনুভূতি জগাই তোলাত সুবিধা দিব পাৰে। অবাধ প্ৰতিযোগিতা আৰু সুস্থ সহযোগিতাৰ স্বতঃস্ফূৰ্ত্ত

চেষ্টাৰ কেৱল মাত্ৰ সমবয়সীয়াবোৰৰপৰাই আহে। লৰা-ছোৱালীয়ে আত্মসম্মান আৰু বিচাৰ বিবেচনা সমনীয়াৰপৰা উৎকৃষ্ট ভাৱে শিকিব পাৰে। অথচ এনে শিক্ষাত অত্যাচাৰ অথবা নীচতাৰ স্থান নেথাকে। এই সকলোবোৰ কথাতে ভাল স্কুলত যিবোৰ সুবিধা দিব পাৰে, পিতা-মাতাই নানা চেষ্টা কৰিও সেই শিক্ষা দিব নোৱাৰে।

এইবোৰৰ উপৰিও আৰু এটা অতি আৱশ্যকীয় কথা এই যে লৰা-ছোৱালীয়ে দেহে প্ৰাণে বিচাৰে খেলিবলৈ, আৰু প্ৰথম দুই এক বছৰৰ পিছৰপৰাই সিহঁতে সমনীয়াৰ লগত খেলিবলৈ নেপালে সিহঁতৰ মনে শান্তি নেপায়, আৰু লৰা-ছোৱালীয়ে যদি ভালকৈ আৰু বেচিকৈ খেল ধেমালি কৰিবলৈ নেপায় তেতিয়াহলে সিহঁতৰ মন অৱসাদগ্ৰস্ত আৰু বৰ দুৰ্ব্বল হৈ পৰে। এনে অৱস্থাই লৰা-ছোৱালীৰ জীৱনৰ আনন্দ বিনাশ কৰে আৰু সিহঁত হৈ পৰে দুশ্চিন্তাগ্ৰস্ত। এই কথাৰ দৃষ্টান্ত স্বৰূপে জন্ স্টুৱাৰ্ট মিলৰ ( John Stuart Mill ) বাল্য শিক্ষাৰ সম্বন্ধে উল্লেখ কৰিব পাৰি। অৱশ্যে মিলক যি দৰে শিক্ষা দিয়া হৈছিল সেই দৰে যি কোনো শিশুকে শিক্ষা দিব পাৰি। তিনি বছৰ বয়সতেই শিশুক গ্ৰীক শিকোৱা আৰম্ভ কৰিব পাৰি কিন্তু সি কেতিয়াও শিশুসুলভ আনন্দ উপভোগ কৰিব নোৱাৰে। কেৱল মাত্ৰ জ্ঞান লাভৰ ফালৰপৰা ইয়াৰ ফল ভাল হব পাৰে, কিন্তু গোটেই জীৱনৰ পক্ষে এনে ব্যৱস্থা প্ৰশংসাৰ যোগ্য নহয়। কিন্তু তেওঁ তেওঁৰ আত্ম-জীৱনীত লিখিছে যে সকলোবোৰ সুৰ সাধন শেষ হলে তেওঁ কি কৰিব ইয়াকে ভাবি অস্থিৰ হৈ যৌৱনৰ এদিনাখন তেওঁ আত্মহত্যাৰ কথাহে ভাবিছিল। ই স্পষ্ট যে এনে ধৰণৰ মনোভাব স্নায়ৱিক ক্লান্তিৰ লক্ষণ। লাহে লাহে তেওঁ যেতিয়া ডাঙৰ হৈ আহিল তেতিয়া কোনো প্ৰসঙ্গত দেউতাকৰ চিন্তাধাৰা

ভুলৰ ওপৰত প্ৰতিষ্ঠিত বুলি কথাটো উঠিলেই তেওঁ লাজ পাই ভয় খোৱা যোঁবাৰ .দৰে কথাটো একেবাৰে বাদ দিছিল। ইয়াৰ ফলত তেওঁৰ বিচাৰক্ষমতা বৰকৈ কমি গৈছিল। যদি তেওঁ যৌৱন অৱস্থাটো আৰু সুন্দৰ আৰু নিয়মিত ভাৱে অতিবাহিত কৰিব পাৰিলে-হেঁতেন, তেতিয়া তেওঁৰ চিন্তাধাৰা সবল আৰু মৌলিক হলহেঁতেন। অন্ততঃ জীৱনক উপভোগ কৰিব পৰা শক্তি তেওঁ লাভ কৰিব পৰিলে হেঁতেন।

এই সকলোবোৰ যুক্তি থকা সত্ত্বেও মই এইটো কথা স্বীকাৰ কৰিবলৈ প্ৰস্তুত যে এনে কিছুমান লৰা-ছোৱালী আছে যিবিলাকে একেবাৰে স্কুললৈ যোৱা উচিত নহয়, কিন্তু তেওঁলোকেই আকৌ একো একো জন অসাধাৰণ মেধা সম্পন্ন লোক হৈ জগতত কৃতিত্ব লাভ কৰিব পাৰে। যি লৰাৰ স্বাস্থ্য বৰ বেয়া আৰু স্নায়ু বৰ দুৰ্ব্বল, অথচ কোনো কোনো ক্ষেত্ৰত যি অসাধাৰণ মানসিক শক্তিসম্পন্ন, তেনে লৰাই স্বাভাৱিক মানসিক শক্তিবিশিষ্ট আন লৰা-ছোৱালীৰ লগত বেগতে নিজক খাপ খুৱাব নোৱাৰে, আৰু লগৰীয়াবোৰে তেনে লৰাক ইমান বেচিকৈ জোকাবলৈ ধৰিব যে তাৰ শেষত বলিয়া হৈ যোৱাৰো ভয় থাকিব পাৰে। মানসিক চঞ্চলতাৰ লগত অসাধাৰণ ক্ষমতাৰ সংযোগ বিৰল নহয়। সেই কাৰণে এনেবোৰ ক্ষেত্ৰত যিবোৰ ব্যৱস্থা স্বাভাৱিক ক্ষমতাসম্পন্ন লৰা-ছোৱালীৰ বিপক্ষেও যায় তেনে ব্যৱস্থাকে গ্ৰহণ কৰা উচিত। এই অস্বাভাৱিক ভাবপ্ৰৱণতাৰ কিবা কাৰণ আছেনে নাই তাক উলিয়াবলৈ বেচ যত্ন কৰিব লাগে আৰু সেই কাৰণবোৰ দূৰ কৰিবলৈ ধৈৰ্য্যেৰে সৈতে চেষ্টা কৰিব লাগিব। কিন্তু অস্বাভাৱিক মানসিক অৱস্থাবিশিষ্ট লৰাই লগৰীয়াবোৰৰপৰা যি ভীষণ যন্ত্ৰণা সহিব লগা হয় এই চেষ্টাৰ মাজত তেনেকুৱা যন্ত্ৰণাৰ কোনো স্থান থাকিব নেলাগে। সাধাৰণতে ভুলকৈ শিশুক ডাঙৰ-দীঘল কৰাৰ ফলতে এনেবোৰ ঘটে। পিতা-মাতাৰ কোনো ভুলৰ কাৰণেই হয়তো

শিশুৰ জীৰ্ণ শক্তি নষ্ট হয় বা সিহঁতৰ স্নায়ুবোৰ দুৰ্ব্বল হৈ পৰে। অতি সাৱধান আৰু যথোপযুক্তভাৱে শিশুক তুলি-তালি ডাঙৰ-দীঘল কৰিলে সকলো শিশু সুস্থ আৰু সবল হৈ পৰিব,—আন লৰা-ছোৱালীৰ সঙ্গয়ো সিহঁতক খুব আনন্দ দিব। মাত্ৰ অসাধাৰণ প্ৰতিভাসম্পন্ন লৰা-ছোৱালীৰ কাৰণেহে স্বাভাৱিক নিয়মৰ ব্যতিক্ৰম হব পাৰে। এনেবোৰ লৰা-ছোৱালীৰ কাৰণে স্কুলীয়া শিক্ষা ৰক্ষণীয় নহয়,—শৈশৱ আৰু কৈশোৰত তেনে লৰা-ছোৱালীক স্কুলীয়া পৰিবেশৰপৰা সুৰক্ষিত কৰি ৰখাটোহে বাঞ্ছনীয়।

———

# একাদশ অধ্যায়

## মৰম চেনেহ আৰু সহানুভূতি

বহুতে হয়তো ভাবিব পাৰে যে চৰিত্ৰৰ মূল বস্তু মৰম চেনেহৰ বিষয়ে ইয়াত উল্লেখ কৰা হোৱা নাই। ভাল কামৰ কাৰণে প্ৰেম আৰু জ্ঞান দুয়োটাই অতি আৱশ্যকীয়। এই কথা নকলেও হব যে নৈতিক শিক্ষাৰ প্ৰসঙ্গত প্ৰেমৰ সম্পৰ্কে আমি কোনো আলোচনা এতিয়ালৈকে কৰা নাই; কাৰণ মৰম চেনেহ শিশুৰ জীৱনত বিভিন্ন স্তৰৰ মাজেদি কৰি অহা কামবোৰৰ ফল স্বৰূপ নহৈ তেওঁৰ প্ৰতি উপযুক্ত ব্যৱহাৰৰ ফল স্বৰূপ হব লাগে। বেলেগ বেলেগ বয়সৰ বেলেগ বেলেগ মনোবৃত্তিৰ লৰা-ছোৱালীয়ে কেনে ধৰণৰ মৰম চেনেহ পাব লাগে তাৰ বিষয়ে স্পষ্ট ধাৰণা আমাৰ থকা উচিত। দহ বাৰ বছৰৰপৰা আৰম্ভ কৰি যৌৱনাৱস্থা পূৰ্ণ হোৱালৈকে লৰা সাধাৰণতে একেবাৰে দয়া মমতাশূন্য হোৱাটো স্বাভাৱিক। আৰু তাক জোৰ কৰি মৰমিয়াল কৰিবলৈ যোৱাটো বৃথা চেষ্টা। পূৰ্ণ বয়স্কতকৈ যৌৱনাৱস্থাত সহানুভূতি দেখুৱাবলৈ খুব কম সুযোগেই পোৱা যায়; কিয়নো যৌৱন অৱস্থাত যুৱক যুৱতীৰ মৰম চেনেহ প্ৰকাশ কৰাৰ ক্ষমতাৰ অভাৱ হয় আৰু তেওঁলোকে নিজ নিজ জীৱনৰ শিক্ষা দীক্ষাৰ বিষয়ে বেচি ভাবিবলগীয়া হয়। সেইবোৰ কাৰণে সকলোতেই বৰ লৰালৰিকৈ শিশুৰ মনত মৰম চেনেহ আৰু সহানুভূতি জগাই তুলিবলৈ চেষ্টা নকৰি তেওঁলোক ডাঙৰ হলে কেনেকৈ স্নেহশীল আৰু সহানুভূতি-শীল হব পাৰে তালৈহে বেচি চেষ্টা কৰিব লাগে। মৰম চেনেহ কৰ্ত্তব্য হিচাপে থাকিব নোৱাৰে, পিতা-মাতা, ভাই-ভনী আদিক ভাল পোৱাটো যদিও কৰ্ত্তব্য, তথাপি শিশুক সেই বিষয়ে সজাগ কৰি দিয়াৰ কোনো অৰ্থ নাই। যি পিতা-মাতাই শিশুৰপৰা মৰম চেনেহ পাবলৈ আশা কৰে, তেওঁলোকৰ ব্যৱহাৰ শিশুৰ প্ৰতি এনে হোৱা

উচিত যে সিহঁতে আপোনা-আপুনিয়েই যাতে তেওঁলোকক ভাল পাবলৈ শিকে। আকৌ যিবোৰ শাৰীৰিক আৰু মানসিক গুণে শিশুক মৰমিয়াল কৰি তোলে তেনেবোৰ গুণৰ অধিকাৰী কৰি তোলা কৰ্ত্তব্য।

অকল যে পিতা-মাতাক মৰম কৰিবলৈকে লৰা-ছোৱালীক আদেশ দিব নেলাগে তেনে নহয়, এনে উদ্দেশ্যৰে আন কোনো পন্থাও অবলম্বন কৰিব নেলাগে। এই ক্ষেত্ৰত যৌন-প্ৰীতিতকৈ পিতা-মাতাৰ মৰম চেনেহ একেবাৰে বেলেগ। পিতা-মাতাৰ মৰম একেবাৰে নিঃস্বাৰ্থ। তেওঁলোকে নিজৰ মৰমৰ বিনিময়ত একো নিবিচাৰে। কুসংস্কাৰমুক্ত স্বাভাৱিক চেনেহৰ ফলত পিতা মাতাই লৰা-ছোৱালীক নিজৰ দেহৰ এটা বাহিৰা অংশ বুলি ভাবে। আমাৰ শৰীৰৰ কোনো অংশ যদি বিকল হৈ যায় তেনেহলে নিজৰ স্বাৰ্থৰ কাৰণেই আমি তাৰ যত্ন লম। আৰু আমি কেতিয়াও আশা কৰিব নোৱাৰোঁ যে সেই অঙ্গটো ভাল হোৱাৰ পাচত আমাৰ প্ৰতি কৃতজ্ঞ হব। অসভ্য তিৰুতাৰ ভিতৰতো সেই একে কথাই খাটে। তাই নিজৰ ভালৰ কাৰণে যেনেকৈ চিন্তে, ঠিক তেনে ধৰণেৰেই নিজ সন্তানৰ ভালৰ কাৰণেও চিন্তা কৰে; বিশেষকৈ যেতিয়ালৈকে শিশুটো কেঁচুৱা অৱস্থাত থাকে তায়ো কোনো প্ৰতিবাদ নকৰাকৈয়ে তাইৰ সন্তানটো ডাঙৰ কৰে আৰু তাৰ বিনিময়ত একো নিবিচাৰে। যেতিয়ালৈকে শিশুটো নিঃসহায় হৈ থাকে তেতিয়ালৈকে তাইৰ তাৰ প্ৰতি সেইটো কৰ্ত্তব্য। কিন্তু লাহে লাহে যেতিয়া সি ডাঙৰ হৈ আহে তেতিয়া তাৰ প্ৰতি তাইৰ মৰম কমি আহে আৰু মৰমৰ পৰিবৰ্ত্তে তাই প্ৰয়োজনীয় দাবী তাৰ ওপৰত কৰিব পাৰে। পোৱালিবোৰ ডাঙৰ হোৱাৰ লগ লগেই পশুৰ মাতৃত্ব ভাব নাইকিয়া হৈ যায়, আৰু কোনো ধৰণৰ দাবী পোৱালিৰ ওপৰত নেথাকে; কিন্তু আদিম যুগৰেপৰা দেখা যায় যে মানুহৰ এই মৰম চেনেহ বেলেগ ধৰণৰ। বুঢ়া মাক-দেউতাকক ভৰণ পোষণ কৰিব

এই আশা এজন যোদ্ধাৰো নিজৰ সন্তানৰ পৰা কৰিব পাৰে। এনিজ্ (Aeneas) আৰু এনকাইচিচৰ (Anchises) কাহিনী পিতা-মাতাৰ প্ৰতি মৰমৰ অতি উৎকৃষ্ট উদাহৰণ। দূৰদৃষ্টি বঢ়াৰ লগে লগে মানুহৰ বুঢ়া কালত সন্তানৰ আদৰ যত্ন বেচিকৈ পোৱাৰ আশা ক্ৰমান্বয়ে বাঢ়ে। সেই কাৰণেই পিতৃ-মাতৃ ভক্তিৰ আদৰ্শ বা সন্তানোচিত স্নেহ ভাব গোটেই জগতে ধৰ্ম্মবিশ্বাসৰূপে পৰিগণিত হৈছে। ব্যক্তিগত সম্পত্তি ব্যৱস্থা আৰু সুশৃঙ্খল শাসন ব্যৱস্থাৰ লগে লগে সন্তানোচিত মৰম ভক্তি আদি যেন কমি গৈছে। বৰ্ত্তমান যুগত পঞ্চাশ বছৰ বয়সীয়া সন্তানে আশী বছৰ বয়সীয়া পিতাৰ ওপৰতো আৰ্থিক সম্বন্ধে নিৰ্ভৰশীল হব পাৰে। সেই কাৰণেই সন্তানৰ প্ৰতি পিতা-মাতাৰ মৰম পিতা-মাতাতকৈ সন্তানৰ মৰমতকৈ প্ৰাধান্য লাভ কৰিছে। অৱশ্যে এই নিয়ম প্ৰধানতে ধনী সম্প্ৰদায়ৰ কাৰণেহে প্ৰযোজ্য। শ্ৰমিকসকলৰ কাৰণে প্ৰাচীন ৰীতিয়েই চলি আহিছে, কিন্তু তাতো বুঢ়া কালৰ পেঞ্চন আদিয়ে এই ব্যৱস্থাৰ পৰিবৰ্ত্তন ঘটাইছে। সেই কাৰণে পিতা-মাতাৰ প্ৰতি সন্তানৰ মৰমে অন্যতম প্ৰধান গুণ হোৱাৰ দাবী হেৰুৱাইছে। কিন্তু সন্তানৰ প্ৰতি পিতা-মাতাৰ মৰম অতি প্ৰয়োজনীয় বুলিয়েই বিবেচিত হৈছে।

মনস্তত্ত্ব বিশ্লেষণকাৰীসকলে আৰু এক প্ৰকাৰৰ বিপদৰ কথা কয়। অৱশ্যে এই সম্বন্ধে মতদ্বৈধও দেখা যায়। সেই বিপদটো হ'ল পিতা বা মাতাৰ প্ৰতি অতি মৰম। মাক দেউতাক কোনেও বেচি বাধা নিষেধৰদ্বাৰা তেওঁলোকৰ পূৰ্ণ বয়স্ক সন্তানক স্বাধীন ভাৱেৰে কাম কৰাৰ ক্ষমতা নষ্ট কৰি দিব নেলাগে। য'ত পিতা-মাতাৰ ব্যক্তিত্ব সন্তানতকৈ বেচি বলী, ততেই এনে হোৱা সম্ভৱ। কিন্তু অতি কম সংখ্যক Oedipus Complex ক্ষেত্ৰৰ বাহিৰে এনে হোৱা সম্ভৱ নহয়। সন্তানৰ লগত পিতা বা মাতাৰ যি জনৰ সম্পৰ্ক বেচি তেওঁৰ প্ৰভাৱেই সন্তানৰ ওপৰত বেচিকৈ পৰে। সাধাৰণতে অৱশ্যে

মাকৰ প্ৰভাৱেই লৰা বা ছোৱালীৰ ওপৰত বেছি হোৱা দেখা যায়। অৱশ্যে কোনো কোনো বিশেষ কাৰণত যি ছোৱালীয়ে সাধাৰণতে মাকক বেছি ভাল নেপায়, অথচ পিতাৰ সম্বন্ধে খুব বেছিকৈ নেজানে তেনে ছোৱালীয়ে পিতাক আদৰ্শ বুলি ধৰি লয়। তেনে ক্ষেত্ৰত কল্পনাৰ মাজেদিহে পিতাৰ প্ৰভাৱ কাৰ্য্যকৰী হয়। কিয়নো পিতাকৰ প্ৰকৃত স্বভাৱে সেই মৰমৰ ভাব জগাই তোলা নাই। আশা ফলৱতী হৈছে বুলি ভবা মানসিক কাৰ্য্য কল্পনাপ্ৰৱণতাৰ ধৰ্ম্ম; কিন্তু তেনে আশাৰ প্ৰভাৱত আনন্দ পোৱাৰ বাহিৰে সেই কল্পনাৰ কোনো সাৰ্থকতা নাই। কিন্তু পিতা-মাতাৰ অযৌক্তিক প্ৰভাৱ সম্পূৰ্ণ বেলেগ বস্তু। কাৰণ সেই প্ৰভাৱ এজন মানুহৰ লগত সম্বন্ধযুক্ত,—কাল্পনিক বস্তুৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই।

যিজন বয়সিয়াল মানুহক শিশুৱে সদায় সকৰেপৰা পায় তেওঁৰ আদৰ্শ তাৰ মনত এনে ধৰণেৰে শিপাই যে পিছলৈ সি তেওঁক ঈশ্বৰ যেন ভাবি সকলো কথাতে অনুসৰণ কৰে। সেই মানসিক দাসত্ব বিচাৰ বুদ্ধি বা আবেগসংক্ৰান্তও হব পাৰে। বিচাৰ বুদ্ধি সম্পন্ন দাসত্বৰ সুন্দৰ উদাহৰণ জন্ ষ্টুৱাৰ্ট মিলৰ (John Stuart Mill) জীৱনত পোৱা যায়। তেওঁৰ পিতাকে যে ভুল কৰিব পাৰে সেই কথা তেওঁ কেতিয়াও স্বীকাৰ নকৰিছিল। শৈশৱৰ পৰিবেশৰ প্ৰতি চিন্তা ক্ষেত্ৰত দাসত্ব কিছু পৰিমাণ স্বাভাৱিক। পিতা-মাতা বা শিক্ষকৰ ওচৰত যি শিকিছে তাতকৈ বেছি নিজস্ব অভিমত প্ৰয়োগ কৰিব পৰা ক্ষমতা খুব কম সংখ্যক বয়সস্থ-মানুহৰ হে আছে। কোনো কোনো ক্ষেত্ৰত মাত্ৰ ইয়াৰ ব্যতিক্ৰম দেখা যায়। ইয়াতে উল্লেখ কৰিব পাৰি যে চিন্তা ক্ষেত্ৰত দাসত্বও স্বাভাৱিক্। সম্পূৰ্ণ নতুন ধৰণৰ শিক্ষা পদ্ধতিৰ দ্বাৰা তেনে ধৰণৰ দাসত্বৰপৰা একেবাৰে মুক্ত হব পৰা যায়। পিতা-মাতা বা শিক্ষকৰ অতিৰিক্ত প্ৰভাৱো অতি সাৱধানেৰে

লৈতে এৰিব লাগিব। কাৰণ এই পৰিবৰ্ত্তনশীল জগতত পুৰণি কালৰ নিয়মবোৰ ধৰি থকা বৰ বিপদজনক। বৰ্ত্তমান প্ৰসঙ্গত আবেগ আৰু ইচ্ছাৰ দাসত্বৰ প্ৰশ্ন বিশেষ ভাৱে জড়িত। সেই কাৰণে ইয়াৰ এই দুটা প্ৰশ্নৰ হে বিশেষ ভাৱে বিবেচনা কৰা হৈছে। পিতা-মাতাৰ সতি-সন্ততিৰপ্ৰতি স্নেহে ইয়াৰ বিশুদ্ধ ৰূপত সন্তানৰপৰা প্ৰতিদান নিবিচাৰে। লৰা-ছোৱালীয়ে যে খাদ্য আৰু আশ্ৰয়ৰ কাৰণে পিতা-মাতাৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰে, সেই নিৰ্ভৰশীলতাৰ দ্বাৰাই পিতৃ-মাতৃৰ আবেগ পৰিতৃপ্ত হয়। এনে নিৰ্ভৰশীলতাৰ অৱসান হলে সন্তানৰ প্ৰতি পিতৃ-মাতৃৰ মৰম চেনেহৰো অৱসান হয়। মানৱেতৰ প্ৰাণীৰ কাৰণেহে এনে নীতি। আৰু এই নীতি সিহঁতৰ কাৰণে সম্পূৰ্ণ সন্তোষজনক। কিন্তু স্বাভাৱিকপ্ৰৱণতাৰ ইমান সৰল সহজ প্ৰকাশ মানুহৰ ক্ষেত্ৰত প্ৰায় অসম্ভৱ। মৰম চেনেহৰ ওপৰত সমৰ-নীতি অৰ্থ-নীতিৰ প্ৰভাৱ কিমান, তাৰ বিষয়ে আগেয়ে আলোচনা কৰা হৈছে। পিতা-মাতাৰ স্বাভাৱিকপ্ৰৱণতাৰ বিশৃঙ্খল অৱস্থাৰ সম্পূৰ্ণ মনস্তাত্বিক উৎসবোৰ সম্পৰ্কে এতিয়া আলোচনা কৰা হওক।

স্বাভাৱিক প্ৰৱণতাৰপৰা যি ক্ষেত্ৰত আনন্দ অনুভৱ কৰিব পাৰি সেই ক্ষেত্ৰত মনস্তাত্বিক বিশৃঙ্খলাৰ কাৰণ আছে বুলি দেখা যায়। মুঠতে কবলৈ হলে স্বাভাৱিকপ্ৰৱণতাই যি কৰ্ম্ম প্ৰেৰণা যোগায়, সেই কৰ্ম্মৰ ফল প্ৰয়োজনীয় হলেও কেতিয়াবা—আনন্দ দায়ক নহবও পাৰে। যেনে আহাৰ সুখদায়ক কিন্তু পৰিপাকৰদ্বাৰা সুখদায়ক নহয়। বিশেষকৈ অজীৰ্ণ হ'লে সি মুঠেই সুখ নিদিয়ে। শিশুৰ নিৰ্ভৰশীলতা তৃপ্তিদায়ক, কিন্তু সেই শিশু প্ৰাপ্ত-বয়স্ক হোৱাৰ পিচত তাৰ স্বাধীন চলন ফিৰণ তৃপ্তিদায়ক নহয়। আদিম যুগৰ মাকে কোলাৰ কেঁচুৱাটিৰপৰাই খুব আনন্দ লাভ কৰে। আৰু শিশু যিমানেই স্বাৱলম্বী হৈ উঠে সেই আনন্দ

সিমানেই কমি যায়। সেই কাৰণে আনন্দ লাভ কৰিবৰ উদ্দেশ্যৰে পিতা-মাতাৰ ওপৰত শিশুৰ নিৰ্ভৰশীলতা দীৰ্ঘ স্থায়ী কৰাৰ, আৰু পিতা-মাতাৰ সহায় নোহোৱাকৈ চলা-ফুৰা কৰিবলৈ সমৰ্থ হোৱাৰ সময় স্থগিত কৰি ৰখাৰ এটা প্ৰৱণতা পিতা-মাতাৰ মাজত দেখা যায়। পিতা-মাতাৰ এই প্ৰৱণতাৰ বাবেই 'মাকৰ অঁাচল'ৰ সৃষ্টি হৈছে। পুৰণিকালেৰেপৰা প্ৰচলিত বহুত নীতি-বাক্য ইয়াৰে প্ৰমাণ। স্কুললৈ নপঠিয়ালে এনেবোৰ দোষ দুৰ কৰা টান বুলিয়েই মানুহে ভাবিছিল। ছোৱালীবোৰৰ চৰিত্ৰত এনে কথাক দোষ বুলি ধৰা নহয়। যদি ছোৱালী কোনো আঢ্যৱন্ত ঘৰৰ হয় তেনেহলে তেওঁলোকক অসহায় আৰু পৰাধীন কৰি ৰখাটোকে ভাল বুলি ভৰা হৈছিল। বিয়াৰ আগতে তেওঁলোকে যেনেকৈ পিতা-মাতাৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল আছিল, ঠিক তেনেকৈয়ে বিয়াৰ পাচতো স্বামীৰ ওপৰত নিৰ্ভৰ কৰি থাকিবলগীয়া হৈছিল, কিন্তু পৰনিৰ্ভৰশীলা ৰূপে পালিতা কন্যা যে মাকৰ ওপৰত নিৰ্ভৰশীলা হয়, আৰু তেনে ছোৱালীয়ে সৰ্ব্বান্তঃকৰণেৰে স্বামীৰ সমভাগী হৈ বিবাহৰ মধুৰতা উপভোগ কৰিব নোৱাৰে, সেই কথা যেন কোনেও ভাবি চোৱা নাই।

দ্বিতীয় মনস্তাত্ত্বিক জটিল প্ৰশ্নটো প্ৰায় গোড়া ফ্ৰয়েড্‌পন্থীবোৰৰ মতবাদৰ নিচিনাই। যৌন মনস্তত্ত্বৰ যি অংশই এক স্বামী এক ভাৰ্য্যা পৰিগ্ৰহ নীতিক প্ৰতিষ্ঠিত কৰিছে তাত অন্ততঃ এই বিশাল জগতৰ এটি প্ৰাণীৰ সুখ শান্তিৰ কাৰণে আন এটি প্ৰাণীক সকলোতকৈ বেচি গুৰুত্ব দিয়াৰ ইচ্ছা বৰ্ত্তমান। এই ইচ্ছাৰ ফলত যেতিয়া বিবাহ প্ৰথাৰ প্ৰচলন আনুষঙ্গিক আন আন কাৰণবোৰ পৰিপূৰ্ণ হলেহে বিবাহৰপৰা সুখ শান্তিৰো সৃষ্টি হয়। কিন্তু নানা কাৰণত সভ্যদেশৰ বেচিভাগ নাৰীয়েই পৰিতৃপ্ত যৌন-জীৱন যাপন কৰিব নোৱাৰে। অতৃপ্ত হৈ থকা বাসনা আংশিক ভাৱে হলেও পৰিতৃপ্তিৰ

কাৰণে তেওঁলোকে অবৈধ হলেও নিজ সন্তানৰপৰাই পাবলৈ চেষ্টা কৰে। লৰা-ছোৱালীক অতিমাত্ৰা মৰম কৰি চুমা খাই আনন্দ পোৱা আদি ইয়াৰ উদাহৰণ। স্নেহময়ী জননীৰ পক্ষে এনেবোৰ কথা বৰ সঙ্গত যেন লাগে, কিন্তু কোনটো সঙ্গত আৰু কোনটো অসঙ্গত এই প্ৰশ্নটো অতি সূক্ষ্ম। পিতা-মাতাই লৰা-ছোৱালীক মৰম নকৰিব, চুমা নেখাব, এনে কথা বৰ নিৰ্ব্বুদ্ধিতাৰ পৰিচায়ক। পিতা-মাতাৰ আন্তৰিক মৰম আৰু ভালপোৱাত সকলো শিশুৰেই অধিকাৰ আছে। পিতা-মাতাৰ মৰম চেনেহে জগতৰ প্ৰতি শিশুৰ দৃষ্টিভঙ্গি আনন্দময় আৰু চিন্তামুক্ত কৰি তোলে। আৰু এনে ব্যৱহাৰ সুস্থ আৰু সবল মন গঢ়ি তোলাৰ পক্ষে অপৰিহাৰ্য্য। কিন্তু পিতা-মাতাৰপৰা এনে মৰম চেনেহ মুক্ত বায়ুৰ দৰেই অতি স্বাভাৱিকভাৱে সকলো সন্তানে পোৱা উচিত। তাত কোনো প্ৰতিদানৰ প্ৰশ্ন থাকিব নোৱাৰে। এই প্ৰতিদানৰ প্ৰশ্নই হল আচল কথা—তাত থাকিব কিছুমান স্বাভাৱিক অনুভূতি ( response ) আৰু সেই অনুভূতিয়েই শিশুক লৈ যাব উন্নতিৰ পথলৈ। কিন্তু সৰু কালৰ সঙ্গীবোৰৰ বন্ধুত্বতকৈ ই একেবাৰে বেলেগ। মনস্তত্ত্বৰ মতে পিতা-মাতাই সদায় আঁতৰৰ পৰাই সিহঁতক মৰম চেনেহ কৰি উদগাব। কিন্তু পিতা-মাতাৰ সন্তোষ দিবলৈকে যাতে সিহঁত কোনো কামত নিয়োজিত নহয় তাৰ কাৰণে সতৰ্ক হব লাগে। শিশুৰ দৈহিক আৰু মানসিক উন্নতিতেই তেওঁলোকৰ আনন্দ। কেতিয়াবা শিশুৱে স্বাভাৱিক অনুভূতিৰপৰা যদি তেওঁলোকক কিবা প্ৰতিদান দিয়ে, বসন্ত কালৰ মনোৰম দিনৰ নিচিনাকৈ সেইটো অতিৰিক্ত পাওনা বুলি কৃতজ্ঞ চিত্তেৰে গ্ৰহণ কৰিব লাগিব। সেই মনোৰম দিনক প্ৰকৃতিৰ এটা অবিচ্ছেদ্য অংশ বুলি ভবা উচিত নহয়।

যি নাৰীৰ যৌন-জীৱন পৰিতৃপ্ত নহয় তেওঁৰ পক্ষে আদৰ্শ-মাতৃ বা আদৰ্শ-শিক্ষয়িত্ৰী হোৱা অতি টান। অবিবাহিতা নাৰীক শিক্ষয়িত্ৰী

পদত নিয়োগ কৰাটো মনস্তাত্বিক কাৰণবোৰেও সমৰ্থনযোগ্য নহয়। যি নাৰীৰ শিশুবোৰ একেবাৰেই আশা কৰিবলৈ নাই, তেনে নাৰীহে উপযুক্ত শিক্ষয়িত্ৰী হব পাৰে। যি বিলাক বিবাহিত জীৱনত সুখী, তেওঁলোকেও শিক্ষয়িত্ৰী কামত কৃতকাৰ্য্য হব পাৰে। কিন্তু আন যি কোনো নাৰীৰ পক্ষে প্ৰবল আত্ম-সংযমৰ প্ৰয়োজন। পুৰুষৰ পক্ষেও এই একে কথাকে প্ৰযোজ্য। কিন্তু পুৰুষৰ সন্তানৰ প্ৰতি টান ইমান বেচি নহয়, আৰু যৌন সম্পৰ্কে তেওঁলোক কদাচিৎ হে অতৃপ্ত বুলি তেওঁলোকৰ ক্ষেত্ৰত উপৰোক্ত যুক্তিৰ সাৰ্থকতা নাৰীতকৈ অপেক্ষাকৃত ভাৱে কম।

পিতা-মাতাৰ প্ৰতি আমি যি মনোভাব আশা কৰো তাৰ প্ৰতি আমাৰ পূৰ্ণ ধাৰণা থকা উচিত। শিশুৰ প্ৰতি পিতা-মাতাৰ স্নেহ যদি যথোপযুক্ত হয়, তেনেহলে সন্তানবো মনোভাব তেওঁলোকৰ মনোমতবেই হব। যদি শিশুৱে কোনো বিশেষ আনন্দত মগ্ন নেথাকে তেতিয়া হলে পিতা-মাতাৰ সান্নিধ্যত সিহঁত আনন্দিত হৈ উঠিব আৰু তেওঁলোক আঁতৰি গলে মনতে দুখ পাব। বিপদত পৰিলে শিশুৱে পিতা-মাতাৰ সহায় বিচাৰে। সিহঁতে যেতিয়া জানে যে পিতা-মাতা আশ্ৰয়-স্থল আছে, তেতিয়া সিহঁতে দুঃসাহসিক কাম কৰিবলৈয়ো পাচ নোহোঁহঁকে। কিন্তু বিপদৰ সময়ৰ বাহিৰে এনে ভাব সিহঁতৰ মনত সদায় জাগ্ৰত নেথাকে। সিহঁতে আশা কৰে যে পিতা-মাতাই সিহঁতৰ সকলো প্ৰশ্নৰে উত্তৰ দিব, সকলো সমস্যাৰ সমাধান কৰিব আৰু টান টান কামবোৰত সিহঁতক সহায় কৰিব। সিহঁতক থাকিবলৈ খাবলৈ দিছে বুলিয়েই যে সিহঁতে পিতা-মাতাক ভাল পাব সেইটো নহয়, পিতা-মাতাই সিহঁতৰ লগত খেল ধেমালিত যোগ দিয়ে, কেনেকৈ কি কাম কৰিব লাগে তাক ভালকৈ বুজাই দিয়ে আৰু পৃথিৱীৰ বিষয়ে সিহঁতৰ আগত নানা ধৰণৰ সাধু কয়; এই কথাবোৰৰ কাৰণেহে সিহঁতে তেওঁলোকক ভাল পায়। আৰু

লাহে লাহে স্বাভাৱিক ভাৱেই সিহঁতেও অনুভৱ কৰিব যে পিতা-মাতায়ো সিহঁতক ভাল পায়। আন লৰা-ছোৱালীৰ প্ৰতি যি মৰম, সেই মৰম আৰু পিতা-মাতাৰ প্ৰতি মৰম একেবাৰে বিভিন্ন ধৰণৰ। পিতা-মাতাৰ কাম হব শিশুক কেন্দ্ৰ কৰিয়েই। কিন্তু শিশুৰ কাম হব তাৰ নিজক আৰু বহিৰ্জগতক কেন্দ্ৰ কৰি। উভয়ৰ কামত এয়েই প্ৰধান পাৰ্থক্য। পিতা-মাতাৰ প্ৰতি কৰিবলগীয়া তেনে কোনো গুৰুত্বপূৰ্ণ কাম শিশুৰ নাই। সিহঁতৰ কাম হল জ্ঞান বুদ্ধি আৰু শাৰীৰিক উন্নতি সাধন কৰা। আৰু যিমান দিনলৈকে এই শাৰীৰিক আৰু মানসিক উন্নতি সাধন হয় তেতিয়ালৈকে পিতৃ-মাতৃয়েও পৰিতৃপ্তি লাভ কৰে।

পাৰিবাৰিক জীৱনত যে মৰম চেনেহ কমাবৰ কাৰণে বা তাৰ বিকাশৰ স্বতঃস্ফুৰ্ত্ততাক বাধা দিবৰ কাৰণে উপৰোক্ত যুক্তিবোৰ দেখুৱা হৈছে তেনে নহয়। এইটো কথা সঁচা যে আমাৰ মনত বেলেগ বেলেগ ধৰণৰ মৰম চেনেহ আছে। স্বামী স্ত্ৰীৰ মৰম চেনেহ এক ধৰণৰ আৰু সন্তানৰ প্ৰতি পিতা-মাতাৰ চেনেহো আন ধৰণৰ আৰু পিতা-মাতাৰ প্ৰতি সন্তানৰ মৰম চেনেহো সুকীয়া। এই সকলোবোৰেই বেলেগ বেলেগ ধৰণৰ স্বাভাৱিক মৰম চেনেহ। এইবোৰ পাৰ্থক্য নুবুজিলেহে বিপদত পৰা যায়। ফ্ৰয়েডপন্থীবোৰো যে কিবা এটা সত্যত উপনীত হৈছে তেনে নহয়—কাৰণ তেওঁলোকে এই প্ৰকৃতিগত পাৰ্থক্য স্বীকাৰ নকৰে। ফলত তেওঁলোকে পিতা-মাতা আৰু সন্তানক ভাল পোৱাক অসম্পূৰ্ণ যৌনজনিত ভালপোৱা বুলিয়েই ধৰি লয়। সেই কাৰণে এই ভালপোৱা সম্বন্ধেও তেওঁলোকে তীব্ৰ মনোভাব পোষণ কৰে। কোনো দুৰ্ভাগ্যজনিত পৰিস্থিতিত আৱশ্যক নহলে আত্মত্যাগৰ প্ৰয়োজন আমি বিশ্বাস কৰিব নোৱাৰোঁ। যি স্ত্ৰীপুৰুষৰ মাজত ভালপোৱা আছে, আৰু যি নিজ সন্তানক ভাল পায়, তেওঁলোকৰ পক্ষে আন্তৰিকতাৰে সৈতে কাম কৰাটোৱেই

উচিত হব। সন্তানৰ প্ৰতি থকা অকৃত্ৰিম স্নেহৰপৰাই তেওঁলোকে প্ৰয়োজনীয় চিন্তা আৰু জ্ঞান আহৰণ কৰিব পাৰিব। তেওঁলোকে পৰস্পৰৰপৰা যি মৰম ভালপোৱা পায়, সেই মৰম শিশুৰপৰা বিচৰাটো ভুল। প্ৰকৃত পক্ষে তেওঁলোকৰ সম্পৰ্ক যদি আনন্দময় হয়, তেতিয়া আৰু সন্তানৰপৰা তেওঁলোকে সেইটো পাবলৈ ইচ্ছা নকৰিব। শিশুৰ যদি উপযুক্ত যত্ন লোৱা হয় তেতিয়া হলে স্বাভাৱিকভাৱেই শিশুৱে পিতা-মাতাক ভাল পাবই আৰু সেই ভাল পোৱাই শিশুৰ নিজ স্বাধীনতাও ক্ষুণ্ণ নকৰে। সন্ন্যাসীৰ দৰে কঠোৰ আত্মত্যাগৰ কোনো প্ৰয়োজন নাই। স্বাধীনতা আৰু জ্ঞান বুদ্ধিৰদ্বাৰা সমৃদ্ধ সহজাত বৃত্তিৰ স্বতঃস্ফুৰ্ত্ত বিকাশৰহে অতি প্ৰয়োজন।

মৰম চেনেহ আৰু সহানুভূতিৰ প্ৰশ্ন এই খিনিতে সাধাৰণ ভাৱেৰে বিচাৰ কৰিব পাৰি। কিন্তু পিতা-মাতাই ক্ষমতাৰ অপব্যৱহাৰ কৰিব পাৰে, সেই কাৰণে পিতা-মাতা আৰু সন্তানৰ সম্বন্ধৰ মাজত জটিলতা দেখা দিয়ে। গতিকে সাধাৰণ প্ৰশ্ন আলোচনা কৰাৰ আগতে সেই জটিলতাবোৰৰ সম্পৰ্কে আলোচনা কৰা প্ৰয়োজন।

জোৰ কৰি শিশুৰ মনত সহানুভূতি বা স্নেহ জগাই তোলাৰ কোনো পদ্ধতি নাই। কেনে অৱস্থাত এই গুণবোৰ শিশুৰ মনত স্বতঃস্ফুৰ্ত্ত ভাৱে বিকশিত হয় আৰু তেনে পৰিৱেশ কেনেকৈ সৃষ্টি কৰা যায় তাৰ বিষয়ে চকু দিয়াহে কৰ্ত্তব্য। এইটো নিঃসন্দেহ যে সহানুভূতি আংশিক ভাৱে স্বাভাৱিকপ্ৰৱণতা। ভাই ভনীক কন্দা দেখিলে শিশু বিচলিত হৈ পৰে আৰু বহুত সময়ত সিহঁতে কান্দিবলৈ ধৰে। এই সহানুভূতি স্বাভাৱিক আৰু তাকে কৰিবলৈ শিশুক প্ৰত্যক্ষভাৱে কিছুমান কাম দেখুৱাব লাগে। সহানুভূতিশীলতাৰ এয়েই ভেটি। ইয়াৰ ওপৰত উন্নত ধৰণৰ সহানুভূতি গঢ়ি তুলিব লাগিব। মানুহে আৰু আন আন প্ৰণালীৰেও দুখ অনুভৱ কৰিব পাৰে আৰু বিশেষ বিশেষ অৱস্থাত এনে ধৰণৰ অনুভৱ কৰে। শিশুক এই কথাষাৰ

ভালকৈ বুজাই দিয়াৰ বাহিৰে এনে ক্ষেত্ৰত প্ৰত্যক্ষ ভাৱেৰে আন একো কৰিবলগীয়া নাই। অৱশ্যে আৰু এটা নৈতিক উদাহৰণ আছে। শিশুৱে যি মানুহক সন্মান কৰে তেওঁক কেতিয়াও শিশুৰ আগত অপমানজনক বা টান কথা কব নেলাগে। পিতা-মাতাই কেতিয়াও শিশুৰ আগত কোনো নিৰ্ম্মম বা নিষ্ঠুৰ কাম কৰা উচিত নহয়। পিতাকে যদি প্ৰাণী হত্যা কৰে আৰু মাকে যদি চাকৰ চাকৰণীৰ প্ৰতি কৰ্কশ ভাষা প্ৰয়োগ কৰে, তেনেহলে সেই দোষবোৰ সন্তানে অতি সোনকালে অনুকৰণ কৰিব।

কেতিয়া আৰু কেনে ভাৱে সংসাৰৰ দোষ ত্ৰুটিবোৰলৈ শিশুৰ মন আকৰ্ষিত কৰাব পাৰি এই প্ৰশ্ন বৰ জটিল। যুদ্ধ, নৰহত্যা, দাৰিদ্ৰ্য আদি নিবাৰণ কৰিব পাৰি, অথচ সেইবোৰক নিবাৰণ কৰা হোৱা নাই; অথচ সেইবোৰ সম্পৰ্কে অজ্ঞ থকাটোও অসম্ভৱ। কোনো এটা সময়ত শিশুৱে এই বিষয়ে জ্ঞান লাভ কৰিব লাগে আৰু সিহঁতৰ মনত এই ভাব খেলোৱা উচিত যে যিবোৰ দোষ নিবাৰণ কৰিব পাৰি সেই দুখ কষ্টৰদ্বাৰা মানুহৰ মনত দুখ দিয়া অথবা দুখ দিবলৈ আনক অধিকাৰ দিয়াটো অতি ভয়ানক।

কোনো কোনো শান্তিবাদীয়ে বেলেগ বেলেগ মতো পোষণ কৰে। তেওঁলোকে ভাবে যে বুৰঞ্জী পঢ়ুৱাবৰ সময়ত লৰা-ছোৱালীক যুদ্ধ আদি জগতৰ নিৰ্দ্দয়তাৰ সম্পৰ্কে জানিবলৈ নিদিয়াই ভাল। অজ্ঞতাৰ ওপৰত নিৰ্ভৰশীল নিৰ্জ্জন প্ৰাচীৰৰ ভিতৰত সোমাই থকা অনিশ্চিত জ্ঞান আমি সমৰ্থন কৰিব নোৱাৰোঁ। যেতিয়া বুৰঞ্জীৰ শিক্ষা দিয়া হয় তেতিয়া কোনো সত্য গোপন নকৰাকৈ সকলো কথাকেই যথাৰ্থ ভাৱেৰে শিক্ষা দিয়া ভাল; আমি যি নীতি শিক্ষা দিবলৈ বিচাৰোঁ সেই শিক্ষা যদি প্ৰকৃত বুৰঞ্জীৰদ্বাৰা অস্বীকাৰ কৰা হয় তেনেহলে সেই নীতি মিছা বুলি আমি এৰি দিব লাগিব। বহুত মানুহে, আন কি কিছুমান ধাৰ্ম্মিক মানুহেও কোনো কথা অলপ অসুবিধাজনক

হলেই স্বীকাৰ কৰিবলৈ টান পায়। এনে ধৰণৰ মনোভাৱ সেই ধৰ্ম্মৰেই এটি দুৰ্ব্বলতা মাথোন। জগতত থকা বিবোৰ প্ৰকৃত সবল নীতি চলি আছিছে তাৰদ্বাৰাই প্ৰকৃত জ্ঞান লাভ কৰিব পৰা যায়। আন ফালে কবলৈ হলে অজ্ঞতাৰ পথ বৰ বিপদজনক, যি লৰা-ছোৱালীক আমি জগতৰ দোষ ত্ৰুটিবিলাকৰ বিষয়ে জানিবলৈ দিয়া নাই, সময়ত সেই বিষয়ে অলপ জানিব পাৰিলেই সিহঁত আনন্দতে তাৰ প্ৰতি আকৃষ্ট হৈ পৰিব বুলি ভৱা উচিত নহয়। যদি শিশুৰ হৃদয়ত নৃশংসতাৰ প্ৰতি ঘৃণা জন্মোৱা হোৱা নাই, তেনেহলে সেই শিশু কেতিয়াও নৃশংসতাৰপৰা বিৰত নেথাকিব। কিন্তু নৃশংসতাৰ প্ৰতি যদি সিহঁতক অজ্ঞ ৰখা হয় তেতিয়া এই নৃশংসতাৰ প্ৰতি ঘৃণাও জন্মিব নোৱাৰে।

দোষ ত্ৰুটিৰ সম্বন্ধে শিশুক শিক্ষা দিবলৈ সহজতে সঠিক পন্থা বিচাৰি পাবলৈ টান। অৱশ্যে যি বোৰে সচৰাচৰ নগৰৰ দাঁতি কাষৰীয়া অনুন্নত ঠাইবোৰত বাস কৰে সিহঁত থুব কম বয়সত মাতলামি দন্দ-হাই, পত্নীপীড়ন ইত্যাদি সম্বন্ধে জানিব পাৰে। যদি শিশুৰ মন ভাল বস্তুৰদ্বাৰা প্ৰভাৱান্বিত হয় তেতিয়া হলে অৱশ্যে সেইবোৰ দৃশ্যই সিহঁতৰ বেচি অনিষ্ট সাধন কৰিব নোৱাৰে। কিন্তু কোনো সতৰ্ক পিতা-মাতাই স্বেচ্ছাই শিশুক এনে ধৰণৰ দৃশ্যবোৰ চোৱাৰ সুযোগ দিব নেলাগে। প্ৰধান আপত্তিৰ বিষয় এই যে এনেবোৰ দৃশ্যই শিশুৰ মনত এনে ধৰণৰ ভয়ৰ সঞ্চাৰ কৰে যে সেই ভয়ে গোটেই জীৱনকে অভিভূত কৰে। যেতিয়া শিশুৱে প্ৰথমতে বুজিব পাৰে যে শিশুৰ প্ৰতিও নিৰ্ম্মমতাৰ প্ৰয়োগ হব পাৰে, তেতিয়া সেই অসহায় অৱস্থাত সিহঁতে ভয় খোৱাটো স্বাভাৱিক। যেতিয়ালৈকে লৰা-ছোৱালীৰ ভয়ঙ্কৰ কাহিনীবোৰ সাধাৰণ ভাৱে গ্ৰহণ কৰিব পৰা বয়স নহয়, তেতিয়ালৈকে সিহঁতক সেইবোৰ নোকোৱাই ভাল। অৱশ্যে বেলেগ বেলেগ শিশুৰ পক্ষে এনেবোৰ কথা বেলেগ ভাবেৰে প্ৰয়োগ হব, স্বভাৱতে সাহসী

অথবা কামিলা লৰা-ছোৱালীভকৈ স্বভাৱতে কল্পনাপ্ৰৱণ অথবা ভীতি-পৰায়ণ লৰা-ছোৱালীক বহুত দিনলৈকে সাৱধানে ৰাখিব লাগে। স্নেহ আৰু সহানুভূতিৰ প্ৰত্যাশাই শিশুৰ মনত সাহৰ সঞ্চাৰ কৰে। শিশুৱে অকৰুণ আৰু বিৰূপ পৰিৱেশৰ সম্মুখীন হোৱাৰ আগতে এনেকুৱা সাহসৰ সঞ্চাৰ হোৱাৰ অভ্যাস স্থায়ী হোৱাটো বাঞ্ছনীয়। এনে শিক্ষাৰ সময় আৰু পদ্ধতি স্থিৰ কৰিবৰ কাৰণে কৌশল আৰু বিবেচনাৰ প্ৰয়োজন—ই কোনো নিয়মবদ্ধাৰা নিৰ্দ্ধাৰিত কৰা বস্তু নহয়।

সি যি কি নহওক, এই সম্পৰ্কে দুই চাৰিটা নীতিবাক্য মানি চলিব পাৰি। “নীলা গোঁফ আৰু দৈত্যাৰি জেক্”ৰ Blue beard আৰু Jack the giant killer নিচিনা সাধুৱে কোনো নিষ্ঠুৰতাৰ শিক্ষা নিদিয়ে আৰু আমাৰ আলোচ্য সমস্যাৰ কোনো প্ৰশ্ন উঠিবৰ অৱকাশ নেথাকে। লৰা-ছোৱালীলৈ এই গল্পবোৰ একেবাৰে কাল্পনিক কাৰণে সিহঁতে বাস্তৱ জগতৰ লগত সাঙুৰি পেলাব নোৱাৰে। এই কথা নিঃসন্দেহে কব পাৰি যে এনেবোৰ গল্পৰপৰা লৰা-ছোৱালীয়ে যি আনন্দ লাভ কৰে সেই আনন্দ আদিম সহজাত বৃত্তিৰ লগতে জড়িত যদিও তাৰপৰা একো অনিষ্ট হোৱাৰ আশঙ্কা নাই। ক্ষমতাহীন শিশুৰ কাৰণে এইবোৰ মাত্ৰ খেলাৰ সজুলি আৰু শিশু ডাঙৰ হোৱাৰ লগে লগে এনে ভাবধাৰাবোৰৰো অৱসান ঘটে। কিন্তু যেতিয়া শিশুৰ বাস্তৱ নিৰ্ম্মমতাৰ লগত প্ৰথম পৰিচয় হয় তেতিয়া তাক অতি সতৰ্কতাৰে সৈতে প্ৰয়োজনীয় ঘটনাৰ বিষয়েহে পঢ়িবলৈ বা জানিবলৈ দিয়া উচিত। আৰু এইবোৰ অতি সাৱধানেৰে সৈতে বাছি নিদিলে সিহঁতে নৃশংসতাৰ সৈতে সংহাৰ মূৰ্ত্তি ধৰি অত্যাচাৰী হোৱাৰ সম্ভাৱনা আছে। এনেবোৰ গল্পই শিশুক সাম্ৰাজ্যবাদী ৰূপে গঢ়ি তোলে। যদি এনেবোৰ গল্প কৰলগীয়া হয় তেতিয়া মাত্ৰ ইয়াকে বুজাই দিব লাগিব যে অতীত কালত মানুহবোৰ কেনে নিষ্ঠুৰ হব পাৰিছিল।

তাৰ পিচত সকলোবোৰ যুদ্ধ বিগ্ৰহৰ বৰ্ণনাৰ লৈতে বুৰঞ্জীবো শিক্ষা দিব পৰা যায়। এই শিক্ষাৰ সময়ত প্ৰথমতে পৰাজিতৰ ওপৰত সহানুভূতি জগাই তোলা কৰ্ত্তব্য। সদায় যুদ্ধৰ যি দুখ কষ্টৰ সৃষ্টি হয় সেইবোৰৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা আৱশ্যক। যুদ্ধাদিৰ বিৱৰণ পঢ়িবৰ সময়ত শিশুৱে যাতে বিৰুদ্ধ কোনো দলৰেই পক্ষ নলয় তালৈ খুব ভালকৈ চকু ৰাখিব লাগে। সিহঁতে যেন ভাবে, সেই মানুহবোৰ নিৰ্ব্বোধ আছিল কাৰণেই বুদ্ধি নাশ হৈ যুদ্ধলৈ আগবাঢ়ে আৰু শেষত চিকিৎসক আৰু শুশ্ৰূষাকাৰিণীবোৰৰ সেৱা যত্নত সুস্থ হবলগীয়া হয়। নাৰ্চাৰী স্কুলবোৰৰ দন্দুৰা লৰা-ছোৱালীৰ ব্যৱহাৰক যুদ্ধৰ লগত তুলনা কৰিব পাৰি। তেনে কৰিলে সিহঁতে যুদ্ধ সম্বন্ধে সত্য উপলব্ধি কৰিব পাৰিব আৰু যুদ্ধ যে নিৰ্ব্বুদ্ধিতাৰ ফল, তাকো জানিব পাৰিব।

যদি কেতিয়াবা কোনো শিশুৱে কোনো নিষ্ঠুৰ ঘটনা দেখে তেনে হলে তাৰ লগত সেই সম্পৰ্কে খোলাখুলি ভাৱে সকলো কথা পাতিব লাগে আৰু তাৰ মাজেদি এই কথা ভালকৈ বুজাই দিব লাগিব যে যিবোৰে ভাল শিক্ষা পোৱা নাই আৰু যিবোৰ নিষ্ঠুৰ আৰু নিৰ্ব্বোধ সিহঁতেহে এনেবোৰ নিৰ্ম্মম ব্যৱহাৰ কৰিব পাৰে। কিন্তু গল্প বা বুৰঞ্জীৰপৰা যেতিয়ালৈকে সিহঁতে এনে নিৰ্ম্মম ঘটনাবোৰৰ বিষয়ে নেজানে তেতিয়ালৈকে শিশুৰ আগত কেতিয়াও এনে ধৰণৰ নিৰ্ম্মম নিষ্ঠুৰ ঘটনাৰ বিষয়ে কোৱাটো সঙ্গত নহয়। তাৰ পিচত লাহে লাহে তাৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ বিষয়ে জানিবলৈ সুযোগ দিব লাগিব। কিন্তু সদায় তাৰ মনত এনে ধাৰণা জগাই তুলিব লাগিব যে এই সকলো নিষ্ঠুৰতা, অজ্ঞতা, আত্মসংযমৰ অভাৱ আৰু কুশিক্ষাৰ ফল। আৰু এনেবোৰ প্ৰবৃত্তি দূৰ কৰিব পৰা ক্ষমতাও মানুহৰ আছে। কিন্তু আমি সিহঁতক সেই অপৰাধীবোৰক ঘিণ কৰিবলৈ নিশিকাই সিহঁতক বুজাই দিব লাগে যে সেই মানুহবোৰ অতি অজ্ঞ, আৰু কিহৰপৰা

প্রকৃত আনন্দ লাভ কৰিব পাৰি, সেই বিষয়ে নেজানে কাৰণেই এনেবোৰ অপ্ৰিয় কাম কৰি ফুৰে।

সহজাত বৃত্তিক-অঙ্কুৰ স্বৰূপে লৈ আৰু তাক বিকশিত কৰি উদাৰ সহানুভূতিত পৰিণত কৰাটো ঘাইকৈ এটা বৌদ্ধিক বিষয়। তথ্যৰ অনুধাবন আৰু মনোযোগৰ নিয়ন্ত্ৰণৰ ওপৰত ই নিৰ্ভৰ কৰে। ক্ষমতা-প্ৰিয় আৰু যুদ্ধবাদীদলে ইয়াক তলপেলাই থ'ব খোজে। উদাহৰণ স্বৰূপে টলষ্টয়ে লিখা যুদ্ধ জয়ৰ পিচত নেপোলিয়নৰ অষ্টাৰলিজ ( Austerlitz ) যুদ্ধ ক্ষেত্ৰ পৰ্য্যবেক্ষণৰ বিৱৰণ উল্লেখ কৰিব পাৰি। বেচিভাগ বুৰঞ্জীয়েই যুদ্ধ শেষ হোৱাৰ পিচতেই যুদ্ধ ক্ষেত্ৰৰ বৰ্ণনা এৰি দিয়ে। অলপ সময়ৰ পিচৰ বৰ্ণনা যদি দিয়া যায় তেতিয়া হলে যুদ্ধৰ এক সম্পূৰ্ণ পৃথক চিত্ৰ অঙ্কিত হব। এনেবোৰ বৰ্ণনাত সত্যক গোপন কৰি একো কোৱা নহয়, বৰঞ্চ আৰু অলপ বেচিহে সত্যৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা হয়। যুদ্ধ সম্পৰ্কে যি বোৰ নীতি প্ৰযোজ্য, আন নিষ্ঠুৰতাৰ সম্পৰ্কেও সেইবোৰ নীতিয়েই প্ৰযোজ্য। গোটেই ঘটনাৰ পৰিমাণত কি নৈতিক উপদেশ আছে সেই বিষয়ে কথা নকৈ ঘটনাৰ বিৱৰণ খুব ভালকৈ বৰ্ণালেই যথেষ্ট। কোনো নীতি নিৰ্দ্দেশ কৰি দিব নেলাগে। ঘটনাৱলীয়েই নিজে নিজে নৈতিক উপদেশ সম্বন্ধে শিশুক সচেতন কৰি তোলাটোহে বাঞ্ছনীয়।

মৰম চেনেহ সৃষ্টি কৰিব নোৱাৰি, মাত্ৰ ইয়াক মুকলি কৰিহে দিব পাৰি। কিছুমান এনে ধৰণৰ মৰম আছে যিবোৰ আংশিক ভাৱে ভয়ৰপৰা উদ্ভৱ হয়। পিতা-মাতালৈ মৰমো বহুত ক্ষেত্ৰত এই দৰেই উদ্ভৱ হয়, কিয়নো পিতা-মাতাই লৰা-ছোৱালীক তুলি-তালি ডাঙৰ কৰিব লাগে আৰু লৰা-ছোৱালীয়েও তেওঁলোকৰ তলত লালিত-পালিত হব লাগে। সৰু কালত এনে স্নেহ স্বাভাৱিক, কিন্তু ডাঙৰ হোৱাৰ লগে লগে তেনে ধৰণৰ আদৰ মৰম অবাঞ্ছনীয়; আন কি শৈশৱতো আন শিশুৰ প্ৰতি স্নেহ এনে ধৰণৰ নহয়। সমনীয়াৰ প্ৰতি মৰমেই সৰ্ব্বোৎ-

কৃষ্ট মৰম আৰু যত সুখ আনন্দ আৰু নিৰ্ভয়েৰে শিশু থাকিব পাৰে তাতেই এনে ধৰণৰ স্নেহ দেখিবলৈ পোৱা যায়। জনা বা নজনাকৈয়ে কিবা ভয় থাকিলে লৰা-ছোৱালীয়ে ভাবে যে আনে অনিষ্ট কৰিব পাৰে আৰু লগে লগেই তেওঁলোকৰ প্ৰতি এটা ঘৃণাৰ ভাব ওপজে। বহুতৰ কাৰণে আকৌ ঈৰ্ষাই হৈ পৰে উদাৰ প্ৰেমৰ অন্তৰায়। আনন্দৰ দ্বাৰাহে ঈৰ্ষাৰপৰা হাত সাৰিব পাৰি; কাৰণ নৈতিক বিধি নিষেধ বোৰ তাৰ চাৰি সীমালৈয়ো যাব নোৱাৰে। আনন্দ আকৌ অনেক সময়ত ভয়ৰদ্বাৰা বাধাপ্ৰাপ্ত হয়। পিতা-মাতা আৰু বন্ধু-বান্ধৱৰ দ্বাৰা বাধা পাই বহুত যুৱক-যুৱতীয়ে আচল আনন্দ-সুখ লাভ কৰিব নোৱাৰে। বাহিৰৰপৰা চাবলৈ গলে তাৰ কাৰণ নৈতিক, কিন্তু প্ৰকৃত পক্ষে তাৰ মূলতে আছে ঈৰ্ষা। যুৱকসকল যদি সম্পূৰ্ণ নিৰ্ভীক হয় তেনেহলে এনেবোৰ কথালৈ কাণ নিদিয়ে আৰু তাকে নহলে তেওঁলোকে নিজৰ জীৱন দুখময় কৰি তুলি ঈৰ্ষাপৰায়ণ নীতি-বিদসকলৰ লগত যোগ দিয়ে। আমাৰ আলোচিত চাৰিত্ৰিক শিক্ষাই শিশুক আনন্দময় আৰু নিৰ্ভীক কৰি তুলিব। সেই কাৰণে স্নেহৰ উৎস উদাৰ আৰু বন্ধমুক্ত হোৱা উচিত। ইয়াতকৈ আৰু বেচি একো কৰিব নোৱাৰি। শিশুক মৰমিয়াল হবলৈ আদেশ দি বাধ্য কৰোৱাটো বৃথা চেষ্টা। এনে কৰিলে শিশু ভ্ৰান্ত আৰু প্ৰতাৰক হোৱাৰ ভয় থাকে। কিন্তু যদি আমি সিহঁতক সুখী আৰু স্বাধীন কৰি তুলিব পাৰো আৰু যদি আমি সিহঁতক মৰম চেনেহেৰে আগুৰি ৰাখো, তেতিয়া আমি দেখিবলৈ পাম যে সিহঁতে স্বতঃস্ফূৰ্ত্ত ভাৱেই সকলোৰে লগত মিলি-জুলি আনন্দ অনুভৱ কৰিব পাৰিছে আৰু সকলোৱে সিহঁতৰ লগতো বন্ধুত্ব কৰিবলৈ সক্ষম হৈছে। বিশ্বাসপূৰ্ণ স্নেহপৰায়ণ প্ৰকৃতি নিজগুণেই নিজে ধন্য। কাৰণ ইয়াৰ এটা অদমনীয় সৌন্দৰ্য্য আছে আৰু সেই কাৰণেই ই আশানুৰূপ প্ৰতিদান লাভ কৰিব পাৰে। এই অতি সুন্দৰ অথচ গুৰুত্বপূৰ্ণ ফল যথোপযুক্ত চাৰিত্ৰিক শিক্ষাৰ পৰা আশা কৰিব পৰা যায়।

## দ্বাদশ অধ্যায়

# যৌন শিক্ষা

যৌন প্ৰসঙ্গ অন্ধবিশ্বাস আৰু নিষেধৰদ্বাৰা ইমান পৰিবেষ্টিত যে এই বিষয়ে আলোচনা কৰা বৰ কঠিন। কিন্তু যৌন প্ৰশ্ন মানৱ জীৱনৰ শিক্ষাৰ লগত ইমান ওতঃপ্ৰোত ভাৱে জড়িত যে আন আন প্ৰয়োজনীয় বিষয়বিলাকৰ দৰে এই বিষয়েও নিঃসঙ্কোচ আলোচনা কৰা একান্ত আৱশ্যক।

এই কথা সঁচা যে যৌনপ্ৰৱণতা শিশুৰ চৰিত্ৰত অপৰিচিত নহয়। কিন্তু বয়সিয়াল মানুহতকৈ শিশুৰ জীৱনত তাৰ প্ৰকাশ আন ধৰণৰ। শিশুৰ শক্তিও অতি সামান্য আৰু বয়সিয়াল লোকৰ দৰে সেই প্ৰবৃত্তি পৰিতৃপ্ত কৰাও শিশুৰ পক্ষে অসম্ভৱ। যৌনাৱস্থাত ভাবাবেগে এটা সমস্যাৰ সৃষ্টি কৰে। নৈতিক শিক্ষাৰ মাজভাগতেই মানুহৰ জীৱনত ইয়াৰ অভ্যুদয় হৈ মনক চঞ্চল কৰি তোলে আৰু সেই কাৰণে শিক্ষা-দাতাৰ পক্ষে এক সমস্যাৰ সৃষ্টি হয়। যৌনাৱস্থা প্ৰাপ্ত হোৱাৰ লগে লগে কেনে ধৰণৰ শিক্ষা হোৱা উচিত তাৰ বিষয়ে সংক্ষেপে আলোচনা কৰা হৈছে। এই বিষয়ে শিক্ষা পদ্ধতিৰ সংস্কাৰ অতি আৱশ্যক। ফ্ৰয়েডপন্থীবোৰৰ লগত মতানৈক্যৰ কাৰণ থাকিলেও যৌন সংক্ৰান্ত কথা-বাৰ্ত্তাত শিশুসকলক বেয়া শিক্ষা দিয়াৰ ফলত পিচলৈ সিহঁতৰ জীৱনত যে এক বিশৃঙ্খলাৰ সৃষ্টি হয়, তালৈ আমাৰ দৃষ্টি আকৰ্ষণ কৰোৱাই তেওঁলোকে অতি উপকাৰ সাধন কৰিছে। ইতিমধ্যে তেওঁলোকৰ চেষ্টাৰ খুব সুফল ফলা দেখা গৈছে—যদিও এই সম্পৰ্কে বহুতৰ অন্ধবিশ্বাস এতিয়াও দূৰ কৰিব লাগিব।

বিশেষজ্ঞসকলৰ অভিমত এই যে লৰা-ছোৱালীৰ দুই তিনি বছৰ বয়সৰেপৰা নানা যৌন প্ৰবৃত্তি দেখা যায় আৰু কিছুদিনৰ পিচত লাহে

লাহে নিজে নিজেই এনে মনোভাব আঁতৰি যায়। কিন্তু এইবোৰৰ কাৰণে বৰ ভয় কৰা হয় আৰু এনে অভ্যাস এৰিবৰ কাৰণে খুব ডাবি ধমকি দিয়া হয়। কিন্তু প্ৰকৃতপক্ষে এইবোৰ ডাবি ধমকিৰ কোনো ফল নধৰে। বৰঞ্চ শিশুৰ মনত এক ভীতিপূৰ্ণ যন্ত্ৰণাৰ সৃষ্টি হয় আৰু সিহঁতে মূল কাৰণৰপৰা আঁতৰি গৈ অৱচেতন মনত সুপ্ত অৱস্থাত থাকে। আৰু এনেবোৰৰ ফলত সিহঁতে ৰাতি টোপনিত বিংবিঙালে সিহঁতৰ স্নায়ুবোৰ দুৰ্ব্বল হয়, ভ্ৰান্তি আৰু অস্বাভাৱিক ভয়ৰ সৃষ্টি হয়। কিন্তু জোৰ কৰি বন্ধ কৰিবৰ চেষ্টা নকৰিলে সেই প্ৰবৃত্তি আপোনা-আপুনি বন্ধ হৈ যায় আৰু তাৰপৰা লৰা-ছোৱালীৰ কিবা হানি হয় বুলিও মনে নধৰে। চৰিত্ৰৰ ওপৰতো তাৰ কোনো বেয়া প্ৰভাৱ নপৰে। কিন্তু কৰবাত কেতিয়াবাহে ইয়াৰ ফল বেয়া হোৱা দেখা যায়। অতি কম চেষ্টাতে এনে অভ্যাস গুচুৱাব পাৰি। বুঢ়া আঙুলি চুহি থকাতকৈ এই অভ্যাস বেয়া নহয়, যদিও দেখাত বৰ বেয়া যেন লাগে। যদি কেতিয়াবা কিবা বেয়া ফল দেখা যায় তেতিয়া জানিব লাগিব যে এই অভ্যাস বন্ধ কৰিবলৈ চেষ্টা কৰাৰ ফলতে এনে হৈছে। আন কি ই অনিষ্ট-কৰ হলেও নিষেধ কৰাটো ভাল নহয়। নিষেধ কৰাৰ পাচত যে শিশুৰ অভ্যাস নাইকিয়া হব এনে নহয়, বৰং অকণো বাধা নিদিলেহে সেই অভ্যাস নিজে নিজেই বন্ধ হৈ যোৱাৰ সম্ভাৱনা আছে। সেই কাৰণে বাধা দিয়াতকৈ আন উপায় অবলম্বন কৰিব লাগে। যেনে যেতিয়া সি বিছনালৈ যায় তেতিয়াই যেন তাৰ টোপনি ধৰে আৰু বেচি সময় যাতে সাৰ পাই থাকিব নোৱাৰে তাৰ ব্যৱস্থা কৰিব লাগে। সি ভালপোৱা কিছুমান খেলনা তাৰ ওচৰত থৈ দিব লাগে। এনে কৰিলে তাৰ দৃষ্টি খেলৰ প্ৰতি আকৃষ্ট হব। এইবোৰ পন্থা সমৰ্থন-যোগ্য। কিন্তু এনে কৰোতেও যদি কোনো ফল নহয় তথাপি বাধা দিয়া উচিত নহয়। বৰঞ্চ সি কি কৰিছে তাৰ বিষয়ে আঙুলিয়াই দিলেও কিজানি তাৰ অলপ শুধৰণি হব।

সাধাৰণতে শিশু তিনি বছৰত ভৰি দিওঁতে লৰা-ছোৱালী আৰু ডাঙৰৰ দৈহিক পাৰ্থক্যৰ বিষয়ে কৌতূহল জাগে। স্বভাৱতে শৈশৱৰ এই কৌতূহলৰ বিশেষ কোনো ৰূপ নাই। সাধাৰণ কৌতূহলৰ এইটো এটা অংশমাত্ৰ। গতানুগতিক নিয়মবোৰ বাঢ়িবৰ কাৰণে কিছুমানৰ মাজত কৌতূহলৰ বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। যিবোৰ লৰা-ছোৱালী খুব নীতি নিয়ম বা বান্ধোনৰ মাজত ডাঙৰ-দীঘল হৈছে তেওঁলোকৰ কাৰণে ডাঙৰৰ অভ্যাসবোৰ ৰহস্যকৰ হৈ পৰে আৰু য'ত ৰহস্য নাই তেনে ঠাইত সন্তোষ হোৱা মাত্ৰকে কৌতূহল নাইকিয়া হৈ যায়। সেই কাৰণে শিশুক সৰুৰেপৰা সুবিধা অনুযায়ী ভাই-ভনী পিতা-মাতাৰ শুদা শৰীৰটো মাজে মাজে চকুত পৰিলে বাধা দিব নেলাগে, তেতিয়া সিহঁতে সকলোৰে মাজৰ পাৰ্থক্যটো সহজত অনুমান কৰিব পাৰিব আৰু সেই সম্বন্ধে জানিবলৈ কোনো আগ্ৰহেই নেথাকিব। যেনেকৈ সদায় খেল-ধেমালি কৰি থাকিলে কাঁহী-বাটি থোৱা বা খোৱা বস্তু বাহানি থোৱা আলমাৰি আদি সদায় দেখি থকা বস্তুবোৰৰ প্ৰতি তাৰ আগ্ৰহ স্বাভাৱিক ভাৱে কমি আহে, ঠিক তেনেকৈয়ে এইবোৰ সম্বন্ধেও আগ্ৰহ কমি যাব। এই বিষয়ে শিশুৱে নানা ধৰণৰ প্ৰশ্ন কৰিব পাৰে। আন আন বিষয়ৰ প্ৰশ্নৰ উত্তৰ যেনেকৈ দিয়া হয়, এই ক্ষেত্ৰতো শিশুৱে যি প্ৰশ্ন কৰে তাৰ সকলোবোৰ উত্তৰকে যিমান পৰা যায় সিমান ভালকৈ তাক বুজাই দিয়াটো বাঞ্ছনীয়।

এই প্ৰশ্নোত্তৰ যৌন শিক্ষাৰ প্ৰধান অংশ। এই বিষয়ে দুটা নিয়ম পালন কৰিব লাগিব। প্ৰথমতে সকলোবোৰ প্ৰশ্নৰে সঠিক উত্তৰ দিব লাগিব। দ্বিতীয়তে যৌন জ্ঞানক ঠিক আন বিষয়ৰ জ্ঞানৰ দৰেই ভাবিব লাগিব। যদি শিশুৱে আমাক চন্দ্ৰ, সূৰ্য্য মেঘ, গাড়ী, ইঞ্জিন আদিৰ বিষয়ে বুদ্ধিমানৰ দৰে প্ৰশ্ন কৰে তেতিয়া হলে আমি বৰ আনন্দ পাওঁ আৰু সি যিমান দূৰ বুজিব পাৰে সিমান দূৰ

উত্তৰ আমি দিওঁ। এই দৰে উত্তৰ দিয়াটো শিশু-শিক্ষাৰ এটা ডাঙৰ উপায়। কিন্তু সি যদি যৌন সম্বন্ধে কিবা প্ৰশ্ন সোধে তেতিয়া হলে আমি তাক মনে মনে থাকিবলৈ কওঁ আৰু কেতিয়াবা যদি কোনোবাই উত্তৰ দিবলৈ সাহ কৰে তেতিয়া হলে অতি সংক্ষেপ, নীৰস ভাৱে উত্তৰ দিয়ে—যেন এইবোৰ কব নলগীয়া কথা। এই বুজি নোপোৱা কথাবোৰে শিশুৰ ওপৰত এটা প্ৰভাৱ বিস্তাৰ কৰে। তাৰ ফলত সি হৈ পৰে কামাতুৰ। তাকে নকৰি আনবোৰ উত্তৰ যেনেকৈ সহজ সৰলভাৱে দিয়া হয় ঠিক সেই দৰেই অতি স্বাভাৱিক ভাৱে শিশুৰ সকলো প্ৰশ্নৰে সম্পূৰ্ণ উত্তৰ দিবলৈ চেষ্টা কৰিব লাগে। যৌন ক্ৰিয়াৰ বিষয়টোত যে কিবা ভয়ঙ্কৰ বা কুৎসিত কিবা আছে এই কথা নিজৰ অজ্ঞাতসাৰেও আমি ভাবিব নেলাগে। যদি আমি তেনে কৰোঁ তেতিয়া হলে সেই ভাব আপোনা-আপুনিয়েই শিশুৰ মনত সংক্ৰামিত হব। সি স্বভাৱতেই ভাবিবলৈ ধৰিব যে তাৰ পিতা-মাতাৰ সম্বন্ধৰ মাজতো অপৱিত্ৰতা আছে আৰু লাহে লাহে সি ইয়াকো ভাবিবলৈ ধৰিব যে তেওঁলোকৰ যি আচৰণৰ ফলত তাৰ উৎপত্তি হ'ল সেই আচৰণকো তেওঁলোকে পাপ বুলি ভাবে। এনে-কুৱা অনুভূতিয়ে অকল শৈশৱতে নহয়, পৰিণত বয়সতো সুখদ সহজাত অনুভূতিবোৰৰ উৎপত্তি অসম্ভৱ কৰি তোলে।

শিশুৱে অনেক প্ৰশ্ন সুধিব পাৰে—যদি তিনি বছৰ মান বয়সত তাৰ ভাই বা ভনী জন্ম হয়, আৰু যদি সি এই বিষয়ে কিবা প্ৰশ্ন কৰে তেতিয়া হলে তাক খুব ভালকৈ বুজাই দিব লাগিব যে সি জন্ম হোৱাৰ দৰেই কেঁচুৱাটো জন্ম হৈছে—মাকৰ দেহৰপৰাই। তাৰ মাকে যেতিয়া কেঁচুৱাটোক স্তন পান কৰায় তেতিয়া তাক সেই দৃশ্য চাবলৈ দিব লাগে আৰু লগে লগে তাক কব লাগে যে এই দৰে সিও মাকৰ স্তন পান কৰিয়েই ডাঙৰ হৈছিল। কোনো গাম্ভীৰ্য্য নেদেখুৱাকৈ সম্পূৰ্ণ বৈজ্ঞানিক তথ্য পাতিৰে সৈতে এই সকলোবোৰ আৰু যৌন

সম্বন্ধীয় যি কোনো প্ৰশ্নৰেই উত্তৰ দিয়া উচিত। মাত্ৰ ৰহস্যময় পৱিত্ৰ মাতৃত্বৰ সম্বন্ধে শিশুৰ আগত বেচি কথা কৈ কোনো লাভ নাই ; সকলো বিষয়কে অতি স্বাভাৱিক ঘটনা বুলি ধৰি লোৱা উচিত।

শিশুৰ প্ৰশ্ন সুধিব পৰা বয়স হোৱাৰ পিচত যদি পৰিয়ালত আৰু কোনো কেঁচুৱাৰ জন্ম নহয় তেতিয়াও কোনো এক নিৰ্দ্দিষ্ট মুহূৰ্ত্তত যে তাৰো জন্ম হৈছিল এই কথা তাক কেতিয়াবা কব লগা হব পাৰে, যেনে—শিশুক যদি কেতিয়াবা পিৰামিড নিৰ্ম্মাণ কৰাৰ বিষয়ে বা অতীতৰ কোনো কাহিনী কোৱা হয়, সেই সময়তনো সি কি কৰিছিল, ক'ত আছিল ইত্যাদি প্ৰশ্ন সি কৰিবও পাৰে। আৰু সেই সময়ত যে সি নাছিল এই কথা কলে সি একোকে বুজিব নোৱাৰে, আৰু কোনো এটা সময়ত হয়তো জানিব খুজিব যে 'জন্মগ্ৰহণ' কৰাৰ অৰ্থ কি। আৰু তেতিয়া তাক সেই প্ৰশ্নৰ উত্তৰ দিব লাগিব। যিবোৰ লৰা-ছোৱালীৰ কু-শিক্ষাৰ ফলত অভ্যাসবোৰ কদৰ্য্য হৈছে, তেনে লৰা-ছোৱালীয়ে এনে শিক্ষা নলৈ পিতা-মাতা বা শিক্ষকৰ ওচৰত এই প্ৰশ্নবোৰৰ উত্তৰ পোৱা উচিত। বেয়া স্বভাৱৰ লৰা-ছোৱালীৰ সঙ্গ বা প্ৰভাৱ অতি বিষময়। বেচি ভাগ মানুহেই যৌন সম্বন্ধক কুৎসিত আৰু হাঁহি-ধেমালিৰ বস্তু বুলি ভাবে আৰু তাৰ ফলত স্ত্ৰী জাতিক সম্মানৰ চকুৰে চাব নোৱাৰে। যৌন বিষয় সম্বন্ধে প্ৰথমতে কেনেকৈ জানিব পাৰিছিল সেই কথা সকলোবোৰ পিতাকৰ মনত থকা সত্ত্বেও ভাগ্যক বিশ্বাস কৰাৰ নিচিনা দুৰ্ব্বল নীতি তেওঁলোকে গ্ৰহণ কৰিব লগা হয়। প্ৰকৃত পক্ষে প্ৰথমৰেপৰাই যৌন সম্পৰ্কক স্বাভাৱিক আনন্দময় আৰু সুন্দৰ বুলি ভাবিব লাগিব। আন ভাব পোষণ কৰা মানে হব নাৰী পুৰুষৰ পিতা-মাতা আৰু সন্তানৰ সম্বন্ধক কলুষিত কৰি তোলা। য'ত পিতা-মাতাই পৰস্পৰক আৰু লৰা-ছোৱালীক খুব ভাল পায় তাতেই সৰ্ব্বোৎকৃষ্ট যৌন সম্বন্ধ বৰ্ত্তমান আছে বুলি কব পাৰি। পিতা-মাতাৰ

সম্বন্ধৰপৰাই শিশুৱে প্ৰথমত যৌন সম্বন্ধৰ বিষয়ে জনাটো হিতকৰ। সিহঁতৰ পিতা-মাতাৰ যৌন সম্পৰ্ক দোষণীয়, গোপন কাম বুলি সিহঁতৰপৰা লুকুৱাই থোৱা হৈছে বুলি কেনেবাকৈ শিশুৱে জানিব পাৰিলে তাৰ ফল অতি অনিষ্টকৰ।

আন লৰা-ছোৱালীৰপৰা যদি যৌন সম্পৰ্কে কোনো কু-শিক্ষা পোৱাৰ সম্ভাৱনা নেথাকে তেতিয়া হলে এই বিষয়ে শিশুৱে কৌতূহলৰ ওপৰতেই সম্পূৰ্ণ নিৰ্ভৰ কৰিব লাগিব আৰু এই সম্পৰ্কে উত্তৰ দিয়াৰ দায়িত্ব পিতা-মাতাই নিজে লব লাগিব। কিন্তু মনত ৰখা উচিত যে যৌৱনাৱস্থা প্ৰাপ্ত হোৱাৰ আগতে লৰা-ছোৱালীয়ে এই সকলোবোৰ কথাৰ বিষয়ে জানিব পৰা হব লাগিব। কাৰণ এইবোৰ বিষয়ে জনাটো অতি আৱশ্যকীয়। লৰা-ছোৱালীয়ে এটা বিশেষ বয়সত দৈহিক আৰু ভাবগত পৰিৱৰ্ত্তনৰ সম্মুখীন হব লাগে, অথচ আগতে সিহঁতে এই পৰিৱৰ্ত্তনৰ একোকে নেজানে। আৰু সেই সেইবোৰ বিষয়ে জানিবলৈয়ো সিহঁতক অকণো সুবিধা দিয়া নহয়। এনেবোৰ কথা অতি অবাঞ্ছনীয়, যৌৱন প্ৰাপ্ত হোৱাৰ পিচতে যৌন সম্বন্ধীয় সকলো কথা বিদ্যুতৰ দৰে ইমান চঞ্চল আৰু শক্তিশালী হৈ উঠে যে সেই সময়ত কোনো যুৱক যুৱতীয়েই বৈজ্ঞানিক দৃষ্টিৰে সেই বিষয়ে শুনিবলৈ ধৈৰ্য্য ধৰিব নোৱাৰে। অথচ শৈশৱত সেই তথ্যৰ বিষয়ে সিহঁতক অনায়াসেই শিক্ষা দিব পৰা যায়। যৌৱনাৱস্থা প্ৰাপ্ত হোৱাৰ আগতে স্বাভাৱিক যৌন বিষয়ক ব্যৱহাৰৰ প্ৰকৃতি সম্বন্ধে জানিব লাগিব। এনে শিক্ষা নেপালে লৰা-ছোৱালীয়ে বেয়া কথা পতাৰ সম্ভাৱনা আছে।

শিশুক কিমান বয়সত এই শিক্ষা দিয়া উচিত, সেই বিষয়ে সকলো নিৰ্ভৰ কৰে বিভিন্ন পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত। অনুসন্ধিৎসু, বুদ্ধিমান, কৰ্ম্মপৰায়ণ লৰা-ছোৱালীক এনেহুৱা লৰা-ছোৱালীতকৈ আগতে এইবোৰ বিষয়ে কোৱা উচিত। অপৰিতৃপ্ত কৌতূহল

কেতিয়াও বাঞ্ছনীয় নহয়। শিশু যিমানেই সক হক লাগিলে সি যদি প্ৰশ্ন সোধে, তাৰ উত্তৰ দিবই লাগিব। আৰু পিতা-মাতাবো ব্যৱহাৰ এনে হোৱা উচিত যে সি কিবা এটা জানিব খুজিলেই তেওঁলোকে তাক সুধিবলৈ যেন সুবিধা দিয়ে। যদি সি নিজে নিজে এই বিষয়ে একোকে নোসোধে তেতিয়াও তাৰ ১০ দহ বছৰৰ আগতেই আনে কোনো বেয়াকৈ এই বিষয়ে নৌ-শিকাওঁতেই তাক এইবোৰ বিষয়ে জানিবলৈ দিয়া উচিত। গছ-লতা, জীৱ-জন্তুৰ জন্মৰ সম্বন্ধে সিহঁতৰ কৌতূহল হোৱাটো বাঞ্ছনীয়। এইবোৰ বিষয়ে কোনো কথা খুলি কবলৈ অকণো সঙ্কোচ বা গাম্ভীৰ্য্য ধাৰণ কৰিব নেলাগে; সকলোবোৰ কথাকে সাধাৰণ দৈনন্দিন ঘটনাৰ দৰে ভাবি সিহঁতক বুজাই দিব লাগে।

আজি-কালিৰ দিনত লৰা আৰু ছোৱালীক যে বেলেগ ব্যৱহাৰ কৰিব নেলাগে সেই বিষয়ে কোৱাৰ কোনো প্ৰয়োজন নাই। বিয়াৰ বিষয়ে একো নজনাকৈয়ে কোনো ছোৱালীৰ বিয়া হব আৰু প্ৰয়োজনীয় সকলো জ্ঞান স্বামীৰপৰা শিকিব, এনে মনোভাবৰ বৰ্ত্তমান জগতত আৰু আদৰ নাই। বৰ্ত্তমান যুগৰ ধাৰণা হল অজ্ঞতাৰ ওপৰত নিৰ্ভৰশীল ধৰ্ম্মৰ কোনো মূল্য নাই। যি বোৰে বৰ্ত্তমান তথ্যবোৰ পঢ়ি শুনি শিকিব নোখোজে, সেইবোৰৰ লগত তৰ্ক কৰি কোনো লাভ নাই।

যৌন-নীতিৰ শিক্ষাৰ সম্বন্ধে সঙ্কীৰ্ণ আলোচনাৰ উদ্দেশ্য আমাৰ নহয়, এই বিষয়ে নানা মুনিৰ নানা মত। বেলেগ বেলেগ ধৰ্ম্মই বেলেগ বেলেগ দৃষ্টিকোণৰপৰা যৌন-নীতিক গ্ৰহণ কৰিছে কাৰণে এই ক্ষেত্ৰত বহুত পাৰ্থক্য দেখিবলৈ পোৱা যায়। যেনে—খৃষ্টিয়ানসকলৰ নিয়ম চুলেমানসকলৰ নিয়মতকৈ বেলেগ। আকৌ কেথলিকসকলৰ প্ৰটেষ্টাণ্টসকলৰপৰা বেলেগ; কাৰণ তেওঁলোকে বিবাহ-বিচ্ছেদ সমৰ্থন কৰে। ঠিক সেই দৰেই মধ্যযুগীয়বোৰতকৈ আধুনিক

স্বাধীন চিন্তাবিদৰ মত বেলেগ। কিন্তু প্ৰথম কথা হল পিতা-মাতাই নিজ নিজ বিশ্বাস অনুযায়ী যৌন-নীতি সম্বন্ধে আদৰ্শ শিক্ষা দিব লাগে আৰু পিচত কোনো অৱস্থাতে এইবোৰ বিষয়ত হস্তক্ষেপ কৰা উচিত নহয়। দ্বিতীয়তে সৰু সুৰা খুতি-নাটিপূৰ্ণ পাৰ্থক্যবোৰ বাদ দিলেও সকলোৰে গ্ৰহণযোগ্যও বহুত নীতি আছে, আৰু সেই নীতিৰ অন্ততঃ আলোচনা হোৱা প্ৰয়োজন।

প্ৰথম কথা হল স্বাস্থ্য-বিজ্ঞান সম্বন্ধে আমি জনা উচিত। যৌন ব্যাধিৰ কবলত পৰাৰ নিচিনা বিপদ অহাৰ আগতেই সকলো যুৱক যুৱতীয়েই এই বিষয়ে জ্ঞান আহৰণ কৰা উচিত। নীতি-শিক্ষাৰ সম্বন্ধে বহুতে বৰ বেচিকৈ বঢ়াই কয়, কিন্তু সেই অতিৰঞ্জিত কথাবোৰ বাদ দি প্ৰকৃত তথ্যবোৰ নিঃসঙ্কোচে সিহঁতক বুজাই দিব লাগে। কেনেকৈ এইবোৰৰপৰা হাতসাৰি থাকিব পাৰি আৰু কেনেকৈ এইবোৰৰপৰা আৰোগ্য লাভ কৰিব পাৰি তাৰ বিষয়েও সিহঁতক জানিবলৈ দিয়া উচিত। অকল ধাৰ্ম্মিকসকলৰ কাৰণেহে এনেবোৰ শিক্ষাৰ আৱশ্যক, এনে ভবা অনুচিত। যিবোৰ দুৰ্ভগীয়া এনে ব্যাধিৰ কবলত পৰিছে তেওঁলোকে পাপৰ প্ৰায়শ্চিত্ত কৰিছে বুলি ভবাটো অতি অন্যায়। আমি যদি এনেকুৱা কৰো তেনেহলে অসাৱধানতাৰে মটৰ চলোৱা পাপ বুলি মটৰ দুৰ্ঘটনাত পৰা মানুহকো আমি সহায় নকৰাকৈ থাকিব পাৰোঁ। আনফালে চাবলৈ গলে দুয়ো ক্ষেত্ৰতে নিৰ্দ্দোষ লোকেও শাস্তি পাবলগীয়া হব পাৰে। চিফিলিচ্ ৰোগগ্ৰস্ত লৰা-ছোৱালীবোৰে যে সিহঁতৰ ৰোগ সম্বন্ধে একেবাৰে নিৰ্দ্দোষ এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

সন্তান লাভ কৰা যে অতি গুৰুত্বপূৰ্ণ কথা, এই বিষয়ে যুৱক যুৱতীক খুব ভাল ভাৱে বুজাই অনুভৱ কৰিবলৈ দিব লাগিব। শিশুৰ স্বাস্থ্য আৰু সুখ লাভৰ যথেষ্ট সম্ভাৱনা নেথাকিলে শিশু লাভ কৰা উচিত নহয়। শিশুৰ সুখৰ অভাৱ আৰু স্বাস্থ্যহীনতা, আৰু

মাকৰ স্বাস্থ্য ভঙ্গ ইত্যাদিৰ সম্বন্ধে বিবেচনা নকৰাটো অতি নিষ্ঠুৰ কথা। কিন্তু কিছুমান অন্ধ বিশ্বাস চলি আহিছে যে মাকৰ ভগ্ন-স্বাস্থ্য হলেও লৰা-ছোৱালীবোৰ বেমাৰী আৰু অজ্ঞান হলেও, আৰু সিহঁতৰ যথেষ্ট খাব পিন্ধিবলৈ নেথাকিলেও বিয়াৰ পিচত কোনো বাধাপ্ৰাপ্ত নোহোৱাকৈ সন্তান জন্ম দিবই লাগিব। এনেবোৰ নীতি মাত্ৰ আজি-কালি নিৰ্দ্দয় মানুহবোৰক হে অনুকৰণ কৰা দেখা যায় আৰু ইয়াক ঈশ্বৰে দিয়া ফল বুলি ধৰি লয়। যিবোৰ মানুহে শিশুৰ যত্নৰ প্ৰতি চকু দিয়ে, বা নিঃসহায়ত পৰাবিলাকক দুখ দিব নোখোজে তেওঁলোকে এনে অন্ধ-নীতি পালন কৰাসকলৰ বিপক্ষে বিদ্ৰোহাচৰণ কৰে। শিশুৰ অধিকাৰ আৰু প্ৰয়োজনীয়তা আৰু এই সম্পৰ্কিত সকলো তথ্য নীতি শিক্ষাৰ অন্তৰ্ভুক্ত হোৱা উচিত।

লৰা-ছোৱালীকো শিক্ষা দিয়া উচিত যে এদিন তেওঁলোকো সন্তানৰ পিতৃ বা জননী হব লগীয়া হ'ব। আৰু মাতৃৰূপে তেওঁলোকৰ যি জ্ঞানৰ প্ৰয়োজন, তাৰ বিষয়ে প্ৰাথমিক জ্ঞান থাকিব লাগে। অৱশ্যে লৰা আৰু ছোৱালী দুয়োয়ে শৰীৰ-বিদ্যা আৰু স্বাস্থ্য ৰক্ষা সম্বন্ধে জ্ঞান লাভ কৰা উচিত। আৰু তেওঁ লোকক এই কথাও ভালকৈ বুজাই দিয়া উচিত যে উপযুক্ত মৰম চেনেহৰ অভাৱত তেওঁলোক কেতিয়াও সন্তানৰ পিতা বা মাতা হবৰ উপযুক্ত নহয়। লৰা-ছোৱালীলৈ মৰম চেনেহ থকাৰ উপৰিও লৰা-ছোৱালী কেনেকৈ তুলি-তালি ডাঙৰ দীঘল কৰিব লাগে, তাৰ বিষয়েও যথেষ্ট জ্ঞান থকা উচিত। শিশু পালনৰ কাৰণে জ্ঞানহীন স্বাভাৱিকপ্ৰৱণতা যেনেকৈ পৰ্য্যাপ্ত নহয়, তেনেকৈ প্ৰৱণতাহীন জ্ঞানো পৰ্য্যাপ্ত নহয়। এই ক্ষেত্ৰত জ্ঞানৰ পৰিসৰ যিমানে বাঢ়িব বুদ্ধিমতী নাৰীসকলে মাতৃত্বৰ প্ৰতি সিমানে আকৃষ্ট হব। তেওঁলোকৰ বুদ্ধিবৃত্তি প্ৰয়োগৰ কোনো সুযোগ নেথাকে বুলি ভাবিয়েই আজি-কালি বহুত সুশিক্ষিতা নাৰীয়ে মাতৃত্বক ঘৃণাৰ চকুৰে চায়; কিন্তু এইটো বৰ দুৰ্ভাগ্যৰ কথা। কাৰণ

তেওঁলোকৰ চিন্তা যদি মাতৃত্বৰ প্ৰতি আকৃষ্ট হলহেঁতেন তেনেহলে তেওঁলোক সৰ্ব্বোৎকৃষ্ট জননী হব পাৰিলেহেঁতেন।

যৌন-প্ৰেম সম্বন্ধে শিক্ষা দানত অতি প্ৰয়োজনীয় আৰু এটা বিষয় আছে। ঈৰ্ষাক যুক্তিসঙ্গত অধিকাৰ বুলি বিবেচনা কৰাটো উচিত নহয়। ঈৰ্ষাক অনুভৱ কৰোঁতাজনৰ বাবে দুৰ্ভাগ্য আৰু প্ৰযুক্ত জনৰ প্ৰতি অবিচাৰ বুলি ভবাটোহে উচিত। য'ত স্বাৰ্থপৰ সংগ্ৰহৰ লোভে প্ৰেমৰ ক্ষেত্ৰত প্ৰৱেশ কৰে, তাত প্ৰেমৰ সজীৱতা নাশ হয় আৰু মানুহৰ ব্যক্তিত্বৰো ক্ষয় আৰম্ভ হয়। এনেবোৰ ভাবৰ অস্তিত্ব য'ত নাই, তাত প্ৰেমে ব্যক্তিত্বক বিকশিত কৰি জীৱনক সুসমৃদ্ধ কৰে। অতীত কালত স্নেহক এটা কৰ্ত্তব্য বুলি প্ৰচাৰ কৰাত পিতা-মাতা আৰু সন্তানৰ ভিতৰৰ মধুৰ সম্বন্ধটো নষ্ট হৈ গৈছিল। সেই একেটা ভুলৰ কাৰণেই আজিও স্বামী স্ত্ৰীৰ মাজৰ মধুৰ সম্বন্ধটো বিনষ্ট হোৱা দেখা যায়। মৰম চেনেহ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল নহয় কাৰণে ই কেতিয়াও কৰ্ত্তব্য হব নোৱাৰে। প্ৰেম হৈছে এটি স্বৰ্গীয় বস্তু—তথা ভগৱানৰ দান। প্ৰেম যদি স্বাধীন আৰু স্বতঃস্ফুৰ্ত্ত হয় তেতিয়া হলে তাৰ সৌন্দৰ্য্য আৰু আনন্দই পূৰ্ণ বিকাশ পায়। কিন্তু যি বিলাকে মৰম চেনেহক পিঞ্জৰাবদ্ধ কৰি ৰাখিব খোজে তেওঁলোকে সেই সৌন্দৰ্য্য আৰু আনন্দকো ধ্বংস কৰে। এই ক্ষেত্ৰতো ভয়েই হল প্ৰধান শত্ৰু। যি নিজৰ জীৱনৰ সুখ শান্তিৰ মূল মৰম চেনেহ হেৰুৱাইছে বুলি ভয় খায়, তেওঁ সেই মৰম চেনেহ হেৰুৱাই পেলাইছে বুলিয়েই ধৰি লব লাগিব। আন আন কথাৰ দৰে এই ঠাইতো নিৰ্ভীকতাইহে বিজ্ঞতাৰ প্ৰমাণ।

# ত্ৰয়োদশ অধ্যায়

## নাৰ্চাৰী স্কুল

লৰা-ছোৱালীক সুখী কৰিব পৰা আৰু পিচৰ জীৱনলৈয়ো প্ৰয়োজনীয় এনে অভ্যাসবোৰ গঠন কৰিবৰ কাৰণে কি কৰা কৰ্ত্তব্য সেই সম্বন্ধে সাধাৰণভাৱে আলোচনা কৰা হৈছে। কিন্তু সেই শিক্ষা পিতা-মাতাই দিয়া উচিত নে নাই বা চাৰিত্ৰিক শিক্ষাৰ কাৰণে কোনো উপযুক্ত স্কুললৈ পঠোৱা যুগুত? এই প্ৰসঙ্গত নাৰ্চাৰী স্কুলৰ কথাকে কোৱা হৈছে। অকল যে যিবোৰ লৰা-ছোৱালীৰ মাক-দেউতাক অজ্ঞ, দৰিদ্ৰ বা অতিৰিক্ত পৰিশ্ৰমী, সেইবোৰৰ লৰা-ছোৱালীকহে নাৰ্চাৰী স্কুললৈ পঠিয়াব লাগে তেনে নহয়, আন সকলোবোৰ লৰা-ছোৱালীৰ কাৰণেই নাৰ্চাৰী স্কুলৰ প্ৰয়োজনীয়তা সম্বন্ধে যথেষ্ট যুক্তি আছে। বিশেষকৈ যিবোৰে নগৰত বাস কৰিছে তেওঁলোকৰ কাৰণে নাৰ্চাৰী স্কুল অতি আৱশ্যকীয়; সেই যুক্তিবোৰৰ বিষয়ে ক্ৰমান্বয়ে আলোচনা কৰা হৈছে।

প্ৰথমতে চিকিৎসা-বিজ্ঞান আৰু মনস্তত্ত্বৰ ফালৰপৰাও শৈশৱ কাল অত্যন্ত গুৰুত্বপূৰ্ণ। এই দুয়োটিৰে অতি ঘনিষ্ঠভাৱে পাৰম্পৰিক সম্বন্ধ আছে। উদাহৰণ স্বৰূপে কব পাৰি যে ভয়ে শিশুৰ সূক্ষ্ম শ্বাস প্ৰশ্বাসতো বাধাৰ সৃষ্টি কৰে আৰু অনিয়মিত শ্বাস প্ৰশ্বাসে শিশুৰ দেহত নানাবিধ ৰোগৰ সৃষ্টি কৰিব পাৰে। শৰীৰ আৰু মনৰ ইমান ওচৰ সম্বন্ধ যে শৰীৰ বিদ্যাৰ বিষয়ে সামান্য জ্ঞান নেথাকিলে যেনেকৈ কোনেও শিশুৰ চৰিত্ৰ গঠনত সক্ষম হব নোৱাৰে, ঠিক তেনেকৈয়ে মনস্তত্ত্বৰ প্ৰয়োজনীয় জ্ঞান নেথাকিলেও শিশুৰ স্বাস্থ্য গঠন কৰা অসম্ভৱ। এই শাৰীৰিক আৰু মানসিক

স্বাস্থ্য দুয়োটিৰেই প্ৰয়োজনীয় অধিকাংশ জ্ঞানেই নতুন ধৰণৰ আৰু প্ৰাচীন প্ৰথাৰ পৰিপন্থী। নিয়মানুৱৰ্ত্তিতাৰ কথাটোকে উদাহৰণ স্বৰূপে ধৰা যাওক। শিশুৰে সৈতে বিবাদ পালন কৰিব লগীয়া মূলনীতি হ'ল—নিজৰ নীতি এৰি নিদিবা অথচ শিশুক শাস্তিও নিদিবা।

সাধাৰণ পিতা-মাতাই সাধাৰণতে অশান্তিৰ হাত সাৰিবলৈ শিশুৰ অন্যায় আবদাৰ মানি লয় আৰু কেতিয়াবা কেতিয়াবা খঙত একো-নাই হৈ শাস্তিও দিয়ে। কিন্তু কৃতকাৰ্য্য হোৱাৰ প্ৰধান উপায় হল ধৈৰ্য্য আৰু পৰামৰ্শ দিব পৰা ক্ষমতা। এইটো হল মনস্তাত্বিক দৃষ্টান্ত। কিন্তু মুকলি বায়ু সেৱন হল স্বাস্থ্য সম্পৰ্কীয় দৃষ্টান্ত। শিশুক বেচি কাপোৰ-কানি নিপিন্ধোৱাকৈ মুকলি বতাহ সেৱন কৰিবলৈ দি প্ৰকৃত তত্বাবধানেৰে সৈতে ভাল ভাল পৰামৰ্শ দি জ্ঞানৰ পৰিসৰ বঢ়াই শাৰীৰিক আৰু মানসিক দুয়োটাৰে উন্নতি সাধন কৰিব লাগে। কিন্তু প্ৰকৃত সতৰ্কতাৰ অভাৱত শিশুৱে কেতিয়াও উন্নতি সাধন কৰিব নোৱাৰে।

শিশু পালনৰ নতুন ধৰণৰ প্ৰণালীৰ বিষয়ে সকলো পিতা-মাতাই জনাটো সম্ভৱপৰ নহয় আৰু এই বিষয়ে ভালকৈ শিকিবলৈ তেওঁলোকে অৱসৰো নেপায়। অশিক্ষিত পিতা-মাতাৰ কথা সহজেই অনুমান কৰিব পাৰি ; তেওঁলোকে সঠিক পন্থা কি নেজানে আৰু তেওঁলোকক শিক্ষা দিলেও তেওঁলোকে সেই শিক্ষাৰ বিষয়ে জানিব নোখোজে। কিন্তু যিবোৰ পিতা-মাতা উচ্চশিক্ষিত, বিবেচক আৰু যিবোৰ অতি ব্যস্ত নহয়, তেওঁলোকৰ লৰা-ছোৱালীয়ে নাৰ্চাৰী স্কুলত যি শিক্ষা পায় ঠিক সেই শিক্ষা ঘৰত পাব নোৱাৰে। প্ৰথমতে সিহঁতে আন আন সমবয়সীয়া সঙ্গৰপৰা বঞ্চিত হয়। বিশেষকৈ সৰু সৰু পৰিয়ালৰ লৰা-ছোৱালীয়ে ডাঙৰৰপৰা বেচি আদৰ যত্ন পায় আৰু তাৰ ফলত সিহঁতৰ স্নায়ুবোৰ দুৰ্ব্বল হয় আৰু বয়সতকৈ বেচিকৈ

কথা কবলৈ শিকে ; তাৰ উপৰিও আন লৰা-ছোৱালীৰ প্ৰভাৱ শিশুৰ ওপৰত পৰে। কিন্তু মাক-দেউতাকে তেনে বহুত লৰা-ছোৱালীৰ পৰা অভিজ্ঞতা লাভ কৰিবৰো উপায় নাই। অকল ধনীসকলেহে তেওঁলোকৰ খেল-ধেমালি ইত্যাদিৰ কাৰণে উপযুক্ত ঠাই আৰু পৰিৱেশৰ বন্দোৱস্ত কৰিব পাৰে। কিন্তু কেইটিমান বিশেষ পৰিয়ালৰ শিশুৰ কাৰণে এনেবোৰ বন্দোৱস্ত অবাঞ্ছনীয়। কাৰণ তাৰপৰা শিশুৱে নিজক আনতকৈ বেলেগ বা ডাঙৰ বুলি ভাবি অহঙ্কাৰ কৰিবলৈ শিকে। এনেবোৰ অনুভূতি নৈতিক অৱনতিৰ মূল। এইবোৰৰ কাৰণে তুবছৰ পাৰ হলেই অলপ সময়ৰ কাৰণে হলেও ওচৰৰ কোনো উপযুক্ত স্কুললৈ সিহঁতক পঠোৱা উচিত।

পিতা-মাতাৰ পদ মৰ্য্যাদা অনুযায়ী বৰ্ত্তমান তুই ধৰণৰ স্কুল আছে। ফ্ৰোবেলে আৰু মণ্টেচৰী (Froebel and Montessori School) হল ধনী মানুহৰ লৰা-ছোৱালীৰ কাৰণে, আৰু তুখীয়া লৰা-ছোৱালীৰ কাৰণে হল নাৰ্চাৰী স্কুলবোৰ। নাৰ্চাৰী স্কুল সম্বন্ধে শ্ৰীমতী মেকমিলানৰ ( Miss Macmillians ) স্কুলটো আদৰ্শ স্থানীয়। এবছৰ বয়সীয়া শিশুৰপৰা আৰম্ভ কৰি সাত বছৰীয়া শিশুলৈকে তাত শিক্ষা দিয়া হয়। লৰা-ছোৱালীবোৰে ৰাতি পুৱা আঠ বজাতে স্কুললৈ আহি আবেলি ছয়বজালৈকে তাতে থাকে। তুপৰীয়া সকলোকে তাতে খাবলৈ দিয়া হয়। যিমান দূৰ সম্ভৱ দিনটো সিহঁত ঘৰৰ বাহিৰত থাকে আৰু ঘৰৰ ভিতৰতো প্ৰচুৰ ৰদ বতাহ সোমাব পৰা ব্যৱস্থা আছে। স্কুলত নাম লগোৱাৰ সময়ত প্ৰত্যেক শিশুৰে স্বাস্থ্য পৰীক্ষা কৰা হয় আৰু কিবা দোষ থাকিলে কোনো ক্লিনিক বা হাস্পতালত কিছুদিন থৈ নিৰোগী কৰি লোৱা হয়। নাম লগোৱাৰ পিচতেই অতি অলপ সংখ্যক শিশুৰ বাহিৰে বেচিভাগ শিশুৰেই সুন্দৰ স্বাস্থ্য লাভ কৰে। তাত আহল-বহল ফুলনি আৰু বননি আছে— য'ত খেল-ধেমালি কৰি শিশুৱে অনেক সময় কটাব পাৰে।

সাধাৰণতে ভাত মণ্টেচৰী পদ্ধতিৰে শিক্ষা দিয়া হয়। আহাৰ খোৱাৰ পিচত সকলো শিশুৱেই শুই থাকে। কিন্তু এইবোৰৰ উপৰিও হয়তো সিহঁতে ৰাতি কোনো দুখীয়া বা মদপী পিতা-মাতাৰ লগত একোটা সৰু ঘৰত থাকিব লগা হয়, তথাপি সেইবোৰ লৰা-ছোৱালীৰ বুদ্ধি আৰু স্বাস্থ্য মধ্যবিত্ত শ্ৰেণীৰ লৰা-ছোৱালীৰ বুদ্ধি আৰু স্বাস্থ্যৰ লগত সমানে বাঢ়ে।

এই নাৰ্চাৰী স্কুলবোৰ যদি সাৰ্ব্বজনীন হলহেঁতেন তেতিয়া এক পুৰুষৰ পিচতেই বৰ্ত্তমান শিক্ষাত যি ব্যৱধানে মানুহক বিভিন্ন শ্ৰেণীত ভাগ কৰিছে, তাৰ অৱসান ঘটিলহেঁতেন। মানসিক আৰু শাৰীৰিক বিকাশ অকল মুষ্টিমেয় কিছুমান ভাগ্যৱানৰ মাজতেই সীমাবদ্ধ নহৈ সাৰ্ব্বজনীন হ'লহেঁতেন। প্ৰগতি পথৰ বাধা স্বৰূপ ৰোগ, নিৰ্ব্বুদ্ধিতা আৰু অসূয়া আদি আঁতৰ হ'লহেঁতেন। যুদ্ধৰ প্ৰয়োজনীয় বস্তুবোৰ যোগাৰ কৰোতে আমাৰ ৰাজকোষ শূন্য হৈ যায়, ইফালে আমাৰ শিশুবিলাকৰ ভাগ্যত ঘটে ব্যাধি আৰু দুখ, আৰু তেওঁলোকে বুদ্ধি আৰ্জ্জনৰ সুযোগৰপৰা চিৰবঞ্চিত হয়। কিন্তু ওপৰোক্ত ধনৰ সামান্য অংশ যদি নাৰ্চাৰী স্কুলবোৰত খৰচ হলহেঁতেন তেতিয়া হলে বহুত দুৰ্ভগীয়া লৰা-ছোৱালীৰ ভাগ্য পৰিৱৰ্ত্তন কৰা সম্ভৱ হলহেঁতেন। মাতৃ জাতিৰ ভোটাধিকাৰ আজি স্বীকৃত হৈছে, কিন্তু সেই ভোট তেওঁলোকৰ সন্তান সন্ততিসকলৰ উপকাৰৰ কাৰণে নিয়োজিত কৰিবৰ শিক্ষা তেওঁলোকে জানো কেতিয়াবা লাভ কৰিব পাৰিব ?

আন আন ক্ষেত্ৰৰ দৰে শিক্ষাক্ষেত্ৰতো উন্নতিৰ এটা মাত্ৰ উপায় আছে। সেইটো হল প্ৰেমৰদ্বাৰা বিজ্ঞানক নিয়মিত ভাৱে পৰিচালনা কৰা। বিজ্ঞানৰ অবিহনে প্ৰেম ক্ষমতাহীন হৈ পৰে আৰু প্ৰেম নেথাকিলে বিজ্ঞান হয় ধ্বংসপ্ৰৱণ। সৰু লৰা-ছোৱালীৰ শিক্ষৰা উন্নতিকল্পে চেষ্টা কৰি যি সকল কিছুদূৰ কৃতকাম হৈছে তেখেতসকল শিশু-প্ৰেমিক আছিল।

এই কাৰ্য্য এনে লোকবদ্বাৰা সম্পন্ন হৈছে যি সকলে এই বিষয়ত বিজ্ঞানৰপৰা আহৰণীয় তত্ত্ব সকলো জানে। নাৰীৰ উচ্চ শিক্ষাৰ সুফলৰ ইয়ো এটা অন্যতম কাৰণ। কাৰণ প্ৰাচীন কালত বিজ্ঞান আৰু সন্তি-সন্ততিৰ প্ৰতি স্নেহৰ সংযোগ কদাচিৎ হে হৈছিল। কিন্তু এতিয়া বিজ্ঞানৰ সহায়ত শিশুমনৰ গঢ় দিব পৰা শক্তিৰে আমি বিশেষ ক্ষমতা লাভ কৰিছো; সেই ক্ষমতাৰ অপব্যৱহাৰ হোৱাৰো আশঙ্কা আছে। অপাত্ৰৰ হাতত পৰিলে তাৰপৰা এতিয়াৰ বিশৃঙ্খল প্ৰাকৃতিক জগতখনতকৈয়ো নিৰ্ম্মম আৰু নিষ্ঠুৰ এখন জগৎ হোৱাৰ আশঙ্কা আছে। লৰা-ছোৱালীক ধৰ্ম্ম, স্বদেশপ্ৰেম, নিৰ্ভীকতা অথবা সাম্যবাদ ( communism ) বৈপ্লৱিক আগ্ৰহ আদি শিক্ষা দিয়াৰ নামত গোঁড়া, যুদ্ধপ্ৰিয়, আৰু নিৰ্ম্মম হবৰ কাৰণেও শিক্ষা দিয়া হব পাৰে। শিশুৰ শিক্ষা মৰম চেনেহৰদ্বাৰা উদ্বুদ্ধ হোৱা প্ৰয়োজন আৰু শিশু-হৃদয়ৰ প্ৰেমক বন্ধনমুক্ত কৰাই তেওঁলোকৰ লক্ষ্য হোৱা উচিত। সেইটোকে নহলে বৈজ্ঞানিক কৌশলৰ উন্নতিৰ লগে লগে ই যে আৰু অনিষ্টকৰ হব সেই কথা নিশ্চিত। মানৱ সমাজত শিশুৰ প্ৰতি মৰম-চেনেহ এটা শক্তি আৰু অস্তিত্ব সমাজত অনুভূত হয়। শিশু-মৃত্যুৰ হাৰ হ্ৰাস আৰু শিক্ষাৰ উন্নতি বিধানেই ইয়াৰ প্ৰমাণ। কিন্তু সেই মৰম অতি দুৰ্ব্বল নহলে আমাৰ ৰাজনীতিবিদসকলে ৰক্তপাত আৰু অত্যাচাৰ আদি জঘন্য কামৰ মাজেদি অসংখ্য শিশুৰ জীৱন আৰু আনন্দ বিনাশ কৰিবলৈ সাহ নকৰিলেহেঁতেন। কিন্তু আন প্ৰকাৰ মৰমৰ আচৰিত ভাৱে অভাৱ আছে। শিশুৰ কাৰণে যি সকল লোকৰ চিন্তা ভাবনাৰ অন্ত নাই তেওঁলোকেই মনত এনে উগ্ৰ কামনা পোষণ কৰে, যাৰ ফলত সেই এনেবিলাক শিশু পৰিণত বয়সত যুদ্ধলৈ গৈ মৃত্যুৰ মুখত পৰিব লগা হয়। যুদ্ধক সামূহিক বলিয়ালি বুলিব পাৰি। শিশু শৈশৱৰপৰা পৰিণত অৱস্থালৈ গ'লে শিশুৰ প্ৰতি থকা স্নেহ পৰিণত বয়স্কলৈ সম্প্ৰসাৰিত

হ'ব বুলি আশা কৰিলে জানো দুৰাশা হ'ব ? শিশু-প্ৰেমিকসকলে জানো শিশুৰ পিচৰ জীৱনৰ দিনবোৰৰ প্ৰতি পিতৃসুলভ স্নেহদৃষ্টি দান কৰিব ? তেওঁলোকক সুস্থ সৱল দেহ আৰু নিৰ্ভীক নৰ-নাৰী গঢ়ি তোলাৰ পিচত তেওঁলোকৰ শক্তি আৰু সামৰ্থ্যৰদ্বাৰা উন্নত জগত এখন সৃষ্টি কৰিবৰ সুযোগ জানো আমি তেওঁলোকক দিম ? অথবা তেওঁলোকে মহৎ কামত আত্মনিয়োগ কৰিলে আমি ভয়ত বিমোৰ হৈ তেওঁলোকক আকৌ দাসত্বৰ গ্লানিলৈ টানি লৈ আহিম নে ? বিজ্ঞানে কিন্তু উভয়ৰে যি কোনো এটাৰ সাহায্য কৰিবলৈ প্ৰস্তুত। প্ৰেম বা ঘৃণাৰ মাজত এটাক বাছি লব লাগিব আৰু এই কথাও জনা উচিত যে মনোৰম বাক্যবিন্যাসৰ মাজত ঘৃণাই আত্মগোপন কৰে আৰু নীতিবাদৰ সমৰ্থনকাৰীবোৰেও এনে মনোভাবক শ্ৰদ্ধা কৰে।

# তৃতীয় খণ্ড

## চতুৰ্দ্দশ অধ্যায়

## সাধাৰণ নীতিসমূহ

### Intellectual Education ( বুদ্ধি সংক্ৰান্ত শিক্ষা )

যি চৰিত্ৰ গঠন আজি আমাৰ প্ৰধান আলোচ্য বিষয় হৈছে সেই চৰিত্ৰ গঠন শিশুৰ জীৱনৰ প্ৰথম কেই বছৰ মানৰ ভিতৰতে সমাপ্ত হোৱা উচিত। সঠিক ভাৱে পৰিচালিত হলে শিশুৰ ছবছৰৰ ভিতৰতে এই শিক্ষা সম্পূৰ্ণ হোৱা উচিত। এই সময়ৰ পিচত যে চৰিত্ৰ নষ্ট হব নোৱাৰে, তেনে নহয়—কাৰণ অবাঞ্ছিত ভাৱে একোটা ঘটনাই যি কোনো সময়তেই পৰিৱেশ নষ্ট কৰি দিব পাৰে। কিন্তু এই কথা স্বাভাৱিক যে লৰা বা ছোৱালীক শৈশৱত যদি উপযুক্ত ভাৱে শিক্ষা দিয়া হয় আৰু তেওঁলোকৰ পৰিৱেশ সম্বন্ধে সামান্য সতৰ্কতা অৱলম্বন কৰা হয়, তেতিয়া তেওঁলোকৰ মাজত সদ্ভাব আৰু সদিচ্ছা জাগ্ৰত হৈ সৎপথেৰে পৰিচালিত হব পাৰিব। জীৱনৰ প্ৰথম ছবছৰৰ ভিতৰতে যি সুশিক্ষা পাইছে সেইবোৰে কোনো এটা স্কুলৰ পৰিৱেশত স্বাভাৱিক ভাৱেই শ্ৰেষ্ঠত্ব লাভ কৰিব পাৰে। সেই কাৰণে কৰ্ত্তৃপক্ষই নৈতিক জ্ঞান সম্পৰ্কে তেওঁলোকৰ ওপৰত জোৰ কৰি জাপি দিব লগীয়া নহয়। যি বোৰ গুণৰ প্ৰয়োজন সেইবোৰ গুণ বুদ্ধি বিকাশৰ কাৰণে দিয়া শিক্ষাৰ লগে লগে স্বাভাৱিক ভাৱেৰে তেওঁলোকে লাভ কৰিব পাৰে। ছবছৰ বয়সলৈকে যদি লৰা-ছোৱালীবোৰে উপযুক্ত শিক্ষা পায় তেনেহলে শিক্ষক শিক্ষয়িত্ৰীৰ কাম হব বুদ্ধি বৃত্তি সম্পৰ্কিত বিষয়ৰ উন্নতিৰ প্ৰতি বেচি গুৰুত্ব আৰোপ কৰি চৰিত্ৰৰ ক্ৰমাগত বিকাশ সাধনৰ উপায় অৱলম্বন কৰা।

নীতিজ্ঞানৰ বিবেচনাৰদ্বাৰা শিক্ষা প্ৰভাৱিত হোৱাটো বুদ্ধিৰ বিকাশ আৰু অৱশেষত চৰিত্ৰ গঠন দুয়োটাৰ বাবেই অনিষ্টকৰ। এনে দৰে ভবা ভুল যে কিছুমান জ্ঞান অনিষ্টকৰ আৰু কিছুমান বিষয়ে অজ্ঞানে থকা উপকাৰী। যি জ্ঞান দিয়া হব সেই জ্ঞান কোনো নৈতিক বা ৰাজনৈতিক উদ্দেশ্য সাধনৰ কাৰণে নহৈ বুদ্ধি বিকাশৰ কাৰণেহে হব লাগে। শিক্ষাৰ্থীৰ প্ৰতি লক্ষ্য ৰখাই শিক্ষাৰ উদ্দেশ্য হোৱাৰ উচিত। সেই উদ্দেশ্য হৈছে আংশিক ভাৱে কৌতূহল চৰিতাৰ্থ কৰা আৰু আংশিক ভাৱে সেই কৌতূহল নিজেই পূৰণ কৰিব পৰা হোৱাৰ কাৰণে নিপুণতা দান কৰা ছাত্ৰ-ছাত্ৰীৰ সকলোবোৰ কৌতূহলকে শিক্ষকে অনুপ্ৰাণিত কৰিব লাগে। কিন্তু তেওঁলোকৰ কৌতূহল যদি সম্পূৰ্ণ ৰূপে স্কুল পাঠ্য পুথিৰ বাহিৰো হয় তথাপি শিক্ষকে তেওঁলোকক নিৰুৎসাহ কৰিব নেলাগে। সেই বুলি স্কুলৰ নিৰ্দ্ধাৰিত পাঠ্য সলনি কৰিব লাগিব যে তেনে কথা নহয়, কৌতূহলক প্ৰশংসনীয় বিষয় বুলি ধৰি লব লাগিব আৰু কিতাপ, পুথি-ভড়াল আদিৰ সাহায্যত স্কুলৰ নিৰ্দ্দিষ্ট সময়ৰ পিচত কেনে ভাৱে সেই কৌতূহল চৰিতাৰ্থ কৰিব লাগিব এই কথা লৰা-ছোৱালীবোৰক ভালকৈ বুজাই দিয়াটো এটা প্ৰধান কৰ্ত্তব্য।

কিন্তু কোনো লৰা-ছোৱালীৰ কৌতূহল যদি অস্বাভাৱিক আৰু কুৰুচিপূৰ্ণ হয়, যদি সি কিছুমান বেয়া কথা বা অত্যাচাৰীৰ কাহিনীত আনন্দ অনুভৱ কৰে, সি যদি মাত্ৰ আনে কি কৰিলে তাকে চাবৰ কাৰণে ব্যস্ত থাকে তেনেহলে তাৰ প্ৰতি কি ব্যৱস্থা গ্ৰহণ কৰিব লাগিব? এনে ধৰণৰ কৌতূহলক জানো উৎসাহিত কৰা উচিত হব? লৰা-ছোৱালীৰ কৌতূহল যাতে কেতিয়াও ওপৰত কোৱাৰ দৰে পৰিচালিত হব নোৱাৰে তাৰ বাবে আমি সদায় সতৰ্ক থকা উচিত। কিন্তু তাৰ অৰ্থ এয়ে নহয় যে সি এনেবোৰ কথা জানিবলৈ বিচাৰিলেই তাক আমি দুষ্ট বুলি ভাবিব লাগিব বা সি জানিব খোজা কথাবোৰৰ

বিষয়ে তথ্যবোৰ তাৰপৰা লুকুৱাই থব লাগিব। কোনো কোনো ক্ষেত্ৰত এনেবোৰ কৌতূহলৰ মূলত আছে ব্যাধি, আৰু তেনে ক্ষেত্ৰত আমি সেই ৰোগ নিবাৰণৰ কাৰণে চিকিৎসা কৰোৱাব লাগে। কিন্তু বেছি ভাগ ক্ষেত্ৰতে কোনো কোনো বিষয় বিশেষৰ প্ৰতি যি নিষেধ আৰোপ কৰা হয় তাৰপৰাই এই কৌতূহলৰ সৃষ্টি হয়। কিন্তু কোনো ক্ষেত্ৰতে বাধা-নিষেধ আৰু ভয় প্ৰদৰ্শন উপযুক্ত প্ৰতিষেধক নহয়। অতি সাধাৰণ আৰু অতি গুৰুত্বপূৰ্ণ সমস্যা হিচাপে কুৎসিত কিছুমান কথাৰ প্ৰতি আগ্ৰহৰ কথাকে বিবেচনা কৰা হওক। ঠিক আন আন বিষয়ৰ জ্ঞানৰ দৰেই যদি যৌন সম্বন্ধেও শিশুক জ্ঞান দিয়া হলহেঁতেন তেতিয়া হলে সিহঁতৰ এই আগ্ৰহ হ'ল বুলি আমি বিশ্বাস কৰিব নোৱাৰোঁ। যি লৰাই কুৎসিত্ ছবি আদি সংগ্ৰহ কৰিব পাৰিছে সি তাৰ নিপুণতাৰ কাৰণে আৰু তাৰ লগৰীয়াবোৰৰ সহায় আৰু কৰ্ম্ম কুশলতাৰ কাৰণে গৰ্ব্ব অনুভৱ কৰে। তাক যদি যৌন সম্পৰ্কিত সকলো তথ্য পৰিষ্কাৰ ভাৱে অতি মাৰ্জ্জিত ৰূপে বুজাই দিয়া হলহেঁতেন তেনেহলে এই ছবিবোৰৰ প্ৰতি তাৰ অকণো আগ্ৰহ নেথাকিলহেঁতেন। কিন্তু এই সম্পৰ্কে প্ৰয়োজনীয় তথ্য পাতি জনাৰ পিচতো যদি কোনো লৰাৰ এনে আগ্ৰহ দেখা যায় তাক এইবোৰৰ সম্বন্ধে অভিজ্ঞ চিকিৎসকৰদ্বাৰা চিকিৎসা কৰাব লাগিব। তাৰ সকলোবোৰ চিন্তা এনে কি অতি কুৎসিত চিন্তাৰ বিষয়েও নিঃসঙ্কোচে সকলো কথা চিকিৎসকৰ আগত খুলি কবৰ কাৰণে তাক উৎসাহিত কৰিব লাগে। তাৰ ফলত অৱশেষত এনেকুৱা এটা দিন আহিব যে এই সকলোবোৰ আপোনা-আপুনিয়েই তাৰ মনৰপৰা আঁতৰি যাব। যেতিয়া সি বুজিব যে এই সম্পৰ্কে জানিবলৈ আৰু একোৱেই নাই। আৰু সিও এইবোৰ কৈ অস্বাভাৱিক একো আনন্দ লাভ কৰিব নোৱাৰে। তেতিয়া তাৰ সেই কুৎসিত্ আগ্ৰহ নাইকিয়া হৈ যাব। অতি গুৰুত্বপূৰ্ণ সত্য এই যে এইবোৰ সম্বন্ধে জ্ঞান অনিষ্টকৰ নহয়। কিন্তু কোনো

এটি বিষয়ত ক্ৰমাগতে চিন্তা কৰি থকাৰ অভ্যাসেই অনিষ্টকৰ। কোনো এটা ভাবে লৰা-ছোৱালীৰ মনক প্ৰভাৱান্বিত কৰিলে তাক ভাবি ধমকি দি আঁতৰাব নোৱাৰি; মাত্ৰ তাক সেই বিষয়ে বিতংকৈ বুজাই দিলেহে সেই ভাব আঁতৰোৱা পৰাটো সম্ভৱ হয়। এই পদ্ধতিৰ ফলত লৰা-ছোৱালীৰ আগ্ৰহে দুখদায়ক নহৈ বৈজ্ঞানিক ৰূপ ধাৰণ কৰে। এনে কৰিব পাৰিলে—লৰা-ছোৱালীৰ মনত আন আন ভাল বিষয়ৰ প্ৰতি আগ্ৰহ জন্মে। আৰু তেতিয়া তাৰ মনৰপৰা বেয়া প্ৰভাৱবোৰ আঁতৰি যায়। এইটোৱেই হল সঙ্কীৰ্ণ আৰু মাৰাত্মক কৌতূহল দূৰ কৰিবৰ নিশ্চিত উপায়। বাধা আৰু নৈতিক ভয়ে অৱস্থাৰ অৱনতিহে ঘটায়।

কিছুমান গুণ মানুহৰ জীৱনৰ কাৰণে অতি আৱশ্যকীয়। আৰু জ্ঞান অন্বেষণৰ পক্ষে অত্যন্ত অপৰিহাৰ্য্য। আৰু এইবোৰক সং-মানসিক শক্তি বুলিব পাৰি। মানসিক শক্তিৰ বিকাশকাৰী শিক্ষাৰ পৰাই এইবোৰৰ উদ্ভৱ হোৱা উচিত। এই গুণবোৰৰ ভিতৰত কৌতূহল, উদাৰ দৃষ্টি, কষ্টসাধ্য জ্ঞান লাভ কৰাৰ হেঁপাহ, বিশ্বাস, ধৈৰ্য্য, পৰিশ্ৰম, মনোনিবেশ আৰু সঠিক ধাৰণা আদিয়েই প্ৰধান। এইবোৰৰ ভিতৰত আকৌ কৌতূহলৰ স্থান সৰ্ব্বপ্ৰথম। যত কৌতূহল প্ৰখৰ আৰু কোনো উপযুক্ত বস্তুৰ প্ৰতি কৌতূহল প্ৰযুক্ত হয়, তেনে ঠাইত আন আন গুণবোৰো আপোনা-আপুনিয়েই উপযুক্ত পথেৰে পৰিচালিত হয়। কিন্তু সম্পূৰ্ণ মানসিক জীৱনৰ ভিত্তি ৰূপে কাৰ্য্যকৰী হবৰ কাৰণে কেৱল কৌতূহলেই যথেষ্ট নহয়। কোনো কঠিন কাম কৰিবলৈ সদায় এটা স্পৃহা থকা উচিত। শিক্ষাৰ্থীয়ে সেই কাম কৰাত শিশুৱে যি জ্ঞান লাভ কৰিব সেই জ্ঞান খেল-ধেমালি অথবা শৰীৰ চৰ্চ্চা লাভ কৰা নিপুণতাৰ দৰেই তাৰ মনত উদয় হ'ব। এই নিপুণতা বা কৌশল আংশিক ভাৱে স্কুলৰ কামবোৰ সম্পন্ন কৰিবৰ বাবে লাগতিয়াল কৌশল বা নিপুণতা হ'ব। ই অপৰিহাৰ্য্য কিন্তু যেতিয়াই শিশুৰ

মনত অনুৰাগ জন্মোৱা আৰু পাঠ্যক্ৰমৰ বাহিৰা কোনো কামৰ বাবে আৱশ্যকীয় নিপুণতা শিশুৱে লাভ কৰে তেতিয়া এটা প্ৰয়োজনীয় কাম সম্পন্ন হ'ল বুলি ভাবিব লাগে। কিন্তু প্ৰয়োজনীয়তা সম্বন্ধে আমাৰ এটা উদাৰ দৃষ্টিভঙ্গী থকা উচিত। কৌতূহল নহলে মূল্যৱান জ্ঞানৰ অধিকাংশই নহলহেঁতেন, সেই হেতুকে অবিমিশ্ৰ কৌতূহলৰ আসন বহল হোৱা প্ৰয়োজন। এনে বহুল পৰিমাণৰ জ্ঞান আছে যিবিলাক ব্যৱহাৰিক প্ৰয়োগৰ কথা বাদ দিও কেৱল স্বকীয় গুণৰ বাবেই মূল্যৱান। সকলো ধৰণৰ জ্ঞান অৰ্জ্জনৰ সময়ত জ্ঞানৰ কোনো প্ৰয়োগমূলক উদ্দেশ্যৰ বিষয়ে শিশুৱে লক্ষ্য কৰা উচিত নহয়। অনুৰাগহীন কৌতূহল যুৱক-যুৱতীৰ কাৰণে অতি স্বাভাৱিক আৰু ই এটা মহৎ গুণ। যি ঠাইত কৌতূহল অকৃতকাৰ্য্য হয় অকল সেই ঠাইতেই প্ৰদৰ্শনীয় নিপুণতাৰ ইচ্ছাক জগাই তুলিব লাগিব। য'ত জ্ঞান লাভৰ ইচ্ছা অকৃত্ৰিম তাত উদাৰ মনোভাৱৰ গুণো থাকিবই। সত্যক জানিব পাৰিছে বুলি মানুহৰ ভ্ৰান্ত বিশ্বাসৰ লগত য'ত আন আন বিশ্বাসৰ সংযোগ হয়, তাত উদাৰতা কাৰ্য্যকৰী হব নোৱাৰে। সেই কাৰণে বাৰ্দ্ধক্যতকৈ যৌৱন কালত মানুহৰ মনত উদাৰতা বেচি দেখিবলৈ পোৱা যায়। মানুহৰ প্ৰায়বোৰ কামেই, কোনো বৌধিক সমস্যাৰ সমাধানৰ বাবে লোৱা সিদ্ধান্তৰ লগত জড়িত থাকে। কোনো ধৰ্ম্ম-যাজকে ধৰ্ম্মতত্ত্ব নিৰপেক্ষ মত পোষণ কৰিব নোৱাৰে, ঠিক সেইদৰেই যুদ্ধ সম্বন্ধে যোদ্ধাৰ অভিমতো নিৰপেক্ষ নহয়। আইনজীৱিসকলেও ভাবিবলৈ বাধ্য হয় যে অপৰাধীবোৰে যদি বিখ্যাত বেৰিষ্টাৰৰ টকা দিব নোৱাৰে তেনেহলে তেওঁলোক দণ্ডিত হোৱাই উচিত। অভিজ্ঞতা আৰু শিক্ষণৰ ফলত কোনো শিক্ষক, যি বিশেষ শিক্ষা পদ্ধতিৰ শিক্ষা-দানৰ বাবে উপযুক্ত, তেওঁ সেই পদ্ধতিৰেই পৃষ্ঠপোষকতা কৰিব। কোনো ৰাজনৈতিক নেতাৰ তলত কাম কৰিবলৈ হলেও তেওঁৰ ৰাজ-নৈতিক সিদ্ধান্ত আৰু নীতিবোৰত বিশ্বাস থাকিব লাগিব, নহলে

কেতিয়াও সেই কামত কৃতকাৰ্য্য হব নোৱাৰি। কোনোবাই যদি নিজৰ কৰ্ম্মপন্থা এবাৰ ঠিক কৰি পেলাইছে তেতিয়াহলে আন কোনো কামৰ নিৰ্ব্বাচন তেওঁৰ পক্ষে ভাল হবনে নহয় বুলি সদায় চিন্তা কৰি থকাটো আমি আশা কৰিব নোৱাৰোঁ। সেই কাৰণেই পিচৰ জীৱনত উদাৰ মনোভাব সীমাবদ্ধ হৈ পৰে। কিন্তু যৌৱনৰ কথা একেবাৰে বেলেগ। এই সময়ত জোৰ কৰি জাপি দিয়া অভিমত আৰু বিশ্বাসৰ জোৰ বৰ কম। যি কোনো প্ৰশ্নকে মুকলি মনেৰে আলোচনা কৰিবলৈ শিশুক উৎসাহ দিব লাগে—যাতে যুক্তি-তৰ্কৰ ফলস্বৰূপে শিশুৱে যি-কোনো মতকে পৰিত্যাগ কৰিব পাৰে। অৱশ্যে এই চিন্তাৰ স্বাধীনতাৰ অৰ্থ যে ব্যৱহাৰৰ পূৰ্ণ স্বাধীনতা নহয় এই কথাও বুজিব লাগিব। অতীতৰ স্পেইন সাম্ৰাজ্যত ঘটা কোনো দুঃসাহসিক কাহিনীৰদ্বাৰা অনুপ্ৰাণিত হৈ কোনো লৰাই সাগৰৰ বুকুত জাপ দিবলৈ স্বাধীনতা পাব নেলাগে। কিন্তু যিমান দিনলৈকে তাৰ শিক্ষা চলি থাকে সিমান দিনলৈকে এজন অধ্যাপকতকৈ এটা জলদস্যুৱেই ভাল বুলি ভাবিবৰ স্বাধীনতা তাক দিয়া উচিত।

একান্তভাৱে মনোনিবেশৰ ক্ষমতা অতি মুল্যৱান গুণ। উপযুক্ত শিক্ষাৰ অবিহনে খুব কম সংখ্যক লোকেই এনে গুণ আয়ত্ত কৰিব পাৰে। এই কথা সঁচা যে লৰা-ছোৱালীৰ বয়স বঢ়াৰ লগে লগে কোনো এটা সীমা পৰ্য্যন্ত এই মনোনিবেশৰ শক্তি বাঢ়ি গৈ থাকে। খুব কম বয়সৰ লৰা-ছোৱালীয়েই কাচিৎহে কোনো বস্তুৰ সম্বন্ধে কেই মিনিট মানতকৈ বেচি ভাবে, কিন্তু শিশু-জীৱনৰ প্ৰত্যেক বছৰ পাৰ হোৱাৰ লগে লগে পূৰ্ণবয়স্কপ্ৰাপ্ত হোৱাৰ সময়লৈকে তেওঁলোকৰ মনোযোগৰ চঞ্চলতা কমি আহে। সি যি কি নহওক বহুত দিন জুৰি বুদ্ধিৰ বিকাশমূলক শিক্ষা নেপালে খুব ভালকৈ মনোনিৱেশ কৰাৰ ক্ষমতা লাভ কৰা প্ৰায় অসম্ভৱ। পূৰ্ণ মনোনিৱেশ ক্ষমতাৰ তিনটি লক্ষণ যেনে—ই হব লাগিব গভীৰ বহুত দিন ব্যাপী আৰু

স্বেচ্ছাধীন। আৰ্কিমিডিচৰ কাহিনী মনোনিৱেশৰ গভীৰতাৰ উদাহৰণ। আৰ্কিমিডিচে ( Archimedes ) গণিত শাস্ত্ৰৰ কোনো বিশেষ সমস্যা সমাধান কৰিবলৈ ইমান গভীৰ ভাৱে নিমগ্ন আছিল যে ৰোমান বিলাকে চাইৰেকিউজ ( Syracuse ) অৱৰোধ কৰি যে তেওঁক হত্যা কৰিবলৈ আহিছিল, সেই বিষয়েও তেওঁ একেবাৰে কব নোৱাৰিছিল। একেটা বিষয়ৰ কাৰণেই দীৰ্ঘকাল জুৰি মনোনিৱেশ কৰাৰ ক্ষমতাই কোনো জটিল বা টান কামৰ বিষয়ে বুজিবলৈয়ো সক্ষম কৰে। গভীৰ আৰু স্বাভাৱিক আগ্ৰহে এই শক্তি জগাই তোলে। বেচি ভাগ মানুহে একোটা যান্ত্ৰিক সাঁথৰৰ সমাধান কৰিবলৈ বহুত দিন জুৰি মনোনিৱেশ কৰিব পাৰে, কিন্তু অকল ইয়েই বেচি উপযোগী নহয়। প্ৰকৃত পক্ষে উপযোগী হবলৈ হলে মনোনিৱেশ ইচ্ছা শক্তিৰ দ্বাৰা নিয়ন্ত্ৰিত হোৱা উচিত। কোনো বিষয় নিৰস হলেও কোনো লোকৰ সেই বিষয়টো শিকিবলৈ যথেষ্ট আগ্ৰহ থাকিলে তেওঁ অনিচ্ছা সত্বেও সেই কাম শিকিব পাৰে। আমাৰ মনে ধৰে যে ইচ্ছাৰদ্বাৰা মনোনিৱেশ নিয়ন্ত্ৰণৰ ক্ষমতা উচ্চ শিক্ষাৰদ্বাৰা লাভ কৰিব পাৰি। এই ফালৰপৰা চাবলৈ গলে পুৰণি কালৰ শিক্ষা পদ্ধতি প্ৰশংসনীয় আছিল। আমনি লগা নিৰস কাম স্বেচ্ছাই আয়ত্ত কৰা বিষয়ে প্ৰাচীন পদ্ধতিৰ দৰে বৰ্ত্তমান পদ্ধতি সফল হয় নে নহয়, সন্দেহৰ কথা। যি হওক আধুনিক শিক্ষা পদ্ধতিত যদিও এই ক্ৰটি আছে তথাপি সেই ক্ৰটি দূৰ কৰা অসম্ভৱ নহয়।

সুশিক্ষাৰদ্বাৰা ধৈৰ্য্য আৰু কষ্টসহিষ্ণুতাৰ উদ্ভৱ হয়। আগতে মানুহে বিশ্বাস কৰিছিল যে বেচিভাগ ক্ষেত্ৰতেই বাহিৰা প্ৰভাৱৰপৰা গঠিত অভ্যাস বলেৰে প্ৰচলন কৰাৰদ্বাৰাই এই গুণবোৰ লাভ কৰিব পাৰি। এই পদ্ধতিৰে যে কিছুদূৰ সফলতা লাভ কৰিব পাৰিছে, ই সঁচা। উদাহৰণ স্বৰূপে ঘোঁৰাক জোৰ কৰি শিক্ষা দিয়াৰ সম্বন্ধে কব পাৰি। কিন্তু বাধা বিঘিনি অতিক্ৰম কৰি উচ্চাকাঙ্ক্ষা

জগাই তুলিব পৰাটোৱেই উন্নত পন্থা বুলি আমি ভাবো। বাধা বিধিনিবোৰক যদি বেলেগ বেলেগ স্তৰত ভাগ কৰা যায় তেতিয়া হলে সফলতাৰ আনন্দ প্ৰথমে অতি সহজতে পোৱা যাব। ইয়াৰ নেৰানেপেৰা চেষ্টাৰপৰা পোৱা পুৰস্কাৰৰ দ্বাৰা অভিজ্ঞতা লাভ হয় আৰু লাহে লাহে অধ্যৱসায়ৰ পৰিমাণো বঢ়াব পৰা যায়। ঠিক তেনেকৈয়ে সমস্যাবোৰক সতৰ্কতাৰ সৈতে বিভিন্ন স্তৰত ভাগ কৰি শিক্ষাৰ্থীসকলক সমস্যাৰ সমাধান কৰিবলৈ উৎসাহিত কৰিলে তেওঁলোকৰ মনত ক্ৰমশঃ এই ধাৰণা জন্মিব যে জ্ঞান লাভ কষ্টসাধ্য হলেও অসাধ্য নহয়।

শিক্ষা সংস্কাৰকসকলে স্বেচ্ছাই মনোযোগ নিয়ন্ত্ৰণৰ বিষয়ত বেচি গুৰুত্ব আৰোপ নকৰে। আধুনিক শিক্ষা পদ্ধতিৰ সমৰ্থকসকলে ভাবে যে ইমান দিনলৈকে আমাৰ প্ৰাথমিক স্কুলবোৰত যি পদ্ধতিৰে শিক্ষা দিয়া হৈছে, সেই পদ্ধতিৰে শিক্ষণীয় বিষয়টোক আমনি লগাহে কৰিছে; কিন্তু শিক্ষাক মনোৰঞ্জক কৰি তুলিব পাৰিলে খুব উন্নতিৰ আশা কৰিব পাৰি। শিক্ষকৰদ্বাৰা চপাই দিয়া নিৰানন্দ অতি অনিষ্টকৰ, কিন্তু কোনো উচ্চাকাঙ্ক্ষা চৰিতাৰ্থ কৰিবৰ কাৰণে শিক্ষাৰ্থীয়ে যি আমনি লগা অৱস্থা বৰণ কৰি লয় সেই অৱস্থা অতি মাত্ৰা নহলে ই অতি মূল্যৱান। যি বিলাক ইচ্ছা সহজে পৰিতৃপ্ত নহয়, যেনে—গণিতৰ জটিল সমস্যা সমাধান কৰা, মহাকাব্য সম্বন্ধে জ্ঞান লাভ কৰা, বেহালা আদি বাদ্য যন্ত্ৰত পাৰদৰ্শিতা লাভ কৰা ইত্যাদিবোৰ শিক্ষাৰ একোটি অঙ্গ হোৱা উচিত। উপৰোক্ত প্ৰত্যেকটো বিষয়তে নিজ নিজ একোটা বৈশিষ্ট্য আছে। সমৰ্থ লৰা-ছোৱালী-বোৰে কিছুমান আকাঙ্ক্ষিত জ্ঞান আৰু কৌশল আহৰণ কৰিবলৈ স্বেচ্ছাই ক্লান্তি আৰু কঠোৰ সংযম বৰণ কৰিব লগা হয়। যি বোৰৰ স্বাভাৱিক জন্মগত ক্ষমতা অপেক্ষাকৃতভাৱে কম, তেওঁ লোকৰ শিক্ষা যদি অনুপ্ৰেৰণাপূৰ্ণ হয় তেতিয়া হলে তেওঁলোকেও

উচ্চাকাঙ্ক্ষাৰদ্বাৰা উদ্দীপিত হ'ব। শিক্ষা ক্ষেত্ৰত জ্ঞান লাভৰ ইচ্ছাইহে শিক্ষাৰ্থীক প্ৰেৰণা যোগায়। শিক্ষকে কৰ্তৃত্বৰদ্বাৰা এনে প্ৰেৰণা দিব নোৱাৰে। কিন্তু ইয়াৰ মানে এইটো নহয় যে প্ৰতিপদতে শিক্ষা সহজ, সৰল আৰু মনোগ্ৰাহী হব। সঠিক জ্ঞান আহৰণ কৰাৰ ক্ষেত্ৰত ই বিশেষভাৱে প্ৰযোজ্য। সঠিক জ্ঞান লাভ কষ্টসাধ্য হোৱা টোৱেই স্বাভাৱিক। কিন্তু যি কোনো ক্ষেত্ৰতে পাৰদৰ্শিতা লাভ কৰিবৰ কাৰণে কষ্টসহিষ্ণুতা অপৰিহাৰ্য্য। উপযুক্ত শিক্ষা পদ্ধতিৰ সহায়ত এই তথ্যটি শিশুৰ ওচৰত বোধগম্য কৰি তুলিব লাগে। এনে ক্ষেত্ৰত আধুনিক শিক্ষা পদ্ধতি যিমান দূৰ অকৃতকাৰ্য্য হৈছে সিমান দূৰলৈকে ই দূষণীয়। আন আন বহুত বিষয়ৰ দৰে এই বিষয়তো ত্ৰুটিপূৰ্ণ প্ৰাচীন নিয়মবোৰৰ শৃঙ্খলা ৰক্ষাৰ প্ৰণালীৰ বিৰুদ্ধে প্ৰতি-ক্ৰিয়া হোৱা দেখা যায় আৰু এইদৰে নৈতিক শিথিলতাক প্ৰশ্ৰয় দিয়া হৈছে। কিন্তু ইয়াৰ পৰিৱৰ্ত্তে নতুন শৃঙ্খলা, নিয়মনিষ্ঠা আদি গঢ়ি তোলা উচিত। সেইবোৰ প্ৰাচীন বিশ্বাসৰ দৰে ক্ষমতাৰ হেঁচাত নহৈ সেইবোৰ অধিক আভ্যন্তৰিক আৰু মনস্তাত্ত্বিক হব লাগিব। এই নতুন নিয়মানুৱৰ্ত্তিতাৰ বৌধিক প্ৰকাশ যথাৰ্থতাৰ মাজেদি হ'ব।

যথাৰ্থতা নানা প্ৰকাৰৰ আৰু তাৰ প্ৰত্যেকৰে নিজস্ব গুৰুত্ব আছে। প্ৰধান প্ৰধান যথাৰ্থতা হৈছে ঃ মাংসপেশীৰ যথাৰ্থতা, সৌন্দৰ্য্যবোধৰ যথাৰ্থতা, বাস্তৱ সম্পৰ্কীয় যথাৰ্থতা আৰু তৰ্কমূলক যথাৰ্থতা।

প্ৰত্যেক লৰা-ছোৱালীয়ে মাংসপেশীৰ নানা ধৰণৰ প্ৰয়োগ সম্পৰ্কে সঠিককৈ জানিবলৈ গুৰুত্ব আৰোপ কৰে। প্ৰথমে এই মাংসপেশীৰ যথাৰ্থ প্ৰয়োগ শিশুৰ অঙ্গসমূহৰ নিয়ন্ত্ৰণৰ কাৰণে প্ৰয়োজন। আৰু শিশুৱে সেই সম্পৰ্কে জ্ঞান লাভ কৰিবৰ কাৰণে তাৰ আজৰি সময় ব্যৱহাৰ কৰে আৰু তাৰ পিচত সি খেমালিৰ বাবে প্ৰয়োজনীয় মাংসপেশীৰ প্ৰয়োগ আয়ত্ত কৰিবলৈ শিশুৱে নিজৰ অৱসৰ সময় ব্যয় কৰে। ইয়াৰ আন আন

ৰূপো আছে যিবোৰ সাধাৰণতে স্কুলৰ শিক্ষাৰ লগত সম্বন্ধযুক্ত। ভাল প্ৰবন্ধ পাতি লেখা, বক্তৃতা দিয়া, সুন্দৰ হাতৰ আখৰ লিখা আৰু কোনো যন্ত্ৰসঙ্গীত নিপুণতাৰে বজাব পৰাৰ লগত ইয়াৰ ঘনিষ্ঠ সম্বন্ধ। কিন্তু নিজ পৰিৱেশৰ প্ৰভাৱতেই এই সকলোবিলাক কাম প্ৰয়োজনীয় বা অপ্ৰয়োজনীয় সৌন্দৰ্য্যবোধৰ যথাৰ্থতাৰ সংজ্ঞা দিয়া অলপ টান। সৌন্দৰ্য্যবোধৰ যথাৰ্থতাৰ বিষয়ে শিক্ষা দিয়াৰ এটা প্ৰয়োজনীয় ৰূপ হৈছে লৰাক কৱিতা মুখস্থ কৰিবলৈ দিয়া—যেনে অভিনয়ৰ বাবে চেক্সপিয়েৰ মুখস্থ কৰোৱা। যেতিয়াই লৰাই ভুল কৰিব তেতিয়াই সেই মুল কৱিতাংশটো বাৰে বাৰে ভালকৈ পঢ়ি তাৰ উৎকৃষ্টতা সম্বন্ধে ভালকৈ বুজাই দিব লাগিব। সঙ্গীত-নৃত্য আদিৰ মাজত সামান্য পাৰ্থক্যও যাতে শিক্ষাৰ্থীয়ে বুজিব পাৰে তাৰ প্ৰতি লক্ষ্য ৰাখিব লাগিব। নৃত্য সঙ্গীত আৰু অভিনয় হল সৌন্দৰ্য্য বিজ্ঞান শিকোৱাৰ সৰ্ব্বোৎকৃষ্ট উপায়।

চিত্ৰ বিদ্যা সিমান কাৰ্য্যকৰী নহয়। কাৰণ ইয়াৰ ঐকান্তিক অনুৰক্তি সৌন্দৰ্য্য বিজ্ঞানৰ ওপৰত নেথাকি থাকে মডেলৰ ওপৰতহে। এই কথাও সঁচা যে গতানুগতিক অভিনয় ইত্যাদিয়ে বিশেষ একোটা মডেলৰ সৃষ্টি কৰিব পাৰে, কিন্তু এনে ধৰণৰ মডেলবোৰ সৃষ্টি কৰে সৌন্দৰ্য্যবোধে। তাকে অনুকৰণ কৰা হয়, অনুকৰণ ভাল বুলি কৰা নহয়; বস্তুটো ভাল বুলিহে অনুকৰণ কৰা হয়।

কোনো কথাৰ যথাৰ্থতাক যদি বিনা উদ্দেশ্যৰে অনুসৰণ কৰা হয় তেতিয়া সি অসহনীয় ৰূপে নিৰস হৈ পৰে। ৰজা মহাৰজাসকলৰ জন্ম মৃত্যুৰ চন তাৰিখ বা দেশ আৰু তেওঁলোকৰ ৰাজধানীৰ নাম আদি মনত ৰখা শৈশৱ কালৰ এটা ভয়ৰ বস্তু। ইয়াক সঠিককৈ জানিবলৈ হলে আগ্ৰহেৰে বাৰে বাৰে মুখস্থ কৰিব লাগিব। লৰা-ছোৱালীয়ে যিটো প্ৰত্যক্ষ ভাৱে দেখে তাৰ বিষয়ে সোনকালে মনত ৰাখিব পাৰে, সিহঁতে হয়তো অন্তৰীপ আদিৰ নাম মনত ৰাখিবলৈ

বৰ টান পাব, কিন্তু সদায় অহাযোৱা কৰি থকা ৰেল ষ্টেছনৰ নামবোৰ অতি সহজতে মনত ৰাখিব পাৰে। সেই কাৰণে ভূগোল বা বুৰঞ্জীৰ বিষয়ে প্ৰথমে চিনেমাৰদ্বাৰা শিক্ষা দিয়া ভাল, যদিও প্ৰথমে ব্যয়-বাহুল্য যেন লাগিব তথাপি লৰা-ছোৱালীক সহজতে শিকাব পৰালৈ চালে চৰকাৰৰ পক্ষে এই খৰচ একোৱেই নহয়।

ন্যায়শাস্ত্ৰ-সম্মত যথাৰ্থতা লাহে লাহেহে অৰ্জ্জন কৰিব পাৰি। সৰু লৰা-ছোৱালীৰ ওপৰত কেতিয়াও ইয়াক ব্যৱহাৰৰ কাৰণে জোৰ কৰিব নেপায়। যেনে পুৰণৰ নেওঁতা সিহঁতে প্ৰথমে মুখস্থ কৰিব পাৰে আৰু পিচলৈহে ভালকৈ নিয়মবোৰেৰে সৈতে সঠিককৈ জানিব পাৰে। গণিত হল এই শিক্ষাৰ স্বাভাৱিক সহায়ক। কিন্তু যদি ইয়াক কিছুমান অসংলগ্ন নিয়ম ৰূপে শিকাবলৈ যায় তেনেহলে ই সফলতা লাভ কৰিব নোৱাৰে। নিয়মবোৰ কিন্তু লৰা-ছোৱালীয়ে শিকিবই লাগিব। সেই কাৰণে কোনো এটা সময়ত এই কাৰণবোৰ সিহঁতৰ আগত পৰিষ্কাৰ ভাৱে বুজাই দিয়া উচিত। তাকে নকৰিলে গণিত শাস্ত্ৰ শিকাৰ কোনো মূল্যই নেথাকিব।

কিমান দূৰলৈকে শিক্ষা মনোৰম হোৱা সম্ভৱ আৰু বাঞ্ছনীয় সেই প্ৰশ্ন সম্পৰ্কে আলোচনা কৰিব লাগিব। পুৰণি কালৰ মতে শিক্ষাৰ বেছি অংশই হব লাগিব নিৰস, আৰু কঠোৰ কৰ্ত্তৃত্বই সাধাৰণ লৰা-ছোৱালীবোৰক শিক্ষাৰ কাৰণে বাধ্য কৰাব। সেই সময়ত সাধাৰণ ছোৱালীবোৰ অজ্ঞ হৈয়ে থাকিব লাগিব বুলি ধৰা হৈছিল। আধুনিক মতবাদ এই যে গোটেই শিক্ষা পদ্ধতিকে মনোৰঞ্জক আৰু আনন্দময় কৰি তুলিব লাগিব। কোৱা বাহুল্য যে আধুনিক মতবাদেই অধিক সমৰ্থনযোগ্য। তথাপিও এই মনোৰঞ্জনকাৰিতাৰো সীমাবদ্ধতা থকা দৰকাৰ; বিশেষকৈ উচ্চ শিক্ষাত এনে এটা সীমা-ৰেখা থকা উচিত।

শিশু মনস্তত্ত্ব সম্বন্ধে বৰ্ত্তমান যুগৰ সকলো লিখকেই শিশুৰ আহাৰ আৰু নিদ্ৰাৰ কাৰণে জোৰ নকৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰে।

তেওঁলোকে ভাবে যে শিশুৰ আহাৰ-নিদ্ৰা আদি কোনো জোৰৰ ওপৰত নহৈ স্বাভাৱিক ভাৱেই হোৱা একান্ত বাঞ্ছনীয়। এই সম্পৰ্কে বৰ্ত্তমান যুগৰ পিতা-মাতাৰ যে কৰিবলগীয়া একো নাই তেনে নহয়—সময় মতে খোৱা বস্তু ঠিক ঠাইত সজাই পৰাই থব লাগিব আৰু শিশুৱে খাওকেই বা নেখাওকেই, খেল-ধেমালি শেষ হোৱাৰ পিচত ভালকৈ হাত ভৰি চাফ-চিকুণ কৰি শিশুক খোৱাৰ ঠাইত বহুৱাই দিব লাগিব। নিয়মিত সময়ত সিহঁতৰ বিছনাও ঠিক কৰি থব লাগিব আৰু সিহঁতে সেইমতে শুবগৈ লাগিব। এইদৰে সকলো কাম ভাল অভ্যাসৰদ্বাৰাই কৰোৱাব পৰা যাব। শিশুৰ হয়তো কোনো জীৱ-জন্তু বা গাড়ী আদি খেলনা থাকিব পাৰে, কিন্তু সেই সময়ত কোনো শব্দ কৰা পুতলা তাক দিব নেলাগে। সেই জন্তুৰ পুতলাটো যদি তাৰ অতি মৰমৰ হয়, তেতিয়া হলে তাক কব লাগিব যে সেই পুতলাটো ভাগৰত পৰিশ্ৰান্ত হৈ পৰিছে, সেই কাৰণে তাক শুৱাই থোৱাটোৱেই তাৰ বৰ্ত্তমান কৰ্ত্তব্য। তেনে কৰিলে অতি সোনকালে শিশুৰ টোপনি যাব। কিন্তু আহাৰ বা নিদ্ৰাৰ কাৰণে যে পিতা-মাতা বৰ চিন্তিত হৈ পৰিছে এই কথা কেতিয়াও শিশুক বুজিবলৈ দিয়া উচিত নহয়। কাৰণ শিশুৱে তৎক্ষণাৎ ভাবে যেন তাৰ অনুগ্ৰহহে ভিক্ষা কৰা হৈছে আৰু ফলত তাৰ মনত এটা ক্ষমতাৰ ভাব জাগি উঠে আৰু তেওঁলোকে যদি তাক খুব খুকুচুলায় বা শাস্তি নিদিয়ে তেতিয়া সি এলাপেচাত লৰচৰকে কৰিব নোখোজে। তাৰ আহাৰ নিদ্ৰাৰ প্ৰয়োজন যে পিতা-মাতাক সন্তুষ্ট কৰিবৰ কাৰণেহে, এই কথা তাক খুব ভালকৈ বুজিবলৈ দিব লাগে। এইটো কথা সঁচা যে এই মনস্তত্ত্ব বহুল পৰিমাণে শিক্ষাৰ ক্ষেত্ৰতো প্ৰযোজ্য হব পাৰে। শিশুক যদি পঢ়িবলৈ জোৰ কৰা হয় তেনেহলে সি ভাবিব যে আনক সন্তুষ্ট কৰিবলৈকে তেনে অশোভনীয় কাম কৰিব লগা হৈছে আৰু তাৰ ফলত তাৰ মনত এটা প্ৰতিৰোধৰ ভাব জাগি উঠে। প্ৰথমতে যদি এনে অৱস্থা ঘটে তেনেহলে

সেই ভাব দিনে দিনে বাঢ়ি গৈ থাকে। পিচলৈ পৰীক্ষাত পাছ কৰিবলৈ হয়তো সি ইচ্ছা কৰিব আৰু সেই উদ্দেশ্য সাধন কৰিবলৈ হয়তো সি পৰিশ্ৰমো কৰিব, কিন্তু অকল জ্ঞান লাভৰ প্ৰতি হেপাহত অনুপ্ৰাণিত হৈ সি একো কৰিব নোৱাৰিব। কিন্তু যদি প্ৰথমৰেপৰা শিশুৰ জ্ঞান লাভৰ ইচ্ছা জাগ্ৰত কৰি তাৰ পিচত অনুগ্ৰহস্বৰূপে জানিবলগীয়া কথাবোৰ তাক জানিবলৈ দিয়া হয়, তেনেহলে ফল একেবাৰে বেলেগ হব। তেনে ক্ষেত্ৰত বাহ্যিক শৃঙ্খলাৰ অতি অলপহে প্ৰয়োজন হব আৰু সহজেই মনোযোগ আকৰ্ষণ কৰা সম্ভৱ হব। এই পদ্ধতিৰে কৃতকাৰ্য্যতা লাভ কৰিবলৈ হলে কিছুমান বিশেষ অৱস্থা সৃষ্টি কৰা দৰকাৰ। মণ্টেচৰীয়ে সৰু সৰু লৰা-ছোৱালীবোৰৰ ক্ষেত্ৰত এনে অৱস্থা সৃষ্টি কৰি পূৰ্ণ সফলতা অৰ্জ্জন কৰিছে। লৰা-ছোৱালীক যি কাম কৰিবলৈ দিয়া হয় সেই কাম যাতে আকৰ্ষণীয় হয় আৰু বেচি টান নহয় তাৰ বাবে চকু দিব লাগে। অলপ বেচি বয়সৰ লৰা-ছোৱালীৰ দৃষ্টান্ত যদি অলপ কমবয়সীয়া লৰা-ছোৱালীক দেখুৱা হয় তেতিয়া ঠিক সেই মুহূৰ্ত্ততে শিশুৰ দৃষ্টি যাতে আন কোনো আনন্দ-দায়ক বিশেষ বিষয়ৰ প্ৰতি আকৃষ্ট নহয়, তাৰ কাৰণে চকু দিব লাগিব। শিশুৱে কৰিব পৰা বহুত আছে, কিন্তু সি যি কৰি ভাল পায় তাকে নিজ মনেৰে কৰি থাকে। এনে ব্যৱস্থানুসাৰে প্ৰায় সকলো শিশুৱেই সম্পূৰ্ণ সুখী হব পাৰে আৰু পাঁচ বছৰ বয়স হোৱাৰ আগতেই লিখা-পঢ়া কৰিবলৈ শিকে।

অলপ বেচি বয়সৰ লৰা-ছোৱালীৰ পক্ষে এই পদ্ধতিৰ প্ৰয়োগ কিমান দূৰ হব পাৰে ই অৱশ্যে এটা তৰ্কৰ বিষয়। বয়স বঢ়াৰ লগে লগে শিশুৰ মন দূৰৰ বস্তুৰ প্ৰতি আকৃষ্ট হয়; সেই কাৰণে শিক্ষণীয় বিষয় বস্তুৰ সকলোবোৰ খুঁতি নাটি থকা বস্তুৱেই সুন্দৰ হোৱাৰ প্ৰয়োজন নেথাকে; কিন্তু শিক্ষা লাভ কৰাৰ ইচ্ছা শিক্ষাৰ্থীৰ হৃদয়ত স্বতঃস্ফূৰ্ত্ত ভাৱেই হোৱা উচিত। এই সাধাৰণ নীতি জীৱনৰ যি কোনো

সময়তেই প্ৰযোজ্য। জীৱনৰ পৰিৱেশ এনে হব লাগে—যাতে শিক্ষা লাভৰ স্পৃহা বাঢ়িব পাৰে আৰু যাতে শিক্ষাৰ্থীয়ে বুজিব পাৰে যে শিক্ষাৰ অবিহনে জীৱন নিঃসঙ্গ আৰু নিৰানন্দ হৈ পৰিব। কিন্তু কোনো লৰা-ছোৱালীয়ে যদি শিক্ষাৰ পৰিৱৰ্ত্তে নিঃসঙ্গতা বা আনন্দ হীনতাকে বিচাৰে, তেন্তে তাক সেইটো লবলৈ দিব লাগে। যদিও প্ৰথম কেই বছৰ মানৰ পিচত শ্ৰেণীত কৰা কামবোৰ আমি অপৰিহাৰ্য্য বুলিয়েই ভাবো, তথাপি গাইগুটীয়া ভাৱে কৰা কামৰ সম্প্ৰসাৰণ হ'ব পাৰে। বেমাৰ আজাৰ হোৱাৰ বাহিৰে আন কাৰণত যদি কোনো লৰা বা ছোৱালীৰ শিক্ষা দিয়াৰ কাৰণে বাহ্যিক ক্ষমতাৰ প্ৰয়োগ কৰাৰ প্ৰয়োজন হয়, তেনেহলে সম্ভৱতঃ সেই দোষ হব শিক্ষকৰ হে। অথবা ধৰি লব লাগিব যে শৈশৱ কালত সেই শিশুক নীতি শিক্ষা বেয়া ভাৱে শিক্ষা দিয়া হৈছে। যদি শিশুক পাঁচ বা ছয় বছৰৰ ভিতৰতে ভালকৈ গঢ়ি তোলা হয় তেনেহলে যি কোনো উপযুক্ত শিক্ষাকেই পিচলৈ সেই শিশুৰ মনত জ্ঞান লাভৰ আগ্ৰহ জগাই তুলিবলৈ সক্ষম হব।

আৰু যদি এনে দৰে শিশুক গঢ়িব পাৰি তেনেহলে ফল খুব ভাল হব। শিক্ষকক তেতিয়া শিক্ষাৰ্থীয়ে শত্ৰুৰূপে নেভাবি পৰম বন্ধু বুলিহে জ্ঞান কৰিব, যেহেতু সি শিক্ষকৰ লগত সহযোগিতা কৰিব আৰু সেই কাৰণে খুব সোনকালেই শিক্ষা লাভ কৰা তাৰ পক্ষে সম্ভৱ হব। অনিচ্ছা বা আমনি লগাৰ প্ৰশ্ন নাই কাৰণেই সি অকণো ভাগৰ নলগাকৈ শিকিব পাৰে। তাৰ স্বাধীন ভাৱে চেষ্টা কৰাৰ প্ৰেৰণা লাহে লাহে পৰিস্ফুট হৈ পৰিব। এই সকলোবোৰ সুবিধাৰ কাৰণে শিক্ষকৰদ্বাৰা বাধ্য নহৈ শিক্ষাৰ্থীয়ে নিজৰ ইচ্ছাৰ বলতে শিক্ষা লাভ কৰিবলৈ বেচিকৈ সমৰ্থ হয় বুলি ভবাটো যুক্তিসঙ্গত বুলিয়েই মনে ধৰে। যদি দেখা যায় যে শিক্ষাৰ্থীয়ে কিবা এটা সামান্য কথাত অকৃতকাৰ্য্য হৈছে, তেতিয়া হলে সেই শিক্ষাৰ্থীবোৰক বেলেগ কৰি আন উপায়েৰে সিহঁতক শিক্ষা দিবলৈ বন্দোবস্ত কৰিব পৰা যায়।

কিন্তু শিশুৰ বিচাৰ বুদ্ধিৰ লগত খাপ খুৱাই যদি উপৰোক্ত পন্থা অৱলম্বন কৰিব পৰা যায় তেনেহলে অকৃতকাৰ্য্যতাৰ সংখ্যা খুব কম হোৱাৰ সম্ভাৱনা।

যথাৰ্থতা সম্পৰ্কে যিবোৰ কাৰণ ওপৰত ইতিমধ্যে আলোচনা কৰা হৈছে তাৰপৰা এই বিশ্বাস হয় যে খুব তন্ন তন্নকৈ কোনো বিষয়ত শিক্ষা দিলেই যে শিক্ষা খুব ভাল হব সেই কথা নহয়। কোনো বিষয় সম্পৰ্কে জ্ঞান লাভ কৰিবলৈ যিমানেই চেষ্টা কৰা নহওক লাগিলে, তাৰ কোনো অংশ নিৰস যেন লাগিব। কিন্তু আমাৰ বিশ্বাস এই যে উপৰোক্ত ভাৱে সেই নিৰস অংশটো মনোগ্ৰাহী কৰি যদি লৰা-ছোৱালীবোৰক শিকাব পৰা যায় তেনেহলে সেই নিৰস অংশটোৰ মাজতো সিহঁতে শিক্ষাৰ উপকাৰিতাৰ বিষয়ে উপলব্ধি কৰিব পাৰিব আৰু কোনো বাধ্য-বাধকতা নোহোৱাকৈ সেই অংশ সাধাৰণ ভাৱেই শিকিব পাৰিব। নিৰ্দ্ধাৰিত কাম ভাল বা বেয়াকৈ কৰাৰ কাৰণে প্ৰশংসা বা নিন্দাৰদ্বাৰা সিহঁতৰ অনুপ্ৰেৰণা জগাই তুলিব লাগিব। খেল-ধেমালি অথবা শৰীৰ চৰ্চ্চাৰ ক্ষেত্ৰত যেনেকৈ নিপুণতা অৰ্জ্জন কৰিছে বুলি স্পষ্টকৈ বুজা যায়, ঠিক তেনেকৈয়ে বিদ্যালাভৰ ক্ষেত্ৰতো শিক্ষাৰ্থীৰ নিপুণতা লাভৰ স্পষ্ট পৰিচয় পোৱা প্ৰয়োজন। কোনো বিষয়ৰ নিৰস অংশৰ প্ৰয়োজনীয়তাও বুজাই দিয়াটো শিক্ষকৰ কৰ্ত্তব্য। কিন্তু এই সকলোবোৰ পদ্ধতিয়েই যদি বিফল হয় তেনেহলে শিশুক নিৰ্ব্বোধ বুলি ভাবিব লাগিব আৰু স্বাভাৱিক বিচাৰবুদ্ধিসম্পন্ন শিশুৰপৰা সিহঁতক বেলেগ কৰি নি সিহঁতৰ শিক্ষকৰ বন্দবস্ত কৰিব লাগিব। কিন্তু এই ব্যৱস্থা যে সিহঁতৰ শাস্তি স্বৰূপেহে কৰা হৈছে সেই কথা যেন শিশুৱে কেতিয়াও ভাবিব নোৱাৰে, তাৰ কাৰণে যথেষ্ট সাৱধান হব লাগিব।

কোনো বিশেষ ক্ষেত্ৰৰ বাহিৰে তেনেই কম বয়সৰ ( চাৰি বছৰৰ পিচৰ ) শিশুৰ শিক্ষাৰ ভাৰ মাক বা দেউতাকে লোৱা উচিত নহয়,

অগত্যা নোৱাৰিলেহে তেনে কৰিব লাগে। শিকোৱাটো হল এটা বিশেষ ধৰণৰ দক্ষতা। যদিও এই কৌশল শিকিব পাৰি তথাপি বেছি ভাগ পিতা-মাতায়েই এই দক্ষতা শিকিবলৈ সুবিধা নেপায়। যিমানেই বয়স কমহৈ থাকে সিমানেই শিশু শিক্ষাৰ কৌশলৰ আৱশ্যক হয়। ইয়াৰ উপৰিও শিশুৰ শিক্ষা আৰম্ভ হোৱাৰ আগৰে পৰা সদায় মাক-দেউতাকৰ লগত খুব ঘনিষ্ঠ সম্বন্ধ থকাৰ কাৰণে পিতা-মাতা সম্পৰ্কে শিশুৰ কিছুমান বিশেষ অভ্যাস গঠিত হয় আৰু তেওঁলোকৰ পঢ়া শুনা সম্পৰ্কেও সিহঁতে কিছুমান সুবিধাৰ আশা কৰে, কিন্তু তেনেবোৰ সুবিধা শিক্ষকৰপৰা আশা কৰিব নোৱাৰে। তাৰ উপৰিও শিশুৰ উন্নতিৰ কাৰণে পিতা-মাতাই অতি বেছিকৈ আগ্ৰহান্বিত হোৱাৰ সম্ভাৱনা আছে। তেওঁলোকে শিশুৰ চোকা বুদ্ধিৰ কাৰণে খুব আনন্দিত হয় আৰু সিহঁতৰ নিৰ্ব্বুদ্ধিতাৰ কাৰণে শিশুক খুব খং কৰিব। চিকিৎসক সকলে যিবোৰ কাৰণত নিজৰ লৰা-ছোৱালীৰ চিকিৎসা নকৰে, সেই একেবোৰ কাৰণতে পিতা-মাতায়ো সন্তানৰ শিক্ষাৰ ভাৰ নলয়। কিন্তু এই কথাৰ উদ্দেশ্য এয়েই নহয় যে স্বাভাৱিক ভাৱে তেওঁলোকে যিবোৰ শিক্ষা দিয়াৰ প্ৰয়োজন সেইবোৰৰ পৰাও তেওঁলোক বিৰত থাকিব। আনৰ লৰা-ছোৱালীক শিক্ষা দিব পৰা ক্ষমতা তেওঁলোকৰ থাকিলেও সাধাৰণতে স্কুলৰ নিৰ্দ্দিষ্ট শিক্ষা দিবৰ কাৰণে পিতা-মাতাক সৰ্ব্বোত্তম শিক্ষক বুলি ধৰি লব নোৱাৰি।

বিদ্যা অৰ্জ্জনৰ প্ৰথম দিনৰপৰা আৰম্ভ কৰি একেবাৰে শেষৰ দিনলৈকে শিক্ষাৰ্থীবোৰৰ মানসিক দুঃসাহসৰ প্ৰেৰণা থকা উচিত। জগতখন গোলমলীয়া বস্তুৰে পৰিপূৰ্ণ আৰু সেইবোৰ বিষয়ে জ্ঞান লাভ কৰিবলৈ বহুত চেষ্টাৰ আৱশ্যক; কিন্তু সেই গোলমলীয়া বস্তুবোৰৰ বিষয়ে জ্ঞান লাভ কৰা বৰ আনন্দজনক। সকলোবোৰ উপযুক্ত শিক্ষকেই সেই উদ্দীপনা আৰু আনন্দ দান কৰিব পাৰিব লাগিব। মেডাম মণ্টেচৰীয়ে কয় শিশুৱে যেতিয়া জানে যে সিহঁতে

লিখিব পৰা হৈছে তেতিয়া যে সিহঁতৰ কিমান আনন্দ। কিবা এটা নতুন তথ্য পঢ়ি সেই বিষয়ে জানিব পাৰিলে যিমান আনন্দ পোৱা যায়, তেনে ধৰণৰ আনন্দ খুব কমেইহে আছে। কোনো ব্যক্তিগত কাম আৰম্ভ কৰিব পৰা ক্ষমতাই শিক্ষাৰ্থীক আৱিষ্কাৰৰ সুযোগ দান কৰে আৰু শ্ৰেণীত যিবোৰ কথা শিকোৱা হয় তাতকৈ বেচি মানসিক সাহসিকতাৰ অনুভূতি তাৰ মনত জাগ্ৰত হয়। য'ত এনে কথাৰ সম্ভৱ হয় তাত লৰা-ছোৱালীবোৰক এলেহুৱা হৈ নেথাকি সক্ৰিয় হৈ থাকিবলৈ উদগনি দিব লাগে। শিক্ষাক যন্ত্ৰণাদায়ক বস্তু নকৰি আনন্দদায়ক কৰাৰ এইটো এটা অন্যতম ৰহস্য।

# পঞ্চদশ অধ্যায়

## ( চৈধ্য বছৰৰ তলৰ লৰা-ছোৱালীৰ কাৰণে স্কুলৰ নির্দ্ধাৰিত পাঠ্য )

কি শিক্ষা দিয়া উচিত আৰু কি উপায়ে শিক্ষা দিয়া উচিত এই দুয়োটা প্রশ্নৰে বৰ ঘনিষ্ঠ সম্পর্ক। কাৰণ শিক্ষা পদ্ধতি উন্নত ধৰণৰ হলে অধিক জ্ঞান লাভ কৰা সম্ভৱ হৈ পৰে। বিশেষকৈ জ্ঞান অর্জ্জন কৰাটো নিৰস বস্তু বুলি ভাবিব নেলাগে। জ্ঞান লাভৰ প্রতি আগ্রহ থাকিলেহে বেচিকৈ জ্ঞান লাভ কৰিব পাৰি।

এজন বয়সীয়া মানুহৰ কাৰণে কি শিক্ষাৰ আৱশ্যক এই বিষয়ে আলোচনা কৰিলে আমি খুব সোনকালে অনুভৱ কৰিব পাৰিম যে এনে কিছুমান শিক্ষণীয় বিষয় আছে যিবোৰৰ প্রত্যেকটোৰ বিষয়ে আমি জ্ঞান লাভ কৰা উচিত, আৰু কিছুমান শিক্ষণীয় বিষয় কেৱল মাত্র কিছুমান মানুহেহে শিকিব লাগে, সর্ব্ব সাধাৰণে সকলোবোৰ-বিষয়ে শিকাৰ সিমান আৱশ্যক নাই; তেওঁলোকে এইবোৰ বিষয়ে নিশিকিলেও হয়। কিছুমান মানুহৰ চিকিৎসা বিদ্যাত জ্ঞান লাভ কৰা আৱশ্যক, কিন্তু বেচি ভাগ মানুহৰেই শৰীৰ বিদ্যা আৰু স্বাস্থ্য ৰক্ষাৰ সম্বন্ধে প্রাথমিক জ্ঞান থাকিলেই যথেষ্ট। কিছুমানৰ পক্ষে উন্নত ধৰণৰ গণিত শাস্ত্রৰ জ্ঞান থকা আৱশ্যক। কিন্তু যিবোৰে গণিত ভাল নেপায় তেওঁলোকে গণিতৰ সাধাৰণ কথা বোৰ জানিলেই হয়। কোনো কোনোৰ পক্ষে ঢোল বা খোল বজাবলৈ শিকিবলগীয়া হয়। কিন্তু স্কুলৰ সকলো লৰা-ছোৱালীৰ কাৰণে এই বাদ্য শিকাৰ কোনো প্রয়োজন নাই। প্রধানকৈ চৈধ্য বছৰ বয়সৰ আগতে স্কুলবোৰত যিবোৰ বিষয়ত শিক্ষা দিয়া হয়

সেইবোৰ সকলোৱেই লবলগীয়া শিক্ষা হব লাগে, কিছুমান বিশেষ ক্ষেত্ৰৰ বাহিৰে চৈধ্য বছৰৰ পাচতহে শিক্ষণীয় বিষয়বোৰৰ বিশেষ জ্ঞান লাভ কৰাৰ প্ৰশ্ন উঠে। যিবোৰ লৰা-ছোৱালীৰ মাজত বিশেষ বিশেষ যোগ্যতা আছে সেই যোগ্যতাই যাতে ভৱিষ্যতে বিকাশ লাভ কৰিব পাৰে সেই উদ্দেশ্যৰে চৈধ্য বছৰৰ তলৰ লৰা-ছোৱালীবোৰৰ মাজত থকা বিশেষ যোগ্যতাক আৱিষ্কাৰ কৰা শিক্ষাৰ অন্যতম্ উদ্দেশ্য হোৱা উচিত। সেই কাৰণে প্ৰত্যেকেই সকলো বিষয়ৰে আৰম্ভনিবোৰৰ বিষয়ে শিক্ষা লাভ কৰা ভাল। কাৰণ যিবোৰ লৰা-ছোৱালী যিবোৰ বিষয়ৰ সম্বন্ধে অনুপযুক্ত বুলি বিবেচিত হব, তেওঁলোকক সেইবোৰ বিষয়ে পঢ়িবলৈ দিয়াৰ কোনো আৱশ্যক নাই।

ডাঙৰে যিবোৰ বিষয়ে জানিব লাগে সেই কথাবোৰ নিৰ্দ্ধাৰিত হলে তেওঁলোকক কি ক্ৰমেৰে শিকাব লাগিব সেই কথাও নিৰ্দ্ধাৰিত কৰিব লাগিব। এনে ক্ষেত্ৰত আমি এটা তুলনামূলক আপেক্ষিক কঠিনতাৰ নীতিৰে পৰিচালিত হব লাগিব। সহজ বিষয়বোৰ আগতে শিকাব লাগে; সাধাৰণতে প্ৰাথমিক স্কুলবোৰত এই দুটা আদৰ্শকে অনুসৰণ কৰা দেখা যায়।

লৰা-ছোৱালীৰে পাঁচ বছৰ পূৰ হলেই লিখিব পঢ়িব পৰা হয় বুলি আমি ভাবো। সেই লিখা পঢ়া শিকোৱা আৰু তাৰ পিচতনো কি উন্নত ব্যৱস্থা উদ্ভাবিত কৰিব পাৰি এইবোৰ হল মণ্টেচৰী স্কুলৰ কাম। মণ্টেচৰী স্কুলত শিশুৱে ইন্দ্ৰিয় অনুভূতিৰ বিষয়ে যথাৰ্থভাৱে শিক্ষা লাভ কৰে আৰু কোনো কোনো শিক্ষণীয় বিষয়ত মনোনিৱেশ কৰিবৰ ক্ষমতা অৰ্জ্জন কৰে। অৱশ্যে পাঁচ বছৰ বয়সতে শিশুৱে এইবোৰ বিষয়ত পূৰ্ণতা লাভ কৰিব নোৱাৰে আৰু ভৱিষ্যতেও কেইবা বছৰ জুৰি আৰু শিক্ষা লাভৰ প্ৰয়োজন হয়। সাত বছৰ বয়সৰ আগলৈকে কোনো লৰা-ছোৱালীক কঠোৰ পৰিশ্ৰম কৰিবলৈ,

দিয়া উচিত নহয়। কিন্তু খুব কৌশলেৰে বুজাই বৰাই সকলোবোৰ বিষয়কে সহজ সৰল কৰি পেলাব লাগে। অঙ্ক শাস্ত্ৰ হল শৈশৱৰ এটা ভয়লগা বস্তু; কিন্তু মণ্টেচৰী সজুলিবোৰৰদ্বাৰা অনুশীলন কৰাৰ দৰে ধীৰে ধীৰে আৰু সতৰ্কভাৱে সৈতে যদি শিক্ষা দিয়া হয় তেনেহলে সেই টান অঙ্কও সিহঁতলৈ সহজ হৈ পৰিব। অৱশ্যে খুব ভালকৈ পাৰ্গত হবলৈ হলে পিচলৈ টান পালেও অঙ্কৰ নিয়মবোৰ খুব ভালকৈ আয়ত্ত কৰিব লাগিব। যিবোৰ বিষয় শিশুৰ শিক্ষণীয় বস্তু হিচাপে লোৱা হৈছে সেইবোৰ মনোৰঞ্জক হব লাগে। তথাপি বাস্তৱ জীৱনৰ কাৰণে অঙ্ক শাস্ত্ৰৰ কিছুমান জ্ঞান প্ৰয়োজনীয় আৰু অঙ্ক শাস্ত্ৰৰ নিয়মবোৰ সাধাৰণতে একে ধৰণৰ। কোনো অঙ্কৰ উত্তৰ হয় শুদ্ধ, নহয় অশুদ্ধ হব; কিন্তু কেতিয়াও অনুৰাগসূচক বা সঙ্কেতসূচক নহয়। বাস্তৱ মূল্যৰ কথা বাদ দিলেও অঙ্ক শাস্ত্ৰ প্ৰাথমিক শিক্ষাৰ পক্ষে প্ৰয়োজনীয়। কিন্তু ইয়াৰ সমস্যাবোৰ বিভিন্ন স্তৰত খুব সূক্ষ্ম ভাৱে ভাগ কৰিব লাগে আৰু একেলেঠাৰিয়ে বৰ বেচি সময় লৰা-ছোৱালীক এই কামত লাগি থাকিবলৈ দিয়া উচিত নহয়।

আমাৰ স্কুলবোৰত ভূগোল আৰু বুৰঞ্জী শিকোৱা নিয়ম প্ৰণালীও একেবাৰে সন্তোষজনক নহয়। এইদুয়োটা বিষয়কেই লৰা-ছোৱালীৰ-ওচৰত খুব মনোৰঞ্জক কৰি তুলিব লাগে। ভূগোল শিক্ষা যদি দেশ ভ্ৰমণৰ লগত জড়িত ৰখা হয় তেতিয়া প্ৰায় সকলো লৰা-ছোৱালী-লৈকে ই সহজ আৰু আনন্দকৰ হৈ পৰিব। আংশিক ভাৱে ভ্ৰমণকাৰীসকলৰ ছবি আৰু গল্পৰদ্বাৰা শিশুক ভূগোল শিকাব পৰা যায়। কিন্তু চলচিত্ৰৰ সহায়ত ভূগোল শিক্ষা দিয়া উত্তম উপায়। ভ্ৰমণকাৰীসকলে ভ্ৰমণ কালত বিবোৰ ঠাই দেখে সেইবোৰৰ ছবি লৰা-ছোৱালীবোৰক চলচিত্ৰৰ সহায়ত দেখুৱাব লাগে। অৱশ্যে ভৌগোলিক তথ্য সম্বন্ধীয় জ্ঞান আমাৰ কামত আহে কিন্তু ইয়াৰ সহজাত বুদ্ধি সংক্ৰান্ত কোনো মূল্য নাই। সি যি কি নহওক চিত্ৰৰ

সহায়ত সুন্দৰ কৰিব পাৰিলে কল্পনাৰ খোৰাক যোগাব পৰা ক্ষমতা ভূগোলৰ আছে। কোন দেশ গ্ৰীষ্মপ্ৰধান—কোন কোন দেশ শীত-প্ৰধান, কত সমতল ভূমি বা পাৰ্ব্বত্য ভূমি আছে, কোন দেশৰ মানুহ-বোৰ ক'লা, কোন দেশৰ মানুহবোৰ বগা বা কোন দেশৰ মানুহ পীত বৰণৰ বা বাদামী বৰণৰ ইত্যাদি বোৰ সম্বন্ধে জ্ঞান লাভ কৰা ভাল। এনে প্ৰকাৰৰ জ্ঞান, কল্পনাৰদ্বাৰা পৰিচিত পৰিৱেশৰ ওচৰত নিৰ্ভৰশীল নহয়। আৰু দূৰত যে নানা ধৰণৰ মানুহ-দুনুহেৰে বেলেগ বেলেগ ধৰণৰ দেশ আদি আছে, এই সত্য সিহঁতে উপলব্ধি কৰিব পাৰে। তাকে নহলে দেশ ভ্ৰমণৰ অবিহনে সিহঁতে সহজতে এই সত্য উপলব্ধি কৰিব নোৱাৰে। এইবোৰ কাৰণতে শিশুৰ শিক্ষণীয় বিষয়ৰ ভিতৰত ভূগোলে এক মুখ্য স্থান অধিকাৰ কৰা বাঞ্ছনীয়। আৰু লাহে লাহে পৃথিৱীৰ বেলেগ বেলেগ ঠাইৰ বেলেগ বেলেগ খবৰ বাতৰিৰ বিৱৰণৰ ছবি থকা পুথি মানচিত্ৰ আদি লৰা-ছোৱালীক দিব লাগে আৰু বেলেগ বেলেগ দেশৰ বৈশিষ্ট্য সম্বন্ধে সৰু সৰু প্ৰবন্ধ, ৰচনা আদি লিখিবলৈ দিব লাগে।

ভূগোল সম্বন্ধে যিবোৰ নিয়মৰ কথা কোৱা হল সেইবোৰ বিশেষ ভাৱে বুৰঞ্জীৰ পক্ষেও প্ৰযোজ্য। অৱশ্যে বুৰঞ্জীৰ সময় সম্বন্ধে কিছুমান মৌলিক তত্ত্ব আছে; সেই কাৰণে অলপ ডাঙৰ হোৱাৰ লগে লগেহে বুৰঞ্জীৰ প্ৰশ্ন উঠিব। লৰা-ছোৱালীক প্ৰায় পাঁচ বছৰ বয়সৰপৰা বুৰঞ্জী শিক্ষা দিব পৰা যায়। পাঁচ বছৰ বয়সৰ এনেকুৱা কম লৰাহে আছে যি আলেকজেণ্ডাৰৰ জীৱনী শুনি ভাল নেপাব। কলম্বচৰ কাহিনীত আমি বুৰঞ্জীতকৈ ভূগোলৰ বিষয় বস্তুহে বেচিকৈ পাওঁ, কিন্তু যি বিলাক শিশুৱে সাগৰ দেখিছে তেনে ছবছৰীয়া শিশুৰ কাৰণেও কলম্বচৰ কাহিনী অতি আমোদজনক হব। প্ৰথমতে বিখ্যাত লোকৰ মনোৰম কাহিনীৰে বুৰঞ্জী শিক্ষা আৰম্ভ কৰিব লাগে। ছবি আৰু কাহিনীৰ সহায়েৰে সেই বুৰঞ্জীৰ কাহিনীবোৰ ইমান ৰসাল কৰি

ভুলিব লাগে যে সেই বিষয়ে চিৰকালৰ কাৰণে যাতে মনত এটা চাপ বহি যায়। ছবি আৰু চিনেমাৰ সহায়ত এই শিক্ষা দিব পাৰিলে ই আৰু হৃদয়গ্ৰাহী হৈ পৰিব। উপৰোক্ত উপায়েৰে ৱেলচৰ ( H. G. Wells ) প্ৰদৰ্শিত পন্থাৰে অতি সহজ সৰল ভাৱেৰে ছবছৰ বয়সেতে পৃথিৱীৰ ইতিহাসৰ সাধাৰণ জ্ঞান লাভ কৰিবলৈ উপযুক্ত হোৱা উচিত। এই বয়সতে মিউজিয়াম আদি দেখুৱালেও খুব ভাল ফল হয়; কিয়নো সেই সময়ত সিহঁতে কথাবোৰ অলপ ভালকৈ বুজিব পৰা হয়। লণ্ডনত বাসকৰা শিশুবোৰক নেচাৰেল হিষ্টৰি মিউজিয়ামলৈ (Natural History Museum) নি আচৰিত আচৰিত প্ৰাণীবোৰ দেখুৱাব লাগে; কিন্তু দহ এঘাৰ বছৰৰ আগতে বৃটিছ মিউজিয়ামলৈ ( British Museum ) নিয়াটো যুগুত নহয়। বুৰঞ্জী শিক্ষা সম্বন্ধে বিশেষ সতৰ্কতা অৱলম্বন কৰিব লাগে। যেতিয়ালৈকে শিশুৰ বুজিব পৰা ক্ষমতা ভালকৈ বিকশিত নহয়, তেতিয়ালৈকে বয়সিয়ালসকলৰ কাৰণে যিবোৰ বুৰঞ্জীমূলক তথ্য আনন্দদায়ক যেন লাগে সেইবোৰ লৰা-ছোৱালীৰ মূৰৰ ওপৰত জাপি দিয়া উচিত নহয়। বুৰঞ্জীৰ যি দুটা বিষয়ে শিশুক আনন্দ দিয়ে তাৰে এটা হল ভূতত্ত্বৰপৰা সভ্য মানুহলৈ ক্ৰমবিকাশ আৰু আনটো হল কোনো বীৰ পুৰুষৰ জীৱনী নাটকীয় ভঙ্গিৰে বৰ্ণনা কৰা। মনত ৰাখিব লাগিব যে আমাৰ বিচিত্ৰ ক্ৰমোন্নতিৰ ধাৰণা ইতৰ প্ৰাণীৰপৰা উত্তৰাধিকাৰ সূত্ৰেৰে পোৱা বৰ্ব্বৰতাৰদ্বাৰা বাধাপ্ৰাপ্ত হৈছে, তথাচ সেই ধাৰণাই লাহে লাহে জ্ঞানৰ জৰিয়তে আমাৰ নিজৰ ওপৰত আৰু আমাৰ পৰিৱেশৰ ওপৰত আধিপত্য লাভ কৰাত আমাক সহায় কৰিছে। গোটেই মানৱ জাতিৰ পক্ষে এই কথা সঁচা, আমি যেন আমাৰ বাহিৰৰ বিশৃঙ্খলা আৰু অন্তৰৰ এন্ধাৰৰ লগত সংগ্ৰাম কৰিছোঁ,—আৰু আমাৰ মাজত থকা বিবেকৰ সৰু চাকিটো লাহে লাহে উজ্জ্বল হৈ আহিছে আৰু সেই উজ্জ্বল পোহৰৰদ্বাৰা অজ্ঞানৰ এন্ধাৰ-ৰাতি অৱসান হৈছে।

বাহিৰৰ বিশৃঙ্খলা আৰু অন্তৰৰ এন্ধাৰৰ লগত সংগ্ৰাম কৰাই আমাৰ কৰ্ত্তব্য। দেশ, জাতি আৰু ধৰ্ম্মৰ ভেদ ভাব নিতান্ত মূৰ্খতা, অথচ সেই ভেদ ভাবে আমাক হতবুদ্ধি কৰিছে।

প্ৰথমে এইবোৰ বিষয়ে কেৱল উল্লেখ কৰি পিচত বিশদভাৱে শিক্ষা দিব লাগে—অসভ্য মানুহবোৰে কেনেকৈ কাপোৰ-কানিৰ ব্যৱহাৰ নজনাৰ ফলত কেঁচা মঙহ খাব লগা হৈছিল। এই প্ৰসঙ্গত জুইৰ আৱিষ্কাৰ আৰু তাৰ উপকাৰিতা সম্বন্ধে বুজাব লাগিব, আৰু এই প্ৰসঙ্গতে 'প্ৰমেথিউচৰ ( Promethus ) কাহিনী সৰল ভাৱে কব লাগিব। নীল নৈৰ উপত্যকাত খেতি-বাতিৰ আৰম্ভ আৰু গৰু ছাগলী, কুকুৰ আদিক কেনেকৈ ঘৰচীয়া কৰা হল, সেইবোৰ বিষয়ে কব লাগিব। সৰু সৰু ভুৰৰপৰা কেনেকৈ নাৱৰ সৃষ্টি, আকৌ নাৱৰপৰা কেনেকৈ সৰু সৰু জাহাজ, আৰু জাহাজৰপৰা কেনেকৈ ডাঙৰ ডাঙৰ যাত্ৰীবাহী জাহাজৰ সৃষ্টি হৈছে, আৰু সৰু সৰু গুহাবাসীবোৰৰপৰা কেনেকৈ লণ্ডন আৰু নিউইয়ৰ্কৰ দৰে ডাঙৰ ডাঙৰ চহৰবোৰৰ সৃষ্টি হৈছে, এইবোৰৰ বিষয়ে ভালকৈ বুজাই দিব লাগিব। আখৰ আৰু সংখ্যাৰ ক্ৰমবিকাশৰ প্ৰতিও সিহঁতৰ দৃষ্টি আকৰ্ষণ কৰিব লাগিব। ডাঙৰ ডাঙৰ দেশবোৰ কেনে ধৰণৰ জাক-জমকতাপূৰ্ণ আছিল আৰু কেনেকৈ সেইবোৰ ধ্বংসৰ মুখত পৰিবলগীয়া হল, সেইবোৰৰ উত্থান আৰু পতন সম্বন্ধে অতি চিত্তাকৰ্ষক কৰি শিশুক বুজাব পৰা যায়। গ্ৰীচৰ অতীত উজ্জ্বল বুৰঞ্জী, ৰোমৰ পতন, বিজ্ঞানৰ পতন অভ্যুত্থান আদি সকলো তথ্য শিশুৰ পক্ষে অতি চিত্তাকৰ্ষক হৈ পৰিব। যুদ্ধ, অত্যাচাৰ আৰু নিৰ্ম্মম নিষ্ঠুৰতাৰ সম্বন্ধে মনে মনে থাকিলে নচলিব। কিন্তু যুদ্ধ-বিজেতাসকলক আমি প্ৰশংসা কৰিব নেলাগে,—বুদ্ধ, চক্ৰেটিচ, গেলিলিও আৰু নিউটন আদি যি সকলে অন্তৰ্জ্জগত আৰু বহিৰ্জ্জগতৰ অন্ধকাৰ দূৰ কৰিবলৈ চেষ্টা কৰিছিল, আৰু যি সকলে আমাৰ নিজৰ প্ৰবৃত্তিবোৰক জয় কৰিবলৈ যত্ন কৰি আহিছে, তেওঁলোকেই হব

আমাৰ ইতিহাসৰ প্ৰকৃত বীৰ পুৰুষ। মানৱ জাতিৰ কাৰণে আমি অতি উজ্জ্বল ঐশ্বৰ্য্যময় ভৱিষ্যতৰ ধাৰণা সৃষ্টি কৰিব লাগৰ। যুদ্ধ বিগ্ৰহত লিপ্ত হলে আৰু আদিম ৰীতি-নীতিক অনুকৰণ কৰিলে বৰ ভুল হব। মানৱ জাতিক সভ্যতাৰ উন্নতিৰ পথত আগবঢ়াত সহায় কৰাই হব আমাৰ প্ৰকৃত কৰ্ত্তব্য।

স্কুলত নাম লগোৱাৰ কেই বছৰ মানলৈকে নৃত্য শিক্ষাৰ কাৰণে নিৰ্দ্দিষ্ট সময় থকা উচিত। কাৰণ শৰীৰ গঠন আৰু সৌন্দৰ্য্যবোধ জগাই তুলিবৰ কাৰণে নৃত্য অতি প্ৰয়োজনীয়। অকল সেয়েই নহয়, নাচৰপৰা শিশুৱে অতি আনন্দ লাভ কৰিব পাৰে। নাচৰ প্ৰাথমিক শিক্ষাৰ শেষত দলবান্ধি নাচিবলৈ শিকোৱা উচিত। দলবান্ধি নাচিবলৈ শিকাৰপৰা সিহঁতৰ মাজত সহযোগিতা বাঢ়ে আৰু এনে সহযোগিতা শিশুৱে সাধাৰণতে ভাল পায়। সঙ্গীত সম্বন্ধেও সেই একে কথাকে খাটে। কিন্তু নাচ আৰম্ভ কৰাৰ পিচতহে গান আৰম্ভ কৰা ভাল। কাৰণ নাচত যেনেকৈ অঙ্গ আৰু মাংসপেশী সঞ্চালনৰ সুবিধা আছে গানত সেই সুবিধা নাই। আকৌ সঙ্গীত শিক্ষা অতি কষ্টসাধ্য। আটাই বোৰ লৰা-ছোৱালী নহলেও বেচিভাগ লৰা-ছোৱালীয়েই গান গাবলৈ পালে খুব আনন্দ পায়। নিচুকনি গীত আদি শিকাৰ পিচতেই সিহঁতক খুব ভালকৈ ভাল ভাল গানবোৰ শিকাব লাগে। প্ৰথমে সিহঁতৰ ৰুচি নষ্ট কৰি পিচত শুধৰাবলৈ যোৱাৰ কোনো যুক্তি নাই। নাচ গানে মানুহৰ জীৱনক মূল্যৱান কৰি তোলে। ডাঙৰৰ দৰে শিশুৰ মাজতো সঙ্গীত শিকিব পৰা ক্ষমতাৰ পাৰ্থক্য আছে। সেই কাৰণে যি বিলাকে গান শিকিবলৈ টান পায় তেনে অলপ বয়সীয়া লৰা-ছোৱালীবোৰৰ কাৰণে এটা বেলেগ শ্ৰেণী খুলিব লাগে। তেওঁলোকৰ মাজতো গান গোৱাটো ইচ্ছাধীন হোৱা উচিত।

তাৰ পিচত সাহিত্য কেনেকৈ শিকাব লাগে সেই বিষয়ে কব লাগিব। ই এনে এটা বিষয়—যত ভুল হোৱাটো স্বাভাৱিক। কৰি

সকলৰ জন্ম মৃত্যুৰ তাৰিখ,'তেখেতসকলৰ ৰচিত পুথিৰ নাম ইত্যাদি কিছুমান বিষয়ৰ বিষয়ে বিশদ জ্ঞানৰ প্ৰয়োগ লৰা-ছোৱালী নেলাগে তাওৰৰ মাজতেই খুব কম। যি কোনো কথাকে সদায় ব্যৱহাৰ কৰা পুথিৰ মাজত সদায় ব্যৱহাৰ কৰিব পৰা কিছুমান ভাল ভাল কথা মুখস্থ কৰি থোৱাৰ কোনো অৰ্থ নাই। ভাল ভাল সাহিত্যৰ লগত যি ঘনিষ্ঠ পৰিচয়ে অকল আমাৰ প্ৰকাশ ভঙ্গীকে নহয় চিন্তাধাৰাকো প্ৰভাৱান্বিত কৰিব পাৰে, তেনে সাহিত্য-জ্ঞানেই প্ৰকৃত পক্ষে মূল্যৱান। আৰু এটা কথা এই যে মুখস্থ নকৰিলে সাহিত্যৰ সুফল সম্পূৰ্ণ ৰূপে পোৱা নেযায়, আৰু মুখস্থ কৰি স্মৃতি-শক্তি বঢ়াব পৰা আদি বিশ্বাস বোৰ একেবাৰে সঁচা নহয়। মনস্তত্ত্ববিদসকলে প্ৰমাণ কৰিব যে মুখস্থ কৰাৰ তেনে কোনো প্ৰভাৱ নাই। আধুনিক শিক্ষাবিদ্‌সকলে এই মুখস্থ বিদ্যাত কম গুৰুত্ব আৰোপ কৰে। কিন্তু এটা ভুল হৈছে যেন লাগে। ই স্মৃতি-শক্তি নবঢ়ালেও বক্তৃতা দিওঁতে আৰু লিখোতে প্ৰয়োগ কৰা ভাষাৰ সৌন্দৰ্য্যৰ ওপৰত মুখস্থ-শক্তিৰ প্ৰভাৱক অস্বীকাৰ কৰিব নোৱাৰি। সুন্দৰ ভাষা, চিন্তাৰ স্বতঃস্ফুৰ্ত্ত প্ৰকাশ স্বৰূপেও এই মুখস্থ-বিদ্যা অভ্যাস কৰা উচিত। কিন্তু প্ৰাচীন সৌন্দৰ্য্যবোধৰ ইচ্ছা যি সমাজে হেৰুৱাই পেলাইছে, সেই সমাজৰ মাজত এই অৱস্থা আয়ত্ত কৰিবলৈ হলে চিন্তা-শক্তি বৃদ্ধিৰ অভ্যাস কৰিব লাগিব। উন্নত সাহিত্যৰ লগত ঘনিষ্ঠ পৰিচয়ৰ দ্বাৰা সেই অভ্যাস গঠন কৰা সম্ভৱ। সেই কাৰণেই মুখস্থ কৰাৰ প্ৰয়োজনীয়তা অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু কিছুমান নিৰ্দ্দিষ্ট কৱিতা যেনে—'কৰুণাৰ গুণ' আৰু "গোটেই জগত খনেই এখন ৰঙ্গমঞ্চ" আদি বেচি ভাগ শিশুৰ কাৰণেই নিৰস আৰু কৃত্ৰিম। সেই কাৰণে সেইবোৰ কথাই শিশুৰ মনত বেচি প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। মুখস্থ-বিদ্যা অভিনয়ৰ লগত সংযুক্ত কৰিব পাৰিলে ভাল হয়। কাৰণ তেতিয়া সকলো শিশুৱে যাতে ভাল পায় তেনে এটা

বিষয়ৰ প্ৰয়োজনীয়তা শিক্ষাৰ উপায় স্বৰূপে লব পৰা যায়। তিনি বছৰ বয়সৰ পিচৰপৰাই লৰা-ছোৱালীয়ে অভিনয় কৰি ভাল পায় আৰু নিজে নিজেই সিহঁতে একান্ত মনে অভিনয় আদি কৰি থাকে। কিন্তু সেই অভিনয়ৰে যদি বিশদ ভাৱে ভাল পথ দেখুৱাই দিয়া যায় তেনেহলে সিহঁতে আৰু আনন্দ পাব। যিবোৰ লৰা-ছোৱালীয়ে 'জুলিয়াচ চিজাৰ' (Julius Caesar)'ভেনিচৰ সদাগৰ' (Merchant of Venice ) আদি যি কোনো উপযুক্ত নাটকৰ অভিনয় কৰিবলৈ পায়, তেতিয়া যে সিহঁতে অকল নিজ নিজ ভাওৰ বিষয়েহে জানিব পাৰে এনে নহয়, আন আন অভিনেতাৰ ভাওবোৰো অতি সুন্দৰ ভাৱে জানিব পাৰে। এনে ধৰণৰ অভিনয়ৰ ফলত এই ভাওবোৰে সিহঁতৰ কল্পনাক পৰিপূৰ্ণ কৰিব আৰু ইয়াৰপৰা সিহঁতে অতি আনন্দ পাব। মুঠতে কবলৈ হলে উত্তম সাহিত্যৰ উদ্দেশ্য হল আনন্দ দান কৰা। কিন্তু লৰা-ছোৱালীবোৰে যদি তাৰপৰা আনন্দ লাভ কৰিব নোৱাৰে তেনেহলে তাৰপৰা কোনো উপকাৰো নহয়। এই সকলোবোৰ কাৰণতে সাহিত্য শিক্ষাও কোমল বয়সত অভিনয়ৰ মাজেদি হোৱাই ভাল। স্কুল লাইব্ৰেৰীত যিবোৰ সুলিখিত কাহিনী আছে সেইবোৰ অভিনয়ৰ পিচত নিজে নিজেই একোবাৰ পঢ়িলে বাকী কথা খিনি সহজেই বুজিব পৰা হয়। আজি-কালি কিছুমান লেখকে নিৰ্ব্বোধৰ দৰে কিছুমান সাধাৰণ আৱেগপূৰ্ণ কথা শিশুৰ কাৰণে লিখে। এইবোৰ লেখনীয়ে শিশুৰ ওপৰত গুৰুত্ব আৰোপ নকৰি শিশুক অপমান কৰে বুলি কব পাৰি ; কিন্তু আন ফালে 'ৰবিন্সন ক্ৰুচোৰ' ( Robinson Crusoc ) মাজত ফুটি উঠা গাম্ভীৰ্য্য কেনে সুন্দৰ। আৱেগপ্ৰৱণতাই (sentimentality) নাটকীয় সহানুভূতি লাভ কৰাত অকৃতকাৰ্য্য হয়। কোনো শিশুৱেই লবালি ভাল নেপায় ; যিমান পাৰে সিমান সোন-কালে ডাঙৰৰ দৰে ব্যৱহাৰ কৰিবলৈ সিহঁতে ভাল পায়। সেই ভাৱে শিশুৰ কাৰণে যিবোৰ পুথি লিখা হয় তাত কেতিয়াও লবালিক সমৰ্থন

কৰা উচিত নহয়। বহুত আধুনিক শিশু পাঠ্য পুথিত কৃত্ৰিম নিৰ্ব্বুদ্ধিতাই পুথিখন বিৰক্তিকৰ কৰি পেলায়। এইবোৰে শিশুক আমনি দিয়ে, নাইবা সিহঁতৰ মানসিক শক্তিৰ বিকাশত বেমেজালি লগায়। ডাঙৰৰ কাৰণে লিখা হলেও লৰা-ছোৱালীয়ে যাতে সহজতে বুজিব পাৰে তেনে পুথি শিশুৰ কাৰণে সৰ্ব্বোৎকৃষ্ট। এইটো মন কৰিবলগীয়া যে কিছুমান পুথি বিশেষকৈ লিখা হয় শিশুৰ কাৰণে, কিন্তু বয়সস্থ লোকেও সেইবোৰ পঢ়ি আনন্দ পায়। উদাহৰণ স্বৰূপে 'লিয়াৰ' ( Lear ) আৰু Lewis Corroll পুথিবোৰৰ নাম উল্লেখ কৰিব পাৰি।

আধুনিক ভাষা শিকোৱাটো একেবাৰে সহজ নহয়। সক কালতে কোনো আধুনিক ভাষাৰে সুন্দৰকৈ কথা কবলৈ শিকাটো সম্ভৱ। কিন্তু অলপ ডাঙৰ হলে সিমান সুন্দৰকৈ সেই শিক্ষা লাভ কৰা সম্ভৱ নহয়। সেই কাৰণে খুব কম বয়সতেই ভাষা শিকোৱাৰ কাৰণে অনেক যুক্তি আছে। কিছুমানে আকৌ আন ভাষা অতি কম বয়সতে শিকিলে নিজৰ ভাষা ভালকৈ শিকাত বাধা পৰিব বুলি ভাবে। কিন্তু এই ধাৰণা সমৰ্থনযোগ্য নহয়। টলষ্টয় ( Tolstoy ) আৰু টাৰজিনেভে ( Turgenev ) সৰুতে যদিও ইংৰাজী, ফৰাচী আৰু জাৰ্ম্মান ভাষা শিকিছিল, তথাপি তেওঁলোকৰ মাতৃভাষা ৰুছ ভাষাত যথেষ্ট ব্যুৎপত্তি আছিল। গীবনে ( Gibbon ) ইংৰাজী ভাষাত যেনে ফৰাচী ভাষাতো তেনেকৈয়ে অনায়াসে সুন্দৰকৈ লিখিব পাৰিছিল। কিন্তু তাৰপৰা তেওঁৰ ইংৰাজী লিখাৰ ভঙ্গি অকণো নষ্ট হোৱা নাছিল। সমগ্ৰ অষ্টাদশ শতাব্দী জুৰি অভিজাত ঘৰৰ ইংৰাজবিলাকে তেওঁলোকৰ যৌৱন অৱস্থাত স্বাভাৱিক ভাৱে ফৰাচী আৰু অনেকে ইটালীয়ান ভাষা শিকিছিল, তথাপি তেওঁলোকৰ ইংৰাজী লিখাৰ ভঙ্গি তেওঁলোকৰ বৰ্ত্তমান বংশধৰসকলৰ লিখাৰ ভঙ্গিতকৈ অনেক ভাল আছিল। শিশুৰ অভিনয়প্ৰিয়তাই এটা ভাষাৰ লগত

আন এটা ভাষাৰ বেমেজালি লগোৱাৰপৰা তাক ৰক্ষা কৰে। আধুনিক ভাষা সম্বন্ধে আৰু এটা ভাবিবলগীয়া কথা আছে। শিশুক যি প্ৰথমে যিটো ভাষা শিকায়, তেওঁৰ সেইটোৱেই মাতৃভাষা হোৱা উচিত। কিয়নো তেওঁ যে তাৰদ্বাৰা কেৱল মাত্ৰ ভালকৈয়ে শিকাব পাৰিব তেনে নহয়, শিশুৱেও তেওঁৰ ভাষাত কোনো প্ৰকাৰ কৃত্ৰিমতা অনুভৱ নকৰিব। সেই কাৰণে বিভিন্ন ভাষা শিকাবৰ কাৰণে স্কুলবোৰত বিভিন্ন ভাষা-ভাষীৰ শিক্ষক শিক্ষয়িত্ৰী নিযুক্ত কৰা উচিত, আৰু মাতৃভাষাৰ বাহিৰে আন ভাষাবোৰ খেলৰ মাজেদি শিক্ষা দিব লাগে। শিক্ষক শিক্ষয়িত্ৰীয়ে শিশুৰ লগত খেলিব আৰু কথা বাৰ্ত্তা পাতিব লাগে আৰু সেই ভাষা বুজাৰ ওপৰতেই খেলৰ সফলতাও নিৰ্ভৰ কৰে। এইদৰে অকণো মানসিক অৱসাদ অনুভৱ নকৰাকৈ খেলৰ আনন্দৰ মাজেদি শিশুৱে খুব ভালকৈ আন ভাষা শিকিব পাৰিব। অকল সেয়েই নহয়, সিহঁতে ইমান ভালকৈ শিকিব পাৰিব যে পিচত সেই বিষয়ে শিকোতে বহুমূলীয়া সময়ৰ অকণো অপচয় নহব।

বাৰ বছৰ মান বয়সৰপৰা গণিত আৰু বিজ্ঞান শিক্ষা আৰম্ভ কৰিব পৰা যায়। কিন্তু ইতিমধ্যে অঙ্ক শিকোৱা হৈ গলেই জ্যোতিষ, ভূতত্ত্ব, প্ৰাগঐতিহাসিক জীৱ-জন্তুৰ বিষয়ে নাইবা বিখ্যাত আৱিষ্কাৰকসকলৰ জনপ্ৰিয় কাহিনী আৰু তেনে ধৰণৰ সুন্দৰ সুন্দৰ তথ্য সম্বন্ধে শিশুক কব লাগে। বাৰ বছৰৰপৰা জ্যামিতি, বীজগণিত, পদাৰ্থবিদ্যা আৰু ৰসায়ন শাস্ত্ৰৰ বিষয়ে শিকাবলৈ আৰম্ভ কৰিব লাগে। খুব কম লৰা-ছোৱালীয়েইহে জ্যামিতি আৰু বীজগণিত ভাল পায়। কিন্তু ক্ৰুটিপূৰ্ণ শিক্ষা প্ৰণালীয়েই এই বিষয়ে দায়ী হয়নে নহয় সেইটো কোৱা সন্দেহজনক। সঙ্গীতৰ ক্ষমতাৰ দৰে গণিত শাস্ত্ৰৰ ধাৰণাও যেন ঈশ্বৰপ্ৰদত্ত আৰু তেনে ধাৰণাও বিৰল যেন মনে ধৰে। তথাপি প্ৰত্যেক

বালক বালিকায়েই গণিতৰ সোৱাদ পোৱা উচিত। তেনে হলেহে কাৰ এই বিষয়ে স্বাভাৱিক ক্ষমতা আছে তাক বুজিব পৰা হব। আৰু যিবোৰে অলপ মাত্ৰ শিকিব পাৰে তেওঁলোকৰ সেই জ্ঞানেই অলপ নহয় অলপ উপকাৰত আহিব। উত্তম শিক্ষা প্ৰণালীৰ সহায়ত প্ৰায় প্ৰত্যেকেই জ্যামিতিৰ প্ৰাথমিক জ্ঞান লাভ কৰিব পাৰিব। বীজগণিত সম্বন্ধে অৱশ্যে এই কথা কব নোৱাৰি, কাৰণ জ্যামিতিতকৈ ই জটিল আৰু যি বিলাকে অজানিত ভাৱে কোনো এটা প্ৰত্যক্ষ বস্তুৰ বিভিন্ন ধাৰণা কৰিব নোৱাৰে বিশেষকৈ তেওঁলোকৰ কাৰণে বীজগণিত বৰ টান।

পদাৰ্থবিদ্যা আৰু ৰসায়ন শাস্ত্ৰ সম্বন্ধে যদিও খুব কম সংখ্যক শিক্ষাৰ্থীৰেই ৰুচি আছে তথাপি উপযুক্তভাৱে শিক্ষা দিব পাৰিলে লৰা-ছোৱালীবোৰে অন্ততকৈ পদাৰ্থ-বিজ্ঞান আৰু ৰসায়ন শাস্ত্ৰ বেছি ভাল পায়। কোন লৰা-ছোৱালীৰ কোন বিষয়ত কিমান ক্ষমতা আছে সেই বিষয়ে যেতিয়ালৈকে বুজিব পৰা যায় তেতিয়ালৈকে ১২ বছৰ ১৪ বছৰ বয়সৰ ভিতৰতে সিমান খিনি অঙ্ক আৰু বিজ্ঞান শিকাব লাগে। কিন্তু এই কথাও যে তৎক্ষণাৎ স্পষ্টকৈ বুজা যাব তেনে নহয়, কোনো কোনো ক্ষেত্ৰত চৈধ্য বছৰ বয়সতো এই বিষয়ে বুজা টান। এনেবোৰ ঠাইত কিছুদিনৰ কাৰণে পৰীক্ষামূলক পদ্ধতিও অৱলম্বন কৰিব লাগিব। কিন্তু বেছি ভাগতে চৈধ্য বছৰ বয়সৰ সময়ত এটা সিদ্ধান্ত কৰিব পৰা যায়। কিছুমানে নিশ্চয় এই শিক্ষণীয় বিষয়বোৰক ভাল পায় আৰু ফলত ভালকৈ শিকিবও পাৰে। যি বোৰে যি বোৰ বিষয় ভাল নেপায় তেওঁলোকে সেই বিষয়বোৰ শিকিবও নোৱাৰে। বুদ্ধিমান লৰা-ছোৱালীয়ে এইবোৰ বিষয় বেয়া পাব বা নিৰ্ব্বোধবোৰে ভাল পাব, তেনে কথা নহয়।

গণিত আৰু বিজ্ঞান সম্বন্ধে যিবোৰ কথা কোৱা হল উৎকৃষ্ট

প্ৰাচীন গ্ৰন্থ সম্বন্ধেও তাকেই কব পাৰি। যিমান খিনি শিক্ষাৰ দ্বাৰা লৰা-ছোৱালীবোৰৰ অনুৰাগ আৰু শিক্ষা লাভৰ ক্ষমতা বুজিব পৰা যায়, বাৰ বছৰৰপৰা চৈধ্য বছৰ বয়সৰ লৰা-ছোৱালীক উৎকৃষ্ট প্ৰাচীন সাহিত্য সম্বন্ধে ঠিক সিমান খিনি শিক্ষা দিয়া উচিত। শিক্ষাৰ্থীৰ ৰুচি আৰু ক্ষমতা অনুযায়ী চৈধ্য বছৰ বয়সৰপৰাই সেইবোৰ বিষয়ত বিশেষ পাৰদৰ্শিতা লাভৰ চেষ্টা হোৱা উচিত। এই সময়ৰ শেষ বছৰবিলাকতে পিচলৈনো কি শিক্ষা দিয়া হব, তাৰ এটা মীমাংসা কৰিব লাগে।

স্কুলত থকা আঠাই কেউ বছৰতে বহিৰ্জ্জগতৰ সম্বন্ধে নানা ধৰণৰ শিক্ষা দিয়া উচিত। আঢ্যৱন্ত বা ধনীসকলৰ লৰা-ছোৱালীৰ ভাৰ তেওঁলোকৰ পিতা-মাতাৰ ওপৰতে দিব পৰা যায়; কিন্তু আন আন লৰা-ছোৱালীৰ কাৰণে এনে ধৰণৰ শিক্ষাৰ ব্যৱস্থা কৰা আংশিকভাৱে স্কুলৰহে কৰ্ত্তব্য। বহিৰ্জ্জগতৰ শিক্ষা বোলোতে আমি খেল-ধেমালিৰ বিষয়ে কোৱা নাই। কিন্তু খেল ধেমালিৰো যথেষ্ট গুৰুত্ব আছে—সেই কথা সহজেই উপলব্ধি কৰিব পাৰি। বিভিন্ন কৃষি প্ৰণালী সম্বন্ধে জ্ঞান, জীৱ-জন্তু আৰু বৃক্ষ-লতা সম্বন্ধে জ্ঞান, ফুলনি, শাকনি বাৰী আদি কৰা, গাঁৱৰ জীৱনৰ বিষয়ে জানিবলৈ ইচ্ছা কৰা ইত্যাদিৰ কথা এই ক্ষেত্ৰত আমাৰ আলোচনাৰ বিষয়-বস্তু। আচৰিত কথা এই যে চহৰৰ মানুহে কাচিৎহে দিক দৰ্শন যন্ত্ৰৰ কাটা চিনিব পাৰে। সূৰ্য্যই কোন পথেদি পৃথিৱী প্ৰদক্ষিণ কৰে তেওঁলোকে সেই কথাও নেজানে। ঘৰৰ কোন ফালে ভালকৈ বায়ু চলাচল কৰা নাই সেই কথা সহজতে তেওঁলোকে ধৰিব নোৱাৰে। কেনিও বাহিৰলৈ নগৈ চহৰত বাস কৰাৰ এয়েই পৰিণতি—ইয়াৰ ফলতেই চহৰবাসীবিলাকে পুৰণি বিষয় বোৰ আৰু জীৱন ধাৰণৰ মুখ্য বিষয়বোৰৰ সম্বন্ধে ভেনেই অজ্ঞ। বহুত সময়ত দেখা যায়—জীৱনৰ প্ৰতি তেওঁলোকৰ মনোভাৱ

অতি নগণ্য, পল্লৱগ্ৰাহী আৰু লঘু। জ্ঞানহীনতাই হল এনে মনোভাবৰ কাৰণ। প্ৰত্যেক ঋতু আৰু বতৰৰ বোৱা আৰু চপোৱা খেতি-বাতি আৰু গৰু মহৰ সম্বন্ধে জনাবো একোটা গুৰুত্ব আছে। আৰু যদি জননী ধৰিত্ৰীৰ লগত আমি সম্পূৰ্ণ বিচ্ছেদ নিবিচাৰোঁ। তেনেহলে প্ৰত্যেকেই এইবিলাকৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰখা উচিত। স্বাস্থ্য ৰক্ষাৰ কাৰণেও এই জ্ঞানবোৰ লৰা-ছোৱালীয়ে কাম-কাজৰ মাজেদি আহৰণ কৰিব পাৰে। স্বাস্থ্যৰ উন্নতিৰ কাৰণেই এই বোৰৰ বিষয়ে শিক্ষা লাভ কৰা উচিত। নগৰৰ লৰা-ছোৱালী বোৰে গাঁৱৰ পৰিবেশত যি আনন্দ পায় তাক দেখিলে সিহঁতৰ যে কি এটা অপূৰণীয় অভাৱ পূৰ হৈছে, সেই কথা বুজিব পাৰি। যেতিয়ালৈকে এই অভাৱে পৰিতৃপ্তি লাভ কৰিব নোৱাৰিব তেতিয়ালৈকে আমাৰ শিক্ষা পদ্ধতি অসম্পূৰ্ণ হৈয়েই থাকিব।

## ষষ্ঠদশ অধ্যায়

## ( স্কুলৰ শেষ বছৰসমূহ )

যি বিলাক ল'ৰা-ছোৱালীয়ে বিশেষ পাৰদৰ্শিতা লাভ কৰিব পাৰে তেনেবোৰ ল'ৰা-ছোৱালীক পোন্ধৰ বছৰ বয়সৰ পিচত বিশেষ শিক্ষা লাভৰ সুযোগ দিয়া উচিত। বেচি ভাগ ল'ৰা-ছোৱালীকে এই সুবিধা দিয়া উচিত। য'ত এনে বিশেষ শিক্ষা দিয়াৰ সুবিধা নাই, তেনে ক্ষেত্ৰত সকলোবোৰ বিষয়ৰ শিক্ষাক ( all round education ) দীৰ্ঘস্থায়ী কৰিব লাগিব। কোনো বিশেষ ক্ষেত্ৰত বিশেষজ্ঞতা লাভৰ শিক্ষা আৰু আগতে আৰম্ভ কৰিব পৰা যায়। কোনো বিশেষ কাৰণত শিক্ষা সম্পৰ্কিত সকলোবোৰ নিয়মৰেই ব্যতিক্ৰম হব পাৰে। কিন্তু আমাৰ মনেৰে সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীতকৈ তীক্ষ্ণ বুদ্ধিৰ ল'ৰা-ছোৱালীৰ বিশেষ শিক্ষা প্ৰায় চৈধ্য বছৰ বয়সৰ পৰাই আৰম্ভ হোৱা ভাল। আৰু সাধাৰণ বুদ্ধিৰ ল'ৰা-ছোৱালীতকৈ অলপ বোধশক্তি সম্পন্ন ল'ৰা-ছোৱালীক কোনো ব্যৱসায় বিদ্যাৰ বাহিৰে আন বিশেষ পাৰদৰ্শিতা লাভৰ শিক্ষা স্কুলত আৰম্ভ নকৰাই ভাল। চৈধ্য বছৰ বয়সৰ আগতে শিক্ষাৰ্থীৰ সেই শিক্ষা আৰম্ভ কৰা উচিত নহয় আৰু যেতিয়া আৰম্ভ কৰা হয় তেতিয়াও কোনো শিক্ষাৰ্থীয়ে সকলো সময় সেই শিক্ষাতে ব্যয় কৰা অনুচিত। স্কুলত কিমান সময় ব্যয় কৰিব লাগিব আৰু তেনে শিক্ষা সকলো শিক্ষাৰ্থীকেই বা অকল কিছুমান শিক্ষাৰ্থীকহে দিব লাগিবনে নেলাগে সেই প্ৰশ্ন আলোচনা কৰিবলৈ এই ক্ষেত্ৰ উপযুক্ত নহয়। এইবোৰ প্ৰশ্নৰপৰাই ৰাজনৈতিক আৰু অৰ্থনৈতিক প্ৰশ্নৰ উত্থাপন হয়। আকৌ সেই প্ৰশ্নবোৰ পৰোক্ষ

ভাৱেহে শিক্ষাৰ লগত জড়িত। সেইবোৰ প্ৰশ্ন সংক্ষেপে আলোচনা কৰাও অসম্ভৱ। সেই কাৰণে চৈধ্য বছৰ বয়সৰ পিচৰপৰাহে অতি সূক্ষ্ম বিষয়বোৰত শিক্ষা দিব লাগে।

স্কুলৰ পাঠ্যসমূহক মুঠতে তিনি ভাগত ভাগ কৰিব পাৰি। যেনে :—(১) পুৰণি উৎকৃষ্ট সাহিত্য, (২) গণিত আৰু বিজ্ঞান, আৰু (৩) আধুনিক ভাষাসমূহ, ইতিহাস আৰু সাহিত্য। এই প্ৰত্যেক বিভাগতেই স্কুল এৰাৰ অলপ দিনৰ আগতে বিশেষ পাৰদৰ্শিতা লাভ কৰা সম্ভৱ হব পাৰে। ধৰি লব পাৰি যে ওঠৰ বছৰৰ আগতে এইবোৰ সম্পূৰ্ণ আয়ত্ত কৰা সম্ভৱ নহব। কিন্তু এইটো সঁচা যে পুৰণি উৎকৃষ্ট সাহিত্য যেনে :—লেটিন বা গ্ৰীক পঢ়িবলৈ লৈ কিছুমানে লেটিন ভাষাত আৰু কিছুমানে গ্ৰীক ভাষাত বেচিকৈ ব্যুৎপত্তি অৰ্জ্জন কৰিব পাৰে। গণিত আৰু বিজ্ঞানো প্ৰথমতে একেলগেই শিকোৱা ভাল ; কিন্তু কোনো কোনো বিজ্ঞানত গণিতৰ অধিক সাহায্য নোহোৱাকৈয়ো পাৰদৰ্শিতা লাভ কৰিব পৰা যায় আৰু প্ৰকৃত পক্ষে অনেক বিখ্যাত বৈজ্ঞানিকেই গণিত শাস্ত্ৰ সিমান ভালকৈ নেজানে। সেই কাৰণে ষোল বছৰ বয়সৰ সময়ত লৰা বা ছোৱালীক বিজ্ঞান বা গণিতত বিশেষ পাৰদৰ্শিতা লাভৰ সুবিধা দিব লাগিব। কিন্তু কোনটো বিষয় শিক্ষাৰ্থীৰ উপযুক্ত হব, সেই কথাটোও খুব ভালকৈ ভাবি চাব লাগিব। সেই একে মন্তব্যকে আধুনিক ভাষা, সাহিত্য, ইতিহাস ইত্যাদি সম্বন্ধেও প্ৰযোজ্য।

বাস্তৱ জীৱনৰ পক্ষে প্ৰয়োজনীয় এনেকুৱা কিছুমান বিষয় প্ৰত্যেকেই শিকা উচিত। এইবোৰৰ ভিতৰত শৰীৰতত্ত্ব শৰীৰ বিজ্ঞান ( anatomy ) আৰু স্বাস্থ্য-বিজ্ঞান উল্লেখযোগ্য। কিন্তু প্ৰত্যেক বয়সস্থ লোকৰেই দৈনন্দিন জীৱনত যিমানদূৰ

আৱশ্যক সিমান খিনিলৈকেহে এই শিক্ষা দিয়া উচিত; যেহেতু এই বিষয়বোৰৰ যৌন শিক্ষাৰ লগত ওচৰ সম্বন্ধ। সেই কাৰণে যৌৱনাৱস্থা প্ৰাপ্ত হোৱাৰ আগতেই যিমানদূৰ পৰা যায় এইবোৰৰ বিষয়ে শিক্ষা দিব লাগে, যাতে প্ৰয়োজনৰ আগতেই শিক্ষাৰ্থীবোৰে এই বিষয়বোৰ সম্বন্ধে পাহৰি নেযায়। সেই কাৰণে খুব কম বয়সৰেপৰা এই বিষয়বোৰৰ জ্ঞান লাভ কৰা উচিত। এইবোৰৰ বিষয়ে দুবাৰ শিক্ষা দিয়া ভাল যেন লাগে। প্ৰথমে অতি সাধাৰণ ভাৱে যৌৱনাৱস্থা প্ৰাপ্ত হোৱাৰ আগতেই আৰু দ্বিতীয় বাৰ অলপ ডাঙৰ হলে স্বাস্থ্য-বিজ্ঞান আৰু বেমাৰবোৰৰ সাধাৰণ জ্ঞান দিব লাগে। ইয়াৰ উপৰিও প্ৰত্যেক লৰা-ছোৱালীৰেই বিধান সভা ( Parliament ) আৰু শাসন পদ্ধতি ( Constitution ) সম্বন্ধে সাধাৰণ জ্ঞান থকা উচিত। কিন্তু এই বিষয়বিলাকৰ শিক্ষা যাতে ৰাজনৈতিক প্ৰচাৰ ৰূপে পৰিণত নহয়, তাৰ বাবে সাৱধান হব লাগে।

পাঠ্য পুথি নিৰ্ব্বাচনতকৈয়ো অধিক গুৰুত্বপূৰ্ণ বিষয় হল শিক্ষা দান পদ্ধতি আৰু তাৰ অন্তৰ্নিহিত উদ্দেশ্য। শিক্ষণীয় বিষয়বোৰ সহজ, সৰল, আৰু আনন্দদায়ক কৰি তোলাই হল প্ৰধান সমস্যা। যিবোৰ বিষয়ত সঠিক আৰু বিশদ জ্ঞান থকা উচিত সেইবোৰ বিষয়ত নিৰ্দ্দিষ্ট পুস্তক অধ্যয়ন কৰিব লাগিব আৰু সেই বিষয়সমূহৰ সাধাৰণ বক্তৃতা আদিৰো আৱশ্যক আছে। পুৰণি ভাষাৰ নাটক আদি অধ্যয়ন কৰাৰ আগতে তাৰ অনুবাদ পঢ়ি লোৱা ভাল। গণিত শাস্ত্ৰক আকৌ আন ধৰণেৰে ভাগ কৰিব লাগিব; যেনে—মাজে মাজে গণিত শাস্ত্ৰৰ আৱিষ্কাৰকসকলৰ বিষয়ে বিজ্ঞান আৰু দৈনন্দিন জীৱনৰ ওপৰত গণিত শাস্ত্ৰৰ বিভিন্ন বিভাগৰ বেলেগ বেলেগ প্ৰভাৱ আৰু উচ্চ খাপৰ গণিতৰ মাজত থকা আনন্দ দায়ক তথ্যসমূহৰ বিষয়ে বক্তৃতাৰ বন্দোবস্ত থকা উচিত। ঠিক

সেই দৰেই ইতিহাসৰ বিস্তৃত অধ্যয়নৰ পৰিপূৰককৰূপে ইতিহাসৰ উজ্জ্বল ৰূপৰেখাৰ ব্যৱহাৰ হব পাৰে। এই ৰূপৰেখাৰ সাধাৰণ সিদ্ধান্ত বিলাক সন্দেহাতীত নহবও পাৰে। শিক্ষাৰ্থীবোৰকো কব যে সেই সাধাৰণ সিদ্ধান্তবোৰ সন্দেহাতীত নহয়। আৰু সেই সিদ্ধান্তবোৰৰ পক্ষে অথবা বিপক্ষে মতামত দিবলৈ শিক্ষাৰ্থীবোৰক আহ্বান কৰিব লাগিব বিশেষ বিশেষ সত্য আৰু নিয়মবোৰৰদ্বাৰা। যি সাধাৰণ বৈজ্ঞানিক উদ্দেশ্য সাধিত হৈছে সেইবোৰৰ বিষয়ে জানিবলৈ হলে সংক্ষিপ্ত তথ্যপূৰ্ণ জনপ্ৰিয় বিজ্ঞানৰ পুথি পঢ়া ভাল। সঠিক আৰু পুঙ্খানুপুঙ্খভাৱে অধ্যয়নৰ কাৰণে এই বিলাকৰ প্ৰয়োজন। কিন্তু অকল সিমান খিনিয়েই যথেষ্ট বুলি ভবাটো ভুল হব। জ্ঞান লাভবো এটা সংক্ষিপ্ত পন্থা আছে বুলি শিক্ষাৰ্থীবোৰক কেতিয়াও জানিবলৈ দিয়া উচিত নহয়। বৰ্ত্তমান শিক্ষা পদ্ধতিৰ পক্ষে ই অতি বিপদজনক আৰু বিদ্যা শিক্ষাৰ প্ৰাচীন কঠোৰ অভ্যাস গঠনৰ আধুনিক প্ৰতিক্ৰিয়াৰপৰাই এই মহা বিপদৰ উৎপত্তি। পুৰণি কালত বিদ্যা শিক্ষাৰ কাৰণে যি মুখস্থ কৰিব লগা হৈছিল সেই অভ্যাস ভালেই আছিল। কিন্তু তাৰ ফলত শিক্ষাৰ প্ৰতি মানসিক অনুৰাগ নষ্ট কৰাটোৰেই আছিল সেই পদ্ধতিৰ দোষ। আমি কঠোৰ পৰিশ্ৰম কৰিবলৈ চেষ্টা কৰিবই লাগিব। কিন্তু প্ৰাচীন শৃঙ্খলাবাদীসকলৰ পন্থাতকৈ বেলেগ পন্থাৰে এই চেষ্টা কৰিব লাগিব। এনে কৰা একেবাৰে অসম্ভৱ নহয়। আমেৰিকাত দেখিবলৈ পোৱা যায় যে যি বোৰ শিক্ষাৰ্থীকে বিশ্ববিদ্যালয়ত পঢ়ি থকাৰ সময়ত এলেহুৱা যেন দেখা যায়, তেনে লৰায়ো পিচত আইন বা চিকিৎসা শাস্ত্ৰ পঢ়ি থকাৰ সময়ত কঠোৰ পৰিশ্ৰম কৰে। কিয়নো সেই কামবোৰ যে গুৰুত্বপূৰ্ণ, এই কথা তেওঁলোকে উপলব্ধি কৰিব পাৰে। এই টোৱেই হল অতি প্ৰয়োজনীয় কথা। যদি স্কুলৰ কামবোৰো

শিক্ষাৰ্থীবোৰৰ আগত গুৰুত্বপূৰ্ণ কৰি তুলিব পৰা যায়, তেতিয়া হলে তেওঁলোকেও কঠোৰ পৰিশ্ৰম কৰিব ; কিন্তু কামবোৰ যদি অতি সহজ হৈ পৰে তেতিয়া হলে তেওঁলোকে নিজৰ স্বাভাৱিক অনুভূতিৰপৰাই ধৰিব পাৰিব যে তেওঁলোকক যি বোৰ কাম দিয়া হৈছে সেইবোৰ সিমান গ্ৰহণযোগ্য নহয়। চতুৰ লৰা-ছোৱালী-বোৰে বাধা বিঘিনিৰ মাজেদি তেওঁলোকৰ মনক পৰীক্ষা কৰি চাব খোজে। যিবোৰ লৰা-ছোৱালীক নিৰ্ব্বোধ আৰু এলেহুৱা বুলি ভবা হয় তেওঁলোকক যদি খুব ভালকৈ অকণো ভয় সংশয় নোপজোৱাকৈ শিক্ষা দিয়া যায় তেতিয়া হলে তেওঁলোকো বুদ্ধিমান হৈ পৰিব।

শিক্ষাৰ ক্ষেত্ৰত সকলো সময়তে শিক্ষা লাভৰ আগ্ৰহ ছাত্ৰৰ পক্ষৰপৰা অহাটো বাঞ্ছনীয়। মেডাম্ মণ্টেচৰীয়ে দেখুৱাইছে যে কেনেকৈ সৰু সৰু লৰা-ছোৱালীৰ মাজত এই ভাব জগাই তুলিব পৰা যায়। কিন্তু অলপ ডাঙৰ লৰা-ছোৱালীৰ কাৰণে বেলেগ পন্থা অৱলম্বন কৰিব লাগে। প্ৰগতিবাদী শিক্ষাবিদ্‌সকলে বিশেষকৈ এই কথাকে সমৰ্থন কৰে ; কাৰণ এই নিয়মত চিৰ প্ৰচলিত নীতি অনুযায়ী চলি অহা শ্ৰমৰ সমষ্টিগত কামতকৈ ব্যক্তিগত কামক বেচি মূল্য দিয়া হয়। যদিও একোটা কোঠাতে লৰা-ছোৱালীয়ে ভৰি থাকে, তথাপি প্ৰত্যেককে বেলেগ বেলেগ ব্যক্তিগত কামত লগাই দিয়া উচিত। লাইব্ৰেৰী বা গৱেষণাগাৰ বোৰ উপযুক্ত কিতাপ-পত্ৰ আৰু যন্ত্ৰ পাতিৰে সুসজ্জিত আৰু আহল-বহল মুকলি হব লাগে। লৰা-ছোৱালীৰে নিজৰ ইচ্ছানুযায়ী পঢ়িব পৰাকৈ প্ৰত্যেক দিনে নিৰ্দ্দিষ্ট সময় ধাৰ্য্য কৰিব লাগে। কিন্তু লৰা বা ছোৱালীয়ে প্ৰত্যেক দিনেই কোনে কি পঢ়িলে বা শিকিলে তাৰ বিষয়ে চমুকৈ লিখিব লাগিব। এই পদ্ধতিৰে পঢ়িবলৈ ললে যি বিষয়ে পঢ়া যায় সেই বিষয়ে মনত স্থায়ীৰূপে

থাকি যাব আৰু এনে কৰিলে খেলি-মেলিৰপৰা হাত সাৰি প্ৰত্যেক কথাকে সুশৃঙ্খলাৱদ্ধ ভাৱেৰে পঢ়িব পাৰিব আৰু শিক্ষকে যি খিনি বিচাৰে তাকে সুন্দৰকৈ উত্তৰ দিব পাৰিব। লৰা-ছোৱালী যিমানেই বুদ্ধিমান হব সিমানেই নিয়ন্ত্ৰণৰ মাত্ৰাও কমিব। যি বিলাক বৰ বেচি বুদ্ধিয়ক নহয় তেওঁলোকৰ কাৰণে যথেষ্ট উপদেশৰে সৈতে পথ প্ৰদৰ্শনৰো আৱশ্যক। কিন্তু তেওঁলোকৰ কাৰণেও পথ নিৰ্দ্দেশ আদেশৰদ্বাৰা নহৈ হব লাগিব সঙ্কেত, অনুসন্ধান আৰু অনুপ্ৰেৰণাৰদ্বাৰা। কোনো কোনো নিৰ্দ্দিষ্ট বিষয়ৰ তথ্য নিৰ্দ্ধাৰণৰ অভ্যাস গঠন কৰিবৰ কাৰণে আৰু সেই তথ্যবোৰ পৰিপাটিকৈ দেখুৱাব পাৰিবৰ কাৰণেও অৱশ্যে নিৰ্দ্ধাৰিত কিছুমান বিষয় থকা প্ৰয়োজন।

নিয়মিত কামবিলাকৰ উপৰিও লৰা-ছোৱালীবোৰক ৰাজনৈতিক, সামাজিক আৰু ধৰ্ম্ম সম্পৰ্কীয় গুৰুত্বপূৰ্ণ বিতৰ্কমূলক প্ৰশ্নসমূহৰ সম্বন্ধে আগ্ৰহান্বিত হবৰ কাৰণে উৎসাহিত কৰি তুলিব লাগিব। বিতৰ্কমূলক বিষয়ৰ সম্বন্ধে অকল একেটা কথাকে ধৰি নেথাকি সকলো ফালৰপৰা কেনেকৈ চিন্তা কৰিব পাৰি সেইটোৰ প্ৰতিহে উৎসাহ দিয়া উচিত। যদি কাৰবাৰ কোনো যুক্তি বিশেষৰ প্ৰতি বিশেষ কোনো আগ্ৰহ বা আকৰ্ষণ থাকে তেনেহলে কেনেকৈ সেই অভিমতৰ সমৰ্থনযোগ্য যুক্তি প্ৰদৰ্শন কৰিব লাগিব তাৰ বিষয়ে শিক্ষা দিব লাগিব আৰু যি বোৰে বেলেগ বেলেগ মত পোষণ কৰে সেইবোৰৰ লগতো তৰ্কত যোগ দিবলৈ উৎসাহিত কৰিব লাগিব। সত্যক উপলব্ধি কৰিবৰ কাৰণে গুৰুত্বপূৰ্ণ ভাৱে তৰ্ক কৰা ভাল। এনেবোৰ ক্ষেত্ৰত শিক্ষকৰ যদি কোনো প্ৰৱল অভিমত থাকেও তথাপি কোনো পক্ষ নোলোৱাই শ্ৰেয়। যদি কেতিয়াবা দেখা যায় যে সকলোবোৰ লৰা-ছোৱালীয়েই একে পক্ষকে লৈছে, তেনেহলে শিক্ষকে আন পক্ষ

লোৱা উচিত ; আৰু তৰ্কৰ কাৰণেই যে তেওঁ আন পক্ষ লব লগা হৈছে সেই কথা লৰা-ছোৱালীবোৰক জানিবলৈ দিয়া উচিত। নহলে শিক্ষকে মাত্ৰ দুই পক্ষৰে ভুলবোৰ শুধৰাই দিয়াৰহে ভাৰ লব লাগে। এনে উপায়েৰে লৰা-ছোৱালীবোৰে তৰ্কক বাক্-যুদ্ধ জয়ৰ প্ৰতিদ্বন্দ্বিতা বুলি নেভাবি সত্য নিৰ্দ্ধাৰণৰ উপায় হিচাপেই আলোচনাত যোগদান কৰিব।

স্কুলৰ বেচি বয়সীয়া লৰা-ছোৱালীক সমসাময়িক নানা ধৰণৰ সমস্যাবোৰৰ সম্বন্ধে জানিবলৈ নিদিয়া বা সেই সম্বন্ধে প্ৰচাৰ কৰা দুয়োটাই সমানভাৱে অবাঞ্ছনীয়। যি বিলাক বিষয়ে জগতত উত্তেজনাৰ সৃষ্টি কৰিছে সেইবোৰ বিষয়ৰ সমাধান কৰিবৰ কাৰণে লৰা-ছোৱালীবোৰে যে উপযুক্ত শিক্ষা পাইছে এই অনুভূতি তেওঁ-লোকৰ মনত জগাই তুলিব লাগে। তেওঁলোকে তেতিয়া অনায়াসে ভাবিব পাৰিব যে সাহিত্য দৰ্শন (scholastic) আদিৰ শিক্ষা বাস্তৱ জগতৰ ব্যৱহাৰিক কামৰপৰা সম্পৰ্কৰহিত নহয়। কিন্তু শিক্ষকে নিজৰ অভিমত সিহঁতৰ ওপৰত জাপি দিব নেলাগে। প্ৰত্যেক বাস্তৱ-প্ৰশ্ন সম্বন্ধে বৈজ্ঞানিক মনোবৃত্তিৰ আদৰ্শ তেওঁলোকৰ সন্মুখত তুলি ধৰিব লাগিব। যুক্তি-তৰ্কক যুক্তি তৰ্ক হিচাপে আৰু তথ্যক তথ্যৰূপে যাতে তেওঁলোকে দাঙি ধৰিব পাৰে তাৰ চেষ্টা কৰিব লাগিব। বিশেষভাৱে ৰাজনীতি ক্ষেত্ৰত এই অভ্যাস মূল্যৱান, কিন্তু বিৰল। প্ৰত্যেক ৰাজনৈতিক দলেই একোটা কল্পনাৰ লেটা বান্ধি তাৰ অন্তৰালত নিশ্চিন্তে টোপনি যায়। প্ৰৱল অনুৰাগেও কেতিয়াবা বুদ্ধি নাশ কৰে, কিন্তু বুদ্ধিয়ে প্ৰৱল অনুৰাগক নাশ কৰিব পৰা দৃষ্টান্তও বিৰল নহয়। আমি এই দুয়োবিধ দুৰ্ভাগ্যৰ হাত সাৰিবলৈ চেষ্টা কৰিব লাগিব। আৱেগপূৰ্ণ অনুভূতি আৰু বুদ্ধিমত্তা উভয়েই ভাল, কিন্তু সেইবোৰ কেতিয়াও ধ্বংসাত্মক হব নেলাগে। ৰাজনৈতিক আৱেগ গঠনমূলক হব লাগিব। সেই আৱেগক সহায় কৰিবলৈকে

বুদ্ধিৰ আৱশ্যক, কিন্তু বুদ্ধিৰ সেই সহায় অকল স্বপ্ন-জগতৰ বস্তু নহৈ যথাৰ্থ উপায়েৰে গঠনমূলক কামত সহায় কৰিবলৈ সক্ষম হব লাগিব। যেতিয়া প্ৰকৃত জগতখনক আমি আশাপ্ৰদ যেন নেদেখোঁ তেতিয়া আমি সকলোৱেই কাল্পনিক জগতৰ আশ্ৰয় লব লগা হওঁ, আৰু সেই কাল্পনিক জগতত বিশেষ চেষ্টা নকৰাকৈয়ে আমাৰ বাসনা বোৰ চৰিতাৰ্থ কৰিব পাৰো। এইটোৱেই হল হিষ্টিৰিয়াৰ (Hysteria) মূল কথা। ইয়েই জাতীয়বাদী, ধৰ্ম্মসম্বন্ধীয় আৰু শ্ৰেণীবিভাগ সম্বন্ধীয় কল্পনাৰঞ্জিত গোপনতত্ত্বৰ উৎপত্তিৰ স্থল। বৰ্ত্তমান জগতৰ সাৰ্ব্বজনীন চাৰিত্ৰিক দুৰ্ব্বলতাৰ ইয়েই লক্ষণ। এই চাৰিত্ৰিক দুৰ্ব্বলতা দূৰ কৰাই হল অলপ বয়সিয়াল স্কুলীয়া, লৰা-ছোৱালীৰ শিক্ষাৰ উদ্দেশ্য। ইয়াক দূৰ কৰিবলৈ দুটা উপায় আছে। যদিও দুয়োটা উপায়েই পৰস্পৰ বিৰোধী, তথাপিও দুয়োটা পন্থাই প্ৰয়োজনীয়। এটা উপায় হল—বাস্তৱ জগতত আমি কি কৰিব পাৰো সেই বিষয়ৰ বোধ গাঢ় কৰা, আৰু আনটো হল আমাৰ সপোনবোৰ ভাঙি পেলাবৰ কাৰণে বাস্তৱতাই কি কৰিব পাৰে সেই সম্বন্ধে আমাক বেচিকৈ সচেতন কৰি তোলা। উভয় পন্থায়েই ব্যক্তিনিষ্ঠ ভাবৰ সলনি বস্তুনিষ্ঠভাৱে জীৱন যাপন কৰাৰ মাজত নিহিত আছে।

নিজৰ ভাবত বিভোৰ হৈ জীৱন যাপন কৰাৰ এটা বিখ্যাত উদাহৰণ হল ডন কুইকচট (Don Quixote)। প্ৰথমে যেতিয়া তেওঁ শিৰস্ত্ৰাণ আৱিষ্কাৰ কৰিলে তেতিয়া তেওঁ কিমাননো আঘাত সহিব পাৰে তাকে পৰীক্ষা কৰি চাবলৈ শিৰস্ত্ৰাণটোত খুন্দিয়াবলৈ ধৰিলে। ফলত তেওঁৰ শিৰস্ত্ৰাণটোৰ (Helmet) আকৃতিয়েই নষ্ট হৈ গল। পিচত আৰু অকণো পৰীক্ষা নকৰাকৈয়ে সেইটো খুব ভাল শিৰস্ত্ৰাণ বুলি ধৰি ললে। এইদৰে ধৰি লোৱা অভ্যাসেই তেওঁ জীৱনক পৰিচালিত কৰিছিল। কিন্তু ভাল নলগা তথ্যবোৰ অস্বীকাৰ কৰাও সেই একে

ধৰণৰে কথা। আমি সকলোৱেই কম বা বেচি পৰিমাণে ডন্ কুইক্‌চটেই। প্ৰকৃতপক্ষে ভালকৈ টুপি কৰিবলৈ যদি ডন্ কুইক্‌চটক স্কুলত শিকালেহেঁতেন আৰু তেওঁৰ এনে কিছুমান লগৰীয়া থাকিলে হেঁতেন, যি বিলাকে তেওঁ যিহকে কয় তাকে বিশ্বাস নকৰে তেনেহলে তেওঁ কেতিয়াও এইদৰে একো একোটা কাণ্ড কৰি ফুৰিব নোৱাৰিলেহেঁতেন। শৈশৱ কালত কল্পনা ৰাজ্যত বাস কৰাটো অতি স্বাভাৱিক আৰু সঙ্গত। কাৰণ শিশুৰ কিছুমান স্বাভাৱিক অক্ষমতা আছে। সেই অক্ষমতাবোৰৰ উৎপত্তি কোনো বেমাৰ আজাৰৰ পৰা নহয়। কিন্তু ডাঙৰ হৈ অহাৰ লগে লগে সিহঁতে বুজা উচিত যে সপোনবোৰ বাস্তৱত পৰিণত কৰিব পাৰিলেহে সেইবোৰ মূল্যৱান হয়। আন লৰাবোৰৰ সম্পূৰ্ণ ব্যক্তিগত দাবীবোৰ শুধৰোৱাৰ নিচিনা প্ৰশংসনীয় ক্ষমতা লৰা-ছোৱালীবোৰৰ আছে। স্কুলৰ সহপাঠীবোৰৰ পৰিপ্ৰেক্ষিত ক্ষমতাৰ বিষয়ে ভ্ৰান্ত ধাৰণা পোষণ কৰা লৰা-ছোৱালীৰ পক্ষে কষ্টকৰ। কিন্তু আন আন ক্ষেত্ৰত কাল্পনিক আকাশকুসুম গঢ়া প্ৰবৃত্তি সিহঁতৰ থাকি যাব পাৰে। আকৌ কেতিয়াবা সেই কাৰ্য্য-বোৰত শিক্ষকেও সহযোগিতা কৰে। নিজৰ স্কুল পৃথিৱীৰ ভিতৰত সকলোতকৈ ভাল, নিজৰ দেশ সদায় ন্যায় পথত চলে আৰু সদায় জয় লাভ কৰে। কোনোবা যদি ধনী হয় তেনেহলে তেওঁলোকৰ শ্ৰেণী, সমাজৰ আন শ্ৰেণীতকৈ ওখ ইত্যাদি সকলোবোৰ কল্পনাপ্ৰসূত কথা আৰু অবাঞ্ছনীয়। এইবোৰ কল্পনাই আমাক ভাবিবলৈ শিকায় যে আমাৰ খুব সুন্দৰ শিৰস্ত্ৰাণ আছে, কিন্তু প্ৰকৃতপক্ষে তৰোৱালেৰে সেই শিৰস্ত্ৰাণ তৎক্ষণাৎ টুটুকুৰা কৰি পেলাব পাৰে। এইবোৰ ভাবনাই এলাহক আসৈ দিয়ে আৰু পৰিণাম স্বৰূপে মানুহক ধ্বংসৰ মুখলৈ লৈ যায়।

আন আন বহু ক্ষেত্ৰৰ দৰে ভৱিষ্যৎ দুৰ্ভাগ্যৰ কথা আগতেই বুজি ভয় আঁতৰাই মনৰ এনে অভ্যাস গুচুৱাবলৈ যত্ন কৰা উচিত।

ভয়ে মানুহক প্ৰকৃত বিপদৰ সন্মুখীন হবলৈ সঙ্কুচিত কৰে। যদি নিজৰ ভাবতেই বিভোৰ কোনো এজন মানুহৰ ঘৰত জুই লাগে আৰু কোনোবাই যদি বাতি ‘জুই লাগিছে’, ‘জুই লাগিছে’ বুলি তেওঁক টোপনিৰপৰা জগায়, তেতিয়া তেওঁ ভাবিব যে নিজৰ ওচৰৰ ঘৰতহে জুই লাগিছে। কাৰণ প্ৰকৃত ঘটনা অৰ্থাৎ নিজৰ ঘৰত জুই লগাৰ অৱস্থাটো তেওঁৰ কাৰণে ভয়ঙ্কৰ ; ইয়াৰ ফলত যি মুহূৰ্ত্তত তেওঁ আত্মৰক্ষা কৰিব পাৰিলেহেঁতেন সেই মুহূৰ্ত্তৰ সুবিধাও তেওঁ হেৰুৱাব লগা হয়। অৱশ্যে এনে কথা কোনো ব্যাধিগ্ৰস্ত মানুহৰ পক্ষেহে সম্ভৱ ; কিন্তু ৰাজনীতিৰ ক্ষেত্ৰত এনে আচৰণ স্বাভাৱিক। যিবোৰ ক্ষেত্ৰত চিন্তাৰদ্বাৰা উপযুক্ত পন্থা আৱিষ্কাৰ কৰিব পৰা যায় সেইবোৰ অৱস্থাত অনুভূতিৰূপে ভয় একেবাৰে ধ্বংসমূলক। সেই কাৰণে ভয় অনুভৱ নকৰাকৈ দুৰ্ভাগ্যৰ সম্ভাৱনা সম্বন্ধে আমাৰ দূৰদৃষ্টি থকা আৰু যিবোৰ কথা অপৰিহাৰ্য্য নহয় তাক বিচাৰ বুদ্ধিৰদ্বাৰা পৰিহাৰ কৰা, আৰু যিবোৰ বিপদ সঁচাকৈয়ে অপৰিহাৰ্য্য, কেৱলমাত্ৰ সাহসৰদ্বাৰাই তাৰ সন্মুখীন হোৱা কৰ্ত্তব্য।

আগতে ভয় সম্বন্ধে কৈ অহা হৈছে কাৰণে তাৰ আৰু পুনৰুক্তি কৰা অনাৱশ্যক। এই অধ্যায়ত মাত্ৰ চিন্তা আৰু ভয়ে কেনেকৈ সত্য ভাবনাক বাধা দিয়ে তাৰ বিষয়ে কোৱা হব। বয়স বাঢ়ি অহাৰ পাচতকৈ তেনেই কম বয়সতে এই ভয়ক জয় কৰা সহজ ; কাৰণ বয়সস্থ লোকৰ জীৱনৰ দৰে লৰা-ছোৱালীৰ জীৱন কিছুমান স্বয়ং প্ৰমাণিত সূত্ৰৰ ওপৰত প্ৰতিষ্ঠিত নহয়। সেই কাৰণে লৰা-ছোৱালীৰ মত পৰিবৰ্ত্তনে সিহঁতৰ জীৱনত কোনো দুৰ্ভাগ্যৰ সৃষ্টি কৰাৰ সম্ভাৱনা খুব কম। সেই কাৰণে বয়সস্থ লৰা-ছোৱালীবোৰৰ মাজত চিন্তামূলক তৰ্ক-বিৰ্তকৰ অভ্যাস গঢ়ি তুলিবৰ কাৰণে উৎসাহ দিব লাগে আৰু বয়সিয়ালসকলে যিটো গুৰুত্বপূৰ্ণ সত্য বুলি ভাবে, তাৰ সম্পৰ্কে যুক্তিসঙ্গত ভাৱে

সন্দেহ কৰিবৰো অধিকাৰ তেওঁলোকক দিয়া উচিত। অন্ধবিশ্বাসী অথবা অবিশ্বাসী কৰি তোলা আমাৰ শিক্ষাৰ উদ্দেশ্য নহয়। স্বাধীন ভাৱে চিন্তা কৰিবলৈ শিকোৱাটোৱেই হব আমাৰ উদ্দেশ্য। তাৰ উপৰিও কাল্পনিক নীতিৰ কাৰণে বিচাৰ বুদ্ধিক বিসৰ্জ্জন দিলেও নচলিব। সাধাৰণ বিশ্বাস এই যে সদগুণৰ শিক্ষা দিওঁতে সময়ে সময়ে অসত্যক প্ৰশ্ৰয় দিয়া হয়। ৰাজনীতি ক্ষেত্ৰতো আমি নিজ দলৰ বিখ্যাত ৰাজনীতিজ্ঞসকলৰ দোষবোৰ গোপন কৰি থবলৈ বিচাৰোঁ। ধৰ্ম্মৰ ক্ষেত্ৰতো সেই একে কথাকে খাটে। আমি যদি কেথলিক হওঁ, তেতিয়া হলে পোপৰ ( ধৰ্ম্ম গুৰুৰ ) আৰু প্ৰোটেষ্টাণ্ট হলে লুথাৰ আৰু কেলভিনৰ দোষবোৰ গোপন কৰোঁ। যৌন সম্বন্ধেও অলপ কম বয়সীয়া লৰা-ছোৱালীৰ আগত আমি সত্য গোপন কৰোঁ,—যি ব্যৱহাৰত ধৰ্ম্মৰ কোনো সম্পৰ্ক নাই তাতো ধৰ্ম্মৰ অস্তিত্ব আছে বুলি আমি ভাও ধৰোঁ। সকলো দেশতেই, কিছুমান কথা আন কি বয়সস্থ লোককো জানিবলৈ দিয়া নহয়। কাৰণ পুলিচৰ মতেও সেইবোৰ অবাঞ্ছনীয়। ইংলণ্ডৰ নাটক আদিত নৈতিক শুদ্ধি অশুদ্ধি বিচাৰ কৰোঁতে বিচাৰক সকলে ভাবে যে প্ৰতাৰণাৰদ্বাৰাই জনসাধাৰণক ধাৰ্ম্মিক কৰিব পৰা যায়। এই সকলোবোৰৰ মূলতে আছে একপ্ৰকাৰ দুৰ্ব্বলতা। কিন্তু সত্যৰ ৰূপ যিয়েই নহওক আমি সত্যক জানিব লাগিব; তেতিয়াহে আমি যুক্তিসঙ্গত ভাৱে কাম-কাজবোৰ কৰিব পাৰিম। যি বোৰ ক্ষমতাৰ অধিকাৰী তেওঁলোকে দাসবোৰৰপৰা বহুত সত্য গোপন কৰি থয়, যাতে সিহঁতে নিজৰ ভাল বুজিব নোৱাৰি উন্নতি কৰিব নোৱাৰে। এনে কৰাৰ উদ্দেশ্য ভালকৈ বুজিব পাৰি। কিন্তু সত্যক যাতে জানিব নোৱাৰি তাৰ বাবে গণতন্ত্ৰই আইন প্ৰণয়ন কৰাৰ উদ্দেশ্য প্ৰায় অবোধ্য। ই হল দলবদ্ধ অদ্ভুত চেষ্টা। এনে অদ্ভুত মতবাদেৰে প্ৰভাৱান্বিত মানুহে নিজৰ

শিৰস্ত্ৰাণ অৰ্থাৎ মতবাদক বৰ ভাল বুলি ভাবে। কিন্তু প্ৰকৃত পক্ষে তেওঁলোকৰ মতবাদ যে তেনে ভাল নহয়, এই সত্যক স্বীকাৰ নকৰিবলৈ তেওঁলোক দৃঢ়সঙ্কল্প। স্বাধীন দেশৰ নৰ-নাৰী এনে নীচ কাপুৰুষালিৰ কাৰণে একেবাৰে অনুপযুক্ত। আমি আশাকৰো আদৰ্শ বিদ্যালয়ত যি কোনো প্ৰকাৰৰ জ্ঞান লাভৰ কোনো বাধা নেথাকিব। মিছা আৰু প্ৰৱঞ্চনাৰ সহায়ত নহয়, প্ৰৱল আৱেগ আৰু স্বাভাৱিক প্ৰৱণতাৰ উপযুক্ত শিক্ষাৰদ্বাৰা সদ্‌গুণবোৰ অৰ্জ্জন কৰিবৰ চেষ্টা এই স্কুলসমূহত থাকিব। ভয় শূন্য, সীমাহীন জ্ঞানান্বেষণ আমাৰ অভীপ্সিত ধৰ্ম্মৰ প্ৰধান অঙ্গ। এইবোৰৰ অভাৱত আন আন গুণবোৰ মূল্যহীন হৈ পৰে।

সংক্ষেপে কবলৈ হলে আমি বৈজ্ঞানিক মনোভাবৰ সৃষ্টি কৰিব খোজোঁ, অনেক বিখ্যাত বৈজ্ঞানিকৰো নিজ গৱেষণা ক্ষেত্ৰৰ বাহিৰে আন বিষয়বোৰৰ কাৰণে এনে মনোভাবৰ অভাৱ দেখা যায়; কিন্তু এক সৰ্ব্বাত্মক উদাৰ মনোভাব গঢ়ি তোলাই হব আমাৰ লক্ষ্য। বৈজ্ঞানিক মনোভাব গঢ়ি তোলাৰ কাৰণে প্ৰথমেই লাগিব সত্যক আৱিষ্কাৰ কৰাৰ ইচ্ছা। সেই ইচ্ছা যিমানেই প্ৰবল হব সিমানেই ভাল। ইয়াৰ উপৰিও কিছু পৰিমাণে বিচাৰ বুদ্ধিৰো আৱশ্যক। প্ৰাথমিক অনিশ্চয়তা আৰু শেষত প্ৰমাণৰ দ্বাৰা সিদ্ধান্ত গ্ৰহণৰ ক্ষমতা থকাৰ প্ৰয়োজন। সাক্ষীয়ে কি প্ৰমাণ দিব তাৰ বাবে আমি আগতেই জানো বুলি ভবা উচিত নহয় বা এলেহুৱা নাস্তিকৰ কথাতো আমি প্ৰত্যয় মনা উচিত নহয়। আনফালে চাবলৈ হলে সত্য সম্বন্ধে জ্ঞান লাভ অসম্ভৱ; আন ফালে যি অসাৰ সংশয়বাদিতাই বহিৰ্জ্জগতৰ সত্য অপ্ৰাপ্য আৰু সকলো প্ৰমাণক মীমাংসাৰ অতীত বুলি ভাবিবলৈ বাধ্য কৰে তেনে সংশয়বাদিতাৰদ্বাৰাও আমি সন্তুষ্ট হব নেলাগে। আন কি আমাৰ সু প্ৰতিষ্ঠিত বিশ্বাসবো যে সংশোধনৰ প্ৰয়োজন আছে

সেই কথা আমি স্বীকাৰ কৰিব লাগে; কিন্তু সত্যলাভৰ কাৰণে মানুহৰ যথাসাধ্য ক্ষমতাৰ এটা মাত্ৰা আছে। যেনে:—পদাৰ্থ বিছা সম্বন্ধে গেলিলিওৰ সময়ৰ আগতে মানুহৰ বিশ্বাসৰ মাজত যি ভুল ত্ৰুটি আছিল বৰ্ত্তমান কালত আমাৰ ভুল ত্ৰুটিবোৰ তাতকৈ কম। ডাঃ অৰ্গস্তৰৰ সময়ৰ শিশুমনস্তত্ত্বৰ বিশ্বাসতকৈ আমাৰ বিশ্বাস সত্যৰ বেচি ওচৰ চাপিছে। প্ৰত্যেক ক্ষেত্ৰতে আগৰপৰা লোৱা ধাৰণা আৰু তীব্ৰ আবেগৰ পৰিবৰ্ত্তে পৰ্য্যবেক্ষণৰ সহায়ত উন্নতিৰ সম্ভৱ হৈছে। এই কাৰণেই প্ৰাথমিক অনিশ্চয়তা ইমান গুৰুত্বপূৰ্ণ। সেই কাৰণে অনিশ্চয়তা আৰু তাৰ বিৰুদ্ধে প্ৰমাণ প্ৰয়োগৰ উপযুক্ত কৌশল শিক্ষা দিয়াৰ প্ৰয়োজন খুব বেচি। আমি নিজে যাতে অসত্যৰ বিহ খাওঁ অথবা বিষাক্ত বাষ্পৰ দ্বাৰা পৰস্পৰক হত্যা কৰোঁ সেই উদ্দেশ্যৰে বৰ্ত্তমান জগতৰ প্ৰতি-দ্বন্দী প্ৰচাৰক বিলাকে সদায় আমাক অসত্য প্ৰচাৰৰদ্বাৰা প্ৰভাৰিত কৰিবৰ চেষ্টা কৰিছে। তেনে অৱস্থাত যুক্তিপূৰ্ণ মানসিক অভ্যাসৰ প্ৰয়োজন খুব বেচি, অন্ধ-বিশ্বাস বৰ্ত্তমান যুগৰ এটা ডাঙৰ অভিশাপ আৰু সেই অভিশাপৰপৰা আত্মৰক্ষা কৰিবলৈ স্কুলসমূহে যথাসাধ্য চেষ্টা কৰা উচিত।

স্কুলত আটাই কেউবছৰ ব্যাপি বিচাৰ বুদ্ধি সম্পন্ন দুঃসাহসিকতাৰ এটা ভাব জাগি থকা উচিত। নিৰ্দ্দিষ্ট কামবোৰ শেষ কৰি যাতে স্বেচ্ছাই উদ্দীপনাময় বিষয় নিৰ্ব্বাচন কৰিব পাৰে তাৰ সুযোগ শিক্ষাৰ্থীবিলাকক দিব লাগিব। সেই কাৰণে সেই নিৰ্দ্দিষ্ট কামবোৰ বৰ টান বা কষ্টসাধ্য হোৱা উচিত নহয়। কোনোবা যদি কেতিয়াবা প্ৰশংসাৰ যোগ্য হয় তেতিয়া হলে তেওঁক প্ৰশংসা কৰিব লাগে। আৰু যদি দোষ বা ভুল দেখুৱাই দিব লগীয়া হয় তেতিয়াও কোনো তিৰস্কাৰ নকৰাকৈ সেই দোষবোৰ দেখুৱাই দিব লাগে। লৰা-ছোৱালীবোৰক কোনো কথা নজনাৰ

কাৰণে কেতিয়াও লাজ দিব নেলাগে। কামত যে সফলতা লাভ কৰিব পাৰি, সেই অনুভূতি জগাই তোলাই শিক্ষাৰ প্ৰধান উদ্দেশ্য। নিৰস জ্ঞানৰপৰা কোনো কাম নহয়; কিন্তু যি জ্ঞান আগ্ৰহেৰে সৈতে হৃদয়ঙ্গম কৰিব পৰা যায় সেই জ্ঞান শাশ্বত সম্পত্তিৰ দৰেই মূল্যৱান। বাস্তৱ জগতৰ লগত যে জ্ঞানৰ সম্বন্ধ অতি স্পষ্ট, সেই কথা শিক্ষাৰ্থী বোৰৰ বোধগম্য হব লাগে। আকৌ তেওঁলোকক বুজিবলৈ দিব লাগে যে কেনেকৈ জ্ঞানৰদ্বাৰা জগতৰ পৰিবৰ্ত্তন সাধন কৰিব পাৰি। শিক্ষক শিক্ষয়িত্ৰীৰ ব্যৱহাৰ ইমান সুন্দৰ হব লাগে যে লৰা-ছোৱালী বোৰে তেওঁলোকক শত্ৰু বুলি ভয় নকৰি যাতে পৰম মিত্ৰ বুলি ভাবিব পাৰে। সকলৰেপৰা ভাল শিক্ষা দিব পাৰিলে বেচি ভাগ লৰা-ছোৱালীলৈকে জ্ঞান আহৰণ হৈ পৰিব অতি আনন্দৰ কথা আৰু তাৰ কাৰণে উপৰোক্ত নীতিবোৰেই যথেষ্ট।

# সপ্তদশ অধ্যায়

## ( সাধাৰণ বিদ্যালয় আৰু আবাসিক বিদ্যালয় )

কোনো লৰা বা ছোৱালীক সাধাৰণ বিদ্যালয় বা আবাসিক বিদ্যালয়লৈ পঠোৱা হবনে নহয় এই প্ৰশ্ন প্ৰত্যেক ক্ষেত্ৰতে অৱস্থা আৰু ৰুচিৰ ফালৰপৰা বিচাৰ কৰি চাব লাগিব। প্ৰত্যেক পদ্ধতিৰে নিজস্ব সুবিধা আছে। কোনো কোনো ক্ষেত্ৰত এটা পদ্ধতিৰ সুবিধা আনটোতকৈ বেচি। আকৌ কিছুমান ক্ষেত্ৰত আন পদ্ধতিবোৰৰ সুবিধা বেচি থাকিব পাৰে। এই অধ্যায়ত নিজৰ অভিজ্ঞতাৰপৰা পোৱা আৰু ন্যায়ৱান, বিবেচক পিতা-মাতাৰ গ্ৰহণযোগ্য যুক্তিৰ উল্লেখ কৰা হল।

প্ৰথমেই উঠে স্বাস্থ্যৰ কথা। স্কুলৰ সম্বন্ধে যিয়েই সত্য নহওক লাগিলে, এই কথা সত্য যে বেচিভাগ ঘৰতকৈ স্কুলতহে বৈজ্ঞানিক ভাৱে স্বাস্থ্যৰক্ষাৰ বিষয়ে সতৰ্ক কৰি তুলিব পৰা যায়। কাৰণ স্কুলত সুশিক্ষিত চিকিৎসক, দাঁতৰ চিকিৎসক আৰু মেট্ৰন (Matron) আদি নিয়োগ কৰিব পাৰি; কিন্তু কৰ্ম্মব্যস্ত পিতা মাতাই চিকিৎসা আদিৰ বিষয়ে খুব কম কথাহে জানে। তাৰে উপৰি স্বাস্থ্যকৰ পৰিবেশৰ মাজতো স্কুল স্থাপন কৰিব পৰা যায়। যি বোৰে খুব ডাঙৰ চহৰত বাস কৰে তেওঁলোকৰ কাৰণে আবাসিক বিদ্যালয়ৰ আৱশ্যক বেচি। সৰু সৰু লৰা-ছোৱালী বোৰৰ কাৰণে জীৱনৰ বেচিভাগ সময়েই গাঁৱত অতিবাহিত কৰিব পাৰিলে খুব ভাল। সেই কাৰণে তেওঁলোকৰ পিতা-মাতা যদি চহৰত বাস কৰিবলগীয়া হয় তেনেহলে তেওঁলোকৰ পক্ষে লৰা-ছোৱালীবোৰক আবাসিক বিদ্যালয়লৈ পঠাই দিয়াই বাঞ্ছনীয়; কিন্তু এই যুক্তিৰ মূল্য খুব সোনকালে হ্ৰাস পাব পাৰে।

উদাহৰণ স্বৰূপে লণ্ডনৰ কথাকে কোৱা হওক। লণ্ডনৰ স্বাস্থ্য দিনে দিনে উন্নত হৈ আহিছে, আৰু আলট্ৰা ভায়লেট্ ৰশ্মিৰ (ultra-violet-light) কৃত্ৰিম ব্যৱহাৰৰদ্বাৰা সেই মহান নগৰীৰ স্বাস্থ্য হয়তো গাঁৱৰ স্বাস্থ্যৰ সমানেই কৰি পেলাব পাৰিছে। গাঁৱৰ দৰে বেমাৰ আজাৰ যদিও ইয়াত কমি আহিছে তথাপি মানুহৰ স্নায়ুৰ ওপৰত চাপ আছেই। লৰা-ছোৱালী আৰু বয়সস্থসকলৰ কাৰণেও স্থায়ী হাই উৰুমি ভাল নহয়। গাঁৱৰ দৃশ্য, জেকা মাটিৰ গোন্ধ, বতাহ, চন্দ্ৰ, সূৰ্য্য, তৰা প্ৰত্যেক নৰ-নাৰীৰ স্মৃতিত সঞ্চিত হৈ থকা উচিত। সেই কাৰণে নাগৰিক জীৱনৰ স্বাস্থ্যৰ উন্নতিৰ কাৰণে যিমানেই ব্যৱস্থা কৰা নহওক লাগিলে, লৰা-ছোৱালীবোৰৰ কাৰণে বছৰৰ বেচি ভাগ সময়েই গাঁৱলীয়া পৰিবেশৰ মাজত থকাটো বেচি গুৰুত্বপূৰ্ণ বুলি ধৰি লব লাগিব।

আবাসিক বিদ্যালয়ৰ পক্ষে আৰু এটি সামান্য যুক্তি এই যে এনেয়ে বিদ্যালয়লৈ অহা-যোৱা কৰোতে শিক্ষাৰ্থীবোৰৰ যি সময় নষ্ট হয় আবাসিক বিদ্যালয়ত সেই সময়খিনি নষ্ট নহয়। বহুত লৰা-ছোৱালীৰ ঘৰৰ ওচৰত ভাল বিদ্যালয় নথকাৰ বাবে অহা যোৱা কৰোতে বহুত সময় লাগে। সেই কাৰণেই বিশেষকৈ গাঁৱৰ পক্ষে বিদ্যালয় বেচি প্ৰয়োজন।

যি বিলাক পিতা-মাতাই নতুন কোনো শিক্ষা পদ্ধতিত বিশ্বাস কৰে তেওঁলোকৰ পক্ষে একে ঠাইতে বাস কৰা সম্ভৱ নোহোৱাৰ কাৰণে নতুন শিক্ষা পদ্ধতিৰ কাৰ্য্যকাৰিতা সম্বন্ধে পৰীক্ষা কৰিবলৈ হলে আবাসিক বিদ্যালয়তহে সেই পৰীক্ষা কৰা প্ৰায় অপৰিহাৰ্য্য। এইবোৰ কথা শিশুৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়; কাৰণ তেওঁলোক শিক্ষা বিভাগৰ কৰ্ম্মকৰ্ত্তাসকলৰ আয়ত্তাধীনলৈ অহা নাই। সেই কাৰণে মেডাম্ মণ্টেচৰী ( Madam Montessori ) আৰু মিচ্ মেক্মিলানে ( Miss Mac Millan ) অতি দুখীয়া লৰা-ছোৱালী-

বোৰৰ মাজেদি তেওঁলোকৰ শিক্ষা পদ্ধতি সম্বন্ধে পৰীক্ষা কৰিব পাৰিছিল। আন ফালে কবলৈ গলে, লৰা-ছোৱালীবোৰে যি কেইটি বছৰ স্কুলত কটাব লগীয়া হয়, সেই কেই বছৰৰ ভিতৰত অকল মাত্র ধনী মানুহবোৰেহে তেওঁলোকৰ লৰা-ছোৱালীবোৰৰ শিক্ষা সম্বন্ধে পৰীক্ষা কৰি চাব পাৰে। কিন্তু তেওঁলোকৰ বেচি ভাগেই স্বাভাৱিক ভাৱে প্রাচীন আৰু গতানুগতিক পদ্ধতিকেই বেচি ভাল বুলি বিবেচনা কৰে। আৰু যি কম সংখ্যক অভিভাবকে আন কোন পদ্ধতিৰ প্রচলন ইচ্ছা কৰে তেওঁলোকৰ পক্ষেও নিজ আদর্শ অনুযায়ী একোটা বিদ্যালয় কাচিত হে গঢ়ি তোলা সম্ভৱ হয়।

সাধাৰণ স্কুলবোৰৰ পক্ষেও যথেষ্ট যুক্তি আছে। স্কুলত জীৱনৰ বহুত অৱস্থা ভালকৈ ফুটি উঠে। স্কুল হ'ল এখন কৃত্রিম জগতৰ নিচিনা। ইয়াৰ সমস্যাবোৰ গোটেই জগতৰ সমস্যা নহয়। আবাসিক বিদ্যালয়ত থকা এটা লৰা যেতিয়া বন্ধৰ সময়ত ঘৰত থাকেহি, তেতিয়া সকলোৱেই তাক লৈ ব্যতিব্যস্ত হৈ উঠে। তেনে এটা লৰাৰ পুৰা গধুলি সদায় ঘৰত থকা লৰা এটাতকৈ জীৱনৰ প্রতি জ্ঞান অনেক কম হোৱাটো অতি স্বাভাৱিক। বর্ত্তমান ছোৱালীবোৰৰ পক্ষে সেই কথা সিমান সত্য নহয়; কাৰণ বহুত ঘৰৰেই তেওঁলোকৰ ওপৰত অধিক দাবী কৰা হয়। কিন্তু তেওঁলোকৰ শিক্ষা যিমানেই লৰাৰ শিক্ষাৰ নিচিনা হব সিমানেই তেওঁলোকৰ গৃহস্থালী জীৱনো লৰাৰ জীৱনৰ দৰেই হব। আকৌ গৃহ সম্বন্ধে তেওঁলোকৰ বর্ত্তমান যি ধাৰণা আছে সেই ধাৰণাও লাহে লাহে কমি যাব। পোন্ধৰ, ষোল বছৰ বয়সৰ পিচত লৰা-ছোৱালীবোৰৰ পক্ষে পিতা-মাতাৰ কাম আৰু চিন্তা-ভাৱনাত অলপ অংশ গ্রহণ কৰিব পৰাটো হিতকৰ। অৱশ্যে সেই অংশ গ্রহণ খুব কম পৰিমাণে হোৱা উচিত। তাকে নহলে তেওঁ-লোকৰ শিক্ষাত ব্যাঘাত ঘটিব; কিন্তু কিছু অংশ গ্রহণ কৰিবই

লাগিব। নহলে বয়সস্থসকলৰো যে নিজৰ জীৱন বুলি এটা বস্তু আছে, নিজস্ব আনন্দৰ গুৰুত্ব আছে, এই সত্য লৰা-ছোৱালীয়ে পাহৰি যাব। স্কুলত অকল কম বয়সীয়াবোৰৰ উন্নতিৰেই চিন্তা কৰা হয় আৰু তেওঁলোকৰ সকলোপ্ৰকাৰ উন্নতি সাধনৰ চেষ্টা কৰা হয়। বন্ধৰ দিনত ঘৰৰ পৰিবেশ ঘৰলৈ অহা শিশুবিলাকৰদ্বাৰা প্ৰভাৱিত হৈ থাকে। ইয়াৰ ফলত তেওঁলোক উদ্ধত আৰু কঠোৰ প্ৰকৃতিৰ হৈ পৰে। বয়সস্থসকলৰ জীৱনৰ সমস্যা সম্বন্ধে তেওঁলোক অনভিজ্ঞ হৈয়েই থাকে আৰু বয়সস্থসকলৰ দুখ কষ্ট সমূলি উপলব্ধি কৰিব নোৱাৰে।

এনে অৱস্থাই কম বয়সীয়াবিলাকৰ দয়া মমতাৰ ওপৰত অনিষ্টকৰ প্ৰভাৱ বিস্তাৰ কৰে। পিতা-মাতাৰ প্ৰতি সিহঁতৰ দয়া মমতা কমি আহিবলৈ ধৰে আৰু তাৰ উপৰিও বেলেগ ৰুচি আৰু বেলেগ বেলেগ অৱস্থাত মানুহৰ লগত কেতিয়াও মিলি চলিব নোৱাৰে। তাৰপৰা লৰা-ছোৱালীবোৰৰ মনত স্বাৰ্থপৰতাৰ ভাব জাগি উঠে আৰু নিজৰ ব্যক্তিত্বক এক অসাধাৰণ পদাৰ্থ বুলি ধৰি লয়। এই মনোভাবক সংশোধন কৰিবৰ কাৰণে পৰিয়ালেই সকলোতকৈ উপযুক্ত ক্ষেত্ৰ ; কাৰণ একেটা পৰিয়ালৰ মাজত বেলেগ বেলেগ বয়সৰ লৰা-ছোৱালী, স্ত্ৰী-পুৰুষ বাস কৰে আৰু তেওঁলোক প্ৰত্যেকৰে কাম-কাজবোৰো বেলেগ বেলেগ ধৰণৰ। কাৰণ ঘৰখন একে ধৰণৰ মানুহৰ সমষ্টি নহয়। লৰা-ছোৱালীয়ে পিতা-মাতাক নানাভাৱে হায়ৰাণ কৰে। সেই কাৰণে পিতা-মাতাই লৰা-ছোৱালীক ভাল পায় আৰু আন ফালে যদি পিতা-মাতাই সন্তানক কোনো কথাতেই লাগিবলৈ নিদি সকলো নিজেই কৰি যায় তেনেহলে তেওঁলোকে তেনে পিতা-মাতাৰ ওপৰত কোনো গুৰুত্ব আৰোপ নকৰে। কিন্তু পিতা-মাতাই তেওঁলোকৰ সন্তানক এনে ভাৱে কামত নিয়োগ কৰিব লাগে—যাতে নিজ নিজ কামবোৰ সুচাৰুৰূপে কৰিব পাৰে

আৰু নিজৰ বুদ্ধি বিবেচনা মতে জীৱন যাপন কৰিবলৈ সক্ষম হয়। লৰা-ছোৱালীয়ে শিকিবলগীয়া প্ৰধান বিষয়বোৰৰ ভিতৰত এটা প্ৰধান বিষয় হল আনৰ অধিকাৰৰ প্ৰতি সন্মান দেখুৱা। এই গুণটো আন ঠাইতকৈ নিজ পৰিয়ালৰ ভিতৰতহে অতি সহজতে শিকিব পৰা যায়। লৰা-ছোৱালীবোৰে দেউতাকৰ চিন্তা ভাৱনা আৰু ঘাত প্ৰতিঘাতৰ প্ৰতি সচেতন হোৱা প্ৰয়োজন আৰু মাকে যে নানা পৰিশ্ৰম কৰি ভাগৰি পৰিব পাৰে, এইবোৰ বিষয়ত সজাগ থাকিবলৈ শিকিব লাগে। লৰা-ছোৱালীয়ে যৌৱন কাললৈকে পিতা-মাতাৰ চেনেহৰপৰা বঞ্চিত হব নেলাগে। পাৰিবাৰিক স্নেহবৰ্জ্জিত জগত কঠোৰ আৰু যান্ত্ৰিক হৈ উঠে। তাত বাস কৰোতাসকলে প্ৰভুত্ব লাভ কৰিবলৈ বিচাৰে, কিন্তু অকৃতকাৰ্য্য হলেই আন কাৰ্য্যলৈকো আগবাঢ়িবলৈ সহায় নকৰে। আবাসিক বিদ্যালয়লৈ পঠোৱা কাৰণেই কেতিয়াবা লৰা-ছোৱালীবোৰৰ এনে ধৰণৰ অভ্যাস হয়। আকৌ ফল স্বৰূপে অনেক ভাল ভাল সুবিধাও হেৰুৱাব লগীয়া হয়। সেই কাৰণে এইবোৰ কথাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিব লাগে।

অৱশ্যে আধুনিক মনস্তত্ত্ববিদসকলে কয় যে মাক বা দেউতাকৰ অধিক প্ৰভাৱ সন্তানৰ পক্ষে অতি অনিষ্টকৰ। কিন্তু য'ত শিশুক দুই বা তিনি বছৰতে বিদ্যালয়লৈ পঠোৱা হয় তেনে ঠাইত এনে অনিষ্ট ঘটিবৰ আশঙ্কা খুব কম। অতি কম বয়সতে স্কুললৈ যদি লৰা-ছোৱালীক পঠোৱা হয়, তেতিয়া পিতা-মাতাৰ অতিপাত শাসনৰ প্ৰভাৱ অথবা সিহঁতৰ প্ৰতি তুচ্ছ ভাব এই দুয়োটাৰ মাজতেই সুন্দৰ সামঞ্জস্য স্থাপিত হয়। যিমান দূৰ বুজা যায় আৱশ্যকতানুযায়ী এই থিনি শিক্ষা ভাল ঘৰ এখনত লৰা-ছোৱালীয়ে অনায়াসে পাব পাৰে।

কল্পনাপ্ৰৱণ আৰু অনুভূতিশীল লৰাক আন লৰা-ছোৱালীৰ মাজত একেবাৰে এৰি দিয়াৰ বিপদো আছে। বেচি ভাগ ক্ষেত্ৰতে

প্ৰায় বাৰ বছৰীয়া লৰাৰ অৱস্থা কাণ্ডজ্ঞানশূন্য আৰু অভদ্ৰ হোৱা দেখা যায়। যি বিলাক লৰাই আন লৰাতকৈ কোনো কোনো কথাত বেলেগ মত পোষণ কৰে সিহঁতৰ ভাগ্যত গুৰুতৰ লাঞ্ছনা ভোগ কৰা খুব স্বাভাৱিক। আন কি আধুনিক প্ৰগতিশীল আবাসিক বিদ্যালয়বোৰতো বুৱৰ যুদ্ধৰ (Boer-War) সময়ত বুৱৰ বিলাকৰ সমৰ্থকসকলৰ খুব বেয়া দিনেই গৈছিল। যি লৰাই অধ্যয়ন কৰিবলৈ ভাল পায় বা যিবোৰে নিজৰ কামক বেয়া নেপায় তেওঁলোকে দুৰ্ব্যৱহাৰ পোৱাটো নিশ্চিত। ফৰাচী দেশৰ মেধাৱী চতুৰ লৰাবোৰে আদৰ্শ বিদ্যালয়লৈ ( Ecole Normale Superieure ) পঢ়িবলৈ যায় আৰু সাধাৰণ লৰাৰ লগত মিলি জুলি নেথাকে। এনে পন্থাৰো নিশ্চয় উপকাৰিতা আছে। ই বুদ্ধিমান লৰাবোৰে মানসিক শক্তি অক্ষুণ্ণ ৰাখে আৰু তেওঁলোকক সাধাৰণ অশিক্ষিত মানুহক তোষামোদ কৰাৰ নিচিনা দুৰ্ভাগ্যৰপৰা ৰক্ষা কৰে। আকৌ যি বোৰ লৰা জনপ্ৰিয় নহয় তেওঁলোকে যেনে দুখ কষ্ট ভুগিব লগা হয় তেনে অৱস্থাৰপৰা তেওঁলোকক ৰক্ষা কৰে। এনে উপায়েৰে লৰাবিলাকক তেওঁলোকৰ উপযুক্ত শিক্ষা দিয়া সম্ভৱ হয় আৰু সৰ্ব্বসাধাৰণ লৰাতকৈ তেওঁলোকে সোনকালে কামত আগ বাঢ়িব পাৰে। আন ফালে বুদ্ধিমান লৰাবিলাকক ভৱিষ্যত সমাজৰ সৰ্ব্বসাধাৰণ লোকৰপৰা বেলেগ কৰি ৰাখে আৰু সেই কাৰণেই তেওঁলোকে সৰ্ব্বসাধাৰণক ভালকৈ বুজিবলৈ সক্ষম নহয়। এনে অসুবিধাৰ সম্ভাৱনা থকা সত্বেও অসাধাৰণ মেধাসম্পন্ন বা অসাধাৰণ গুণসম্পন্ন লৰাবোৰ খেল-ধেমালিত উত্তম নহলে ইংৰাজ উচ্চ শ্ৰেণীৰ লোকে যি যন্ত্ৰণা দিছিল সেই যন্ত্ৰণাতকৈ অসাধাৰণ মেধাসম্পন্ন লৰা-ছোৱালীক সৰ্ব্বসাধাৰণৰ লগত মিলিবলৈ নিদিয়া প্ৰথা উত্তম।

সি যি কি নহওক লৰাবোৰৰ নিষ্ঠুৰ প্ৰকৃতিক শুধৰোৱা একো

অসম্ভৱ নহয়। প্ৰকৃত-পক্ষে আগতকৈ আজি-কালি এনে গুণৱলী সহজ হৈ পৰিছে। বৰ্ত্তমান স্কুলবোৰৰ অৱস্থা বহুত উন্নত হৈছে। তাৰ উপৰিও সহ-শিক্ষাই লৰাবোৰৰ ওপৰত এটা সভ্যতাৰ প্ৰভাৱ বিস্তাৰ কৰিছে বুলি আশা কৰা যায়। লৰা আৰু ছোৱালী বোৰৰ মানসিক শক্তিৰ মাজত কোনো স্বাভাৱিক পাৰ্থক্য আছে বুলি আমি ধৰি লব নোখোজো; কিন্তু এই কথা সঁচা যে নিৰ্ব্বুদ্ধিতাৰ কাৰণে লৰাক যেনেকৈ গুৰুতৰ শাৰীৰিক শাস্তি দিব পাৰি তেনেকৈ ছোৱালীক শাস্তি দিব নোৱাৰি। অসাধাৰণ মেধাৱী, নীতিপৰায়ণ আৰু অনুভূতিসম্পন্ন কোনো লৰাক আৰু যদি কোনো লৰা-ছোৱালী ৰাজনীতি ফালৰপৰা ৰক্ষণশীল আৰু ধৰ্ম্মৰ ফালৰপৰা যদি গোড়া নহয় তেনে লৰা-ছোৱালীক পঠিয়াবলৈ উপযুক্ত আবাসিক বিদ্যালয়ৰ সংখ্যা খুব কম। তেনে লৰা-ছোৱালীৰ কাৰণেও বৰ্ত্তমান পাবলিক স্কুলৰ ( Public School ) পদ্ধতি যে ভাল নহয় সেই কথা নিঃসন্দেহে কব পাৰি। প্ৰায় সকলোবোৰ গুণী লৰাকে এনেবোৰ লৰাৰ মাজত পোৱা যায়।

আবাসিক বিদ্যালয়ৰ পক্ষে আৰু বিপক্ষে যি বোৰ যুক্তিৰ অৱতাৰণা কৰা হৈছে, তাৰ ভিতৰত দুটা যুক্তি অতি প্ৰয়োজনীয় আৰু অপৰিবৰ্ত্তনীয়। দুয়োটা যুক্তিয়েই আকৌ পৰস্পৰ বিৰোধী। এফালে গাঁৱলীয়া পৰিবেশৰ সকলো সুবিধা, মুকলি বতাহ, মুকলি আহল-বহল ঠাই ইত্যাদি, আৰু আন ফালে পৰিয়ালৰ স্নেহ আৰু পাৰিবাৰিক দায়িত্ববোধ সম্বন্ধে জ্ঞান।

যিবোৰ লৰা-ছোৱালীৰ মাক দেউতাক গাঁৱত বাস কৰে তেওঁ-লোকৰ ফালৰপৰা আবাসিক বিদ্যালয়ৰ পক্ষে বেলেগ যুক্তি আছে। সেই যুক্তি প্ৰকৃততে তেওঁলোকৰ ওচৰত ভাল স্কুলৰ অভাৱ। এইবোৰ পৰস্পৰবিৰোধী কাৰণতে কোনো এটা সাধাৰণ সিদ্ধান্তলৈ অহাটো প্ৰায় অসম্ভৱ। যি ঠাইত লৰা-ছোৱালীবোৰ

শক্তিশালী আৰু সতেজ, তেনে ঠাইত স্বাস্থ্যৰ প্ৰশ্ন সিমান গুৰুত্বপূৰ্ণ নহয় আৰু তেনে ঠাইত আবাসিক বিদ্যালয়ৰ প্ৰয়োজনীয়তা সিমান নাই। যি ঠাইৰ লৰা-ছোৱালীবোৰ খুব পিতৃ-মাতৃ ভক্ত, তেনে ঠাইত সাধাৰণ বিদ্যালয়ৰ পক্ষে যুক্তি দুৰ্ব্বল হৈ পৰে। কাৰণ বন্ধৰ দিন কেইটাই পাৰিবাৰিক স্নেহ সজীৱ ৰাখিবলৈ সক্ষম হ'ব আৰু স্কুল চলি থকা দিনবোৰে পাৰিবাৰিক স্নেহ অতিৰিক্ত হোৱাৰ পথত বাধা দিব। অসাধাৰণ অনুভূতিসম্পন্ন লৰা-ছোৱালীবিলাকক আবাসিক-বিদ্যালয়ত নিদিয়াই উচিত আৰু কোনো বিশেষ বিশেষ ক্ষেত্ৰত ( extreme ) কোনো স্কুলতে নিদিয়া ভাল। অৱশ্যে বেয়া ঘৰতকৈ ভাল স্কুল উত্তম। কিন্তু ভাল ঘৰ বেয়া স্কুলতকৈয়ো উত্তম। য'ত দুয়োটাই ভাল তেনে ঠাইত প্ৰত্যেক ক্ষেত্ৰতে গাইগুটীয়া অৱস্থাৰ বিবেচনা কৰি কৰ্ত্তব্য নিৰ্দ্ধাৰণ কৰিব লাগিব।

এতিয়ালৈকে অৱস্থাপন্ন পিতা-মাতাৰ দৃষ্টিকোণৰ ফালৰ পৰাই প্ৰশ্নটো আলোচনা কৰা হৈছে। তেওঁলোকৰ পক্ষে ভাল বেয়া বাছি লোৱা সম্ভৱ। যেতিয়া বিষয়টো ৰাজনৈতিক দৃষ্টি-কোণৰপৰা আৰু সামাজিক দৃষ্টিভঙ্গী আগত ৰাখি বিবেচিত হয় তেতিয়া আৰু নানা ধৰণৰ বিচাৰ্য্য বিষয় আহি পৰে। লৰা ছোৱালীবোৰ যদি ঘৰৰপৰা দূৰত থাকিব লগা হয়, তেনেহলে এফালে আবাসিক বিদ্যালয়ৰ সংখ্যা বঢ়াব লাগিব আৰু আন ফালে ঘৰুৱা নানা সমস্যাক সহজ কৰিব লাগিব। আমাৰ দৃঢ় অভিমত এই যে কিছুমান অসাধাৰণ অৱস্থাৰ বাহিৰে প্ৰত্যেকেই ওঠৰ বছৰ বয়সলৈকে সাহিত্য দৰ্শন আদিৰ শিক্ষা (Scholastic education) পোৱা উচিত।

সম্পূৰ্ণ কাৰিকৰী বা ব্যৱসায়বুদ্ধিৰ শিক্ষা ওঠৰ বছৰ বয়সৰ পিচৰপৰাহে আৰম্ভ হোৱা উচিত। যদিও আমাৰ বৰ্ত্তমান

আলোচ্য বিষয়ৰ পক্ষে আৰু বিপক্ষে অনেক যুক্তি আছে, তথাপি খৰচৰ প্ৰশ্নটোৱে বিশেষকৈ দিন-হাজিৰাৰ কাম কৰাসকলৰ লৰা-ছোৱালীৰ ক্ষেত্ৰত, সাধাৰণ বিদ্যালয়ৰ সপক্ষেই সিদ্ধান্ত গৃহীত কৰোৱা সম্ভৱ। এই সিদ্ধান্তক ভুল বুলি ধৰিবৰ কোনো স্পষ্ট কাৰণ নাই। সেই কাৰণে এই সিদ্ধান্তকেই আমি গ্ৰহণ কৰিব পাৰোঁ।

———

# অষ্টাদশ অধ্যায়

## ( বিশ্ববিদ্যালয় )

আগৰ অধ্যায়বিলাকত চৰিত্ৰ গঠন আৰু জ্ঞান লাভ এই দুয়োবিধ শিক্ষাৰ বিষয়ে আলোচনা কৰা হৈছে। গুৰুত্বপূৰ্ণ কিছুমান বিশেষ কাৰণৰ বাহিৰে প্ৰত্যেকৰ কাৰণেই এই শিক্ষাৰ পথ মুকলি হৈ থকা উচিত আৰু প্ৰকৃত পক্ষে প্ৰত্যেকেই তাৰ ফল ভোগ কৰা উচিত। মজাৰ্টক (Mozart) ওঠৰ বছৰ বয়সলৈকে স্কুলৰ পাঠ্যবোৰ যদি পঢ়িবলৈ বাধ্য কৰা হলহেঁতেন তেতিয়া ই বৰ পৰিতাপৰ কাৰণ হলহেঁতেন। কিন্তু আন কি কোনো আদৰ্শ সমাজ সম্প্ৰদায়ৰ মাজতো বহুত মানুহ আছে যি বিলাকে বিশ্ববিদ্যালয়ৰ শিক্ষা লাভ কৰা নাই। আমাৰ দৃঢ় বিশ্বাস এই যে বৰ্ত্তমান অতি কম সংখ্যক মানুহেহে একৈশ বা বাইশ বছৰ লৈকে সাহিত্য দৰ্শন আদি শিক্ষাৰ ( Scholastic education ) দ্বাৰা লাভৱান হব পাৰিছে। আৰু এটা কথা সঁচা যে ভালেমান এলেহুৱা ধনী মানুহৰ লৰা-ছোৱালী পুৰণি বিশ্ববিদ্যালয়বোৰত ভৰি আছে। কিন্তু বিশ্ববিদ্যালয়ৰ শিক্ষাৰ কোনো সুফলেই তেওঁলোকে লাভ কৰিব পৰা নাই। মাত্ৰ বিলাসিতা আদি কিছু-মান বদ-অভ্যাসহে শিকে। বিশ্ববিদ্যালয়ত পঢ়িবৰ কাৰণে উপযুক্ত বিদ্যাৰ্থীক নিৰ্ব্বাচিত কৰিবলৈ কি পদ্ধতি অৱলম্বন কৰিব লাগে, সেই কথা চিন্তা কৰিবলগীয়া। বৰ্ত্তমান যিবোৰ পিতা-মাতা বেচি টকা পইচা খৰচ কৰিবলৈ সক্ষম, সাধাৰণতে তেওঁলোকেহে লৰা-ছোৱালী বিশ্ববিদ্যালয়লৈ পঠায়। অৱশ্যে বৃত্তি দিয়া প্ৰথা প্ৰচলনৰপৰা এনে নিৰ্ব্বাচন ৰীতিৰ অতি সোনকালে পৰিবৰ্ত্তন

হবলৈ ধৰিছে। কিন্তু এই নিৰ্ব্বাচন পদ্ধতি কোনো টকা পইচা বা আয় সম্পৰ্কিত নহৈ শিক্ষা সংক্ৰান্ত হোৱা উচিত। ওঠৰ বছৰীয়া লৰা বা ছোৱালীয়ে যদি স্কুলত ভাল শিক্ষা পায় তেনে-হলে তেওঁলোকে সমাজহিতকৰ কাম কৰিবলৈ সক্ষম হব। তাৰ উপৰিও আৰু তিনি বা চাৰি বছৰলৈকে সেই লৰা বা ছোৱালীক তেনে ধৰণৰ সমাজহিতকৰ কোনো কাম কৰিবলৈ দিয়া উচিত। তেনে কৰিলে তেওঁলোকৰ সেই সময় সঠিক ভাৱে ব্যয় হব আৰু লৰা-ছোৱালীবোৰে সময়ৰ সদ্ব্যৱহাৰ কৰিব বুলি আশা কৰিবৰ অধিকাৰ নিশ্চয় সমাজৰ আছে। কিন্তু কোনবোৰ বিশ্ববিদ্যালয় শিক্ষা লাভ কৰিবৰ উপযুক্ত, এই প্ৰশ্ন বিচাৰ কৰাৰ আগতে সামাজিক জীৱনৰ প্ৰতি বিশ্ববিদ্যালয়ৰ কৰ্ত্তব্য সম্বন্ধে আমি ভালকৈ জনা উচিত।

বৃটিছ বিশ্ববিদ্যালয়বিলাক বেলেগ বেলেগ তিনটা স্তৰৰ মাজেদি আগবাঢ়িছে; কিন্তু দ্বিতীয় স্তৰটোৱে তৃতীয় স্তৰৰ ঠাই সম্পূৰ্ণৰূপে লৈছে বুলি কব নোৱাৰি। মধ্য যুগত বিদ্যা প্ৰায় ধৰ্ম্মযাজকসকলৰ মাজতে আৱদ্ধ আছিল আৰু তেওঁলোকৰ কাৰণে বেলেগ প্ৰশিক্ষণ কলেজ ( Training College ) আছিল। কিন্তু জ্ঞান-বিজ্ঞানৰ নব জাগৰণৰ লগে লগে সকলো অৱস্থাপন্ন মানুহেই যে শিক্ষা লাভ কৰিব লাগে, এই ধাৰণা সমাজৰ মাজত বদ্ধমূল হবলৈ ধৰিলে—যদিও সেই সময়ত পুৰুষতকৈ নাৰীৰ শিক্ষাৰ প্ৰয়োজনীয়তা কম বুলি ধৰি লোৱা হৈছিল। সপ্তদশ, অষ্টাদশ আৰু ঊনবিংশ শতাব্দীৰ বিশ্ববিদ্যালয়ৰ শিক্ষা আছিল 'ভদ্ৰলোক তৈয়াৰ কৰা'। আজিও অক্সফোৰ্ড বিশ্ববিদ্যালয়ত সেই নীতিক অনুসৰণ কৰি শিক্ষা দিয়া হৈছে। কিন্তু আগেয়ে শিক্ষাৰ যি উদ্দেশ্য আছিল আজিৰ দিনত সেইবোৰ অচল হৈ পৰিছে। এনে শিক্ষা আভিজাত্যৰ ওপৰতহে নিৰ্ভৰশীল আছিল,

গণতন্ত্ৰ বা ধনতন্ত্ৰৰ ওপৰত নিৰ্ভৰ নকৰে। যদি অভিজাত সম্প্ৰদায় প্ৰতিষ্ঠিত হব লাগে, তেনেহলে সেই সম্প্ৰদায়ৰ শিক্ষিত ভদ্ৰলোকৰ দ্বাৰাহে গঠিত হোৱা উচিত। কিন্তু অভিজাত সম্প্ৰদায় গঠন নোহোৱাটোহে মঙ্গল। এই কথা সঁচা যে আভিজাত্য ইংলণ্ডত এতিয়াও আছে। কিন্তু এই আভিজাত্যৰ ভাবধাৰা ধনতন্ত্ৰৰদ্বাৰা প্ৰভাৱান্বিত। ক্ষমতাৱান ধনী মানুহৰ ভাবধাৰা একেবাৰে বেলেগ। ধনী ব্যৱসায়ীসকলে নিজক ডাঙৰ মানুহ বুলি চিনাকি দিব খোজে কাৰণেই লৰা-ছোৱালীবোৰক 'ভদ্ৰলোক কৰি গঢ়ি তুলিবলৈ' অক্সফোৰ্ড আদি বিশ্ববিদ্যালয়লৈ পঠিয়ায়। কিন্তু তাৰ ফল স্বৰূপে তেওঁলোকৰ মনত ব্যৱসায়ৰ প্ৰতি বিতৃষ্ণা জন্মে। তেওঁলোকে তেওঁলোকৰ দেউতাকহঁতৰ তুলনাত দৰিদ্ৰ হৈ পৰে, আৰু পৰিশ্ৰমৰদ্বাৰা জীৱিকা অৰ্জ্জন কৰিব লগা হয়। সেই কাৰণে সেই 'ভদ্ৰলোক কৰি গঢ়ি তোলাৰ শিক্ষা' আজি আৰু জাতীয় জীৱনৰ এটা অংশ বুলি বিবেচনা কৰা নহয় আৰু ইয়াৰ ভৱিষ্যত বিবেচনা কৰি ইয়াক বৰ বেচি মূল্য নিদিলেও হয়।

আজিৰ বিশ্ববিদ্যালয়বোৰ মধ্যযুগৰ বিশ্ববিদ্যালয়বোৰৰ লগত একে অৱস্থাতে উপনীত হৈছে। এইবোৰ নানা ধৰণৰ ব্যৱসায় শিক্ষা দিয়া প্ৰতিষ্ঠান স্বৰূপে পৰিণত হৈছে। বেৰিষ্টাৰ, ধৰ্ম্মযাজক, চিকিৎসক আৰু উচ্চ চৰকাৰী কৰ্ম্মচাৰী আদিয়েই বিশ্ববিদ্যালয়ত শিক্ষা লাভ কৰিছে। আজি-কালি বিভিন্ন ব্যৱসায়ত বিশ্ববিদ্যালয়ত শিক্ষাপ্ৰাপ্ত ইঞ্জিনিয়াৰ কাৰিকৰ আদিৰ সংখ্যা বাঢ়িবলৈ ধৰিছে। জগতৰ সমস্যা যিমানেই জটিল হৈ আহিছে আৰু শিল্প আদি বস্তুবোৰ যিমানেই বৈজ্ঞানিক পদ্ধতিৰ ওপৰত নিৰ্ভৰশীল হৈছে, সিমানেই ক্ৰমবৰ্দ্ধমান নিপুণ কৰ্ম্মীৰ প্ৰয়োজন বাঢ়িছে আৰু প্ৰকৃততে বিশ্ববিদ্যালয়েই সেই প্ৰভাব পূৰণ কৰিছে। প্ৰাচীন মতাৱলম্বী মানুহবোৰে দুখ কৰে যে যন্ত্ৰ-পাতিৰ বিষয়ে শিকোৱা

স্কুলবোৰে প্ৰকৃত শিক্ষা প্ৰতিষ্ঠানবোৰত অনধিকাৰ প্ৰৱেশ কৰিছে, তথাপি এই যান্ত্ৰিক শিক্ষায়েই চলিছে। কাৰণ ধনীসকলে এনে শিক্ষাকে বিচাৰে। সংস্কৃতিক তেওঁলোকে গ্ৰাহ্য নকৰে। এইবোৰ মানুহ আক্ৰমণাত্মক গণতন্ত্ৰতকৈয়ো বিশুদ্ধজ্ঞানৰ বেচি শত্ৰু। 'কলা বিদ্যা কলাবিদ্যাৰ কাৰণেই' ( 'art for art's sake' ) বোলা মতবাদৰ দৰে 'অপ্ৰয়োজনীয় বিদ্যাও' অভিজাতসকলৰহে আদৰ্শ। ই ধনতান্ত্ৰিক আদৰ্শ নহয়। য'ত এই আদৰ্শ এতিয়াও বৰ্ত্তমান. সেই ঠাইত বুজিব লাগিব যে (ৰেণেঁচাৰ) নবন্যাসৰ প্ৰভাৱ এতিয়াও মাৰ যোৱা নাই। এই আদৰ্শৰ বিনাশ সঁচাকৈয়ে দুখৰ কথা। আভিজাত্যৰ লগত প্ৰকৃত শিক্ষাৰ সম্বন্ধ আটাইতকৈ শ্ৰেষ্ঠ বস্তু আছিল। কিন্তু আভিজাত্যৰ কিছুমান ইমান বেচি দোষ আছিল যে সেই দোষ-বোৰে সহজেই গুণক ঢাকি পেলাইছিল। সি যি কি নহওক, আমি ইচ্ছা কৰোৱেই বা নকৰোৱেই শিল্পৰ প্ৰভাৱে (industrialism) আভিজাত্যক ধ্বংস কৰিবই। সেই কাৰণে নতুন আৰু বেচি শক্তিশালী ভাব ধাৰাৰ লগত একে লগ কৰি যিমান দূৰ সম্ভৱ তাক ৰক্ষাৰ চেষ্টা কৰা আমাৰ কৰ্ত্তব্য। নহলে অকল গতানুগতিকতাকে ধৰি থাকিলে পৰাজয় আমি স্বীকাৰ কৰিবই লাগিব।

বিশুদ্ধ জ্ঞানক জীয়াই ৰখা যদি বিশ্ববিদ্যালয়ৰ প্ৰধান উদ্দেশ্য হয়, তেনেহলে সামাজিক জীৱনৰ লগত ইয়াৰ সম্বন্ধ থাকিব লাগিব; অকল অৱসৰবিলাসী কেইজনমান ভদ্ৰলোকৰ সুৰুচি সম্পন্ন আনন্দৰ লগত সম্বন্ধ থাকিলেই নহব।

বিদ্যাক আমি পৰম গুৰুত্বপূৰ্ণ বুলি ভাবো আৰু বিশ্ববিদ্যালয় বা স্কুল-কলেজৰ ছাত্ৰসকলৰ মাজত এই বিদ্যা কমি নগৈ ক্ৰমান্বয়ে বাঢ়ি যোৱাটো বিচাৰোঁ। অজস্ৰ ধনী ক্ৰোৰপতিসকলৰ অৰ্থ সাহায্যই ইংলণ্ড আৰু আমেৰিকা এই দুয়োখন দেশৰেই প্ৰকৃত শিক্ষাৰ উন্নতিৰ পথত বাধা সৃষ্টি কৰিছে। আমাৰ

শিল্পপতিসকলে যি উদ্দেশ্য উপলব্ধি কৰিবলৈ অক্ষম, তেনে উদ্দেশ্যৰ কাৰণে জনসাধাৰণে যাতে অৰ্থব্যয় কৰিবলৈ ইচ্ছুক হয় তেনে এটি শিক্ষিত গণতন্ত্ৰৰ সৃষ্টি কৰাহে এই ত্ৰুটি নিবাৰণৰ উপায়। এনে কৰা একো অসম্ভৱ নহয়। কিন্তু এই উদ্দেশ্য সাধনৰ কাৰণে লাগে সৰ্ব্বসাধাৰণৰ বিচাৰবুদ্ধিৰ মান উন্নয়ন। এসময়ত পৃষ্ঠপোষকসকল আছিল বিদ্বানসকলৰ জীৱিকাৰ স্বাভাৱিক উপায় স্বৰূপ। সেই সময়ৰপৰা উত্তৰাধিকাৰী সূত্ৰে আমাৰ বিদ্বানসকলে ধনীসকলৰ গলগ্ৰহ হোৱাৰ স্বভাৱ আয়ত্ত কৰিছে। তেওঁলোকে যদি এই মনোভাৱৰপৰা নিজক মুক্ত কৰিব পাৰে, তেনেহলে বিচাৰবুদ্ধিৰ মান উন্নয়ন সহজ হৈ পৰিব। বিদ্যা আৰু বিদ্বান সম্বন্ধে ধাৰণাৰ মাজত বেমেজালি সৃষ্টি কৰা হৈছে। এটা সম্পূৰ্ণ কাল্পনিক দৃষ্টান্ত উল্লেখ কৰিব পাৰি যে এজন বিদ্বান লোকে জৈৱ ৰসায়ন বিদ্যাৰ শিক্ষা নিদি মদ তৈয়াৰ কৰাও শিকাব পাৰে। অৱশ্যে এই উপায়েৰে তেওঁ নিজৰ আৰ্থিক উন্নতি কৰিব পাৰিব যে এই কথা সঁচা, কিন্তু জ্ঞান বিজ্ঞানৰ বহুত ক্ষতি হব। যদি বিদ্বান মানুহজনৰ বিদ্যাৰ প্ৰতি প্ৰকৃত আগ্ৰহ থাকে, তেতিয়া যি জন মদৰ ব্যৱসায়ীয়ে মদ তৈয়াৰ কৰাৰ বিষয়ে অধ্যাপনাৰ পদ সৃষ্টিৰ কাৰণে অৰ্থ-সাহায্য কৰে তেনে মদৰ ব্যৱসায়ীৰ ৰাজনৈতিক মতৰ সমৰ্থক নহব। তেওঁ যদি গণতন্ত্ৰৰ পক্ষ অৱলম্বন কৰিলহেঁতেন তেনেহলে জনসাধাৰণে তেওঁৰ শিক্ষাৰ মূল্য বেচিকৈ উপলব্ধি কৰিব পাৰিলেহেঁতেন। সেই কাৰণে বিদ্বান মানুহবোৰে ধনী সকলৰ টকাৰ ওপৰত নিৰ্ভৰ নকৰি সৰ্ব্বসাধাৰণৰ টকা পইচাৰ ওপৰত নিৰ্ভৰ কৰাটোৱেই বাঞ্ছনীয়। ধনীৰ ওপৰত নিৰ্ভৰ কৰাৰপৰা হোৱা অনিষ্ট ইংলণ্ডতকৈ আমেৰিকাতেই বেচি; কিন্তু ইংলণ্ডতো ইয়াৰ প্ৰভাৱ আছে যেতিয়া কেতিয়াবা ই বাঢ়ি যাবও পাৰে।

এইবোৰ ৰাজনৈতিক প্ৰশ্ন বাদ দিলেও বিশ্ববিদ্যালয়ৰ ছুটা উদ্দেশ্য আছে বুলি আমি ভাবো। একালে কিছুমান নৰ-নাৰীক কিছুমান জীৱিকা অৰ্জ্জনৰ বৃত্তি শিকোৱা আৰু আনফালে কোনো প্ৰত্যক্ষ প্ৰয়োজনৰ কথা নেভাবি মাত্ৰ জ্ঞান-বিজ্ঞানৰ অনুশীলন কৰা। এতেকে যি বোৰে বিশ্ববিদ্যালয়ত এইবোৰ শিক্ষা লাভ কৰিবলৈ গৈছে আৰু যি বোৰে তেওঁলোকৰ নিজৰ বিশেষ যোগ্যতাৰ বলত জ্ঞান লাভৰ চেষ্টাত আৰু গৱেষণাৰ সহায়ক হব পাৰিছে তেনেবোৰ মানুহে বিশ্ববিদ্যালয়ত শিক্ষালাভ কৰিব লাগে। কিন্তু ইয়াৰদ্বাৰা আমি কেনেকৈ নৰ-নাৰীক বেলেগ জীৱিকা অৰ্জ্জনৰ বাবে নিৰ্ব্বাচন কৰিব লাগিব সেই কথাৰ সিদ্ধান্তলৈ আহিব নোৱাৰোঁ।

বৰ্ত্তমান যিবোৰৰ মাক দেউতাকৰ বেচিকৈ ধন সম্পত্তি নাই, তেওঁলোকৰ পক্ষে কিছুমান শিক্ষা, যেনে—আইন বা চিকিৎসা-বিদ্যা শিক্ষা কৰা সম্ভৱ নহয়; কাৰণ সেই শিক্ষা লাভ কৰিবলৈ অনেক টকা খৰচ কৰিব লগা হয় আৰু পৰীক্ষা পাছ কৰাৰ লগে লগেই উপাৰ্জ্জন কৰিব নোৱাৰি। ইয়াৰ ফল এই যে, নিৰ্ব্বাচনৰ নীতি কামৰ যোগ্যতাৰদ্বাৰা নিয়ন্ত্ৰিত নহৈ সামাজিক আৰু উত্তৰাধিকাৰী সূত্ৰে পৰিচালিত হয়। উদাহৰণ স্বৰূপে চিকিৎসা বিদ্যাৰ কথা উল্লেখ কৰিব পাৰি। যি সমাজে তেওঁ-লোকৰ চিকিৎসা সুদক্ষ চিকিৎসকৰ হতুৱাই কৰোৱাব খোজে সেই সমাজৰ যিবোৰ যুৱক-যুৱতীয়ে সেই চিকিৎসা বিদ্যাৰ প্ৰতি যথেষ্ট আগ্ৰহ আৰু যোগ্যতাৰ প্ৰমাণ দেখুৱাব পাৰে তেওঁ-লোকেই চিকিৎসা বিদ্যা শিক্ষাৰ কাৰণে নিৰ্ব্বাচিত হ'ব। বৰ্ত্তমান যি বোৰে অলপ খৰচ কৰিবলৈ সক্ষম, অকল তেওঁলোকৰ মাজতেই এই নীতি আংশিক ভাৱে কাৰ্য্যত পৰিণত কৰিব পৰা যায়। কিন্তু এটা কথা খুব স্বাভাৱিক যে যি বোৰে উৎকৃষ্ট

ডাক্তৰ হব পাৰিলেহেঁতেন তেওঁলোক ইমান দুখীয়া যে তেওঁলোকৰ পক্ষে এই চিকিৎসা-বিদ্যা লাভ কৰা অসম্ভৱ। ইয়াৰদ্বাৰা বুদ্ধি বা প্ৰতিভাৰ শোচনীয়ভাৱে অপচয় হয়। অলপ বেলেগ ধৰণৰ এটা দৃষ্টান্ত দিয়া যাওক। ইংলণ্ড এখন ঘন বসতিপূৰ্ণ দেশ। বেচিভাগ খাদ্য সামগ্ৰীয়েই ইংলণ্ডই বাহিৰৰপৰা আমদানী কৰিব লাগে। বহুত কাৰণত বিশেষকৈ যুদ্ধৰ সময়ত নিৰাপত্তাৰ কাৰণে বেচি পৰিমাণে খাদ্য দেশৰ ভিতৰতে উৎপন্ন কৰিব পৰা হলে বৰ ভাল হলহেঁতেন; কিন্তু এই সীমাবদ্ধ এলেকাৰ ভিতৰত দক্ষতাৰে সৈতে খেতি-বাতি কৰিবৰ কাৰণে উপযুক্ত উপায় অৱলম্বন কৰা হোৱা নাই। প্ৰধানকৈ উত্তৰাধিকাৰী সূত্ৰে কৃষক সকলক নিৰ্ব্বাচন কৰা হয়—কৃষকৰ পুত্ৰ কৃষক, এনে নিয়মকে চলি আহিছে। আৰু আনবোৰ হল—যি বোৰে খেতিৰ কাৰণে মাটি-বাৰী কিনিছে আৰু মূলধনো আছে, অথচ কৃষি কাৰ্য্যৰ কোনো দক্ষতা নাই। ডেনমাৰ্কৰ কৃষি প্ৰণালী ইংলণ্ডৰ কৃষি প্ৰণালীতকৈ উন্নত; কিন্তু ইংলণ্ডৰ কৃষকসকলক ডেনমাৰ্কৰ কৃষি প্ৰণালীৰে শিক্ষা দিবলৈ অকণো চেষ্টা কৰা হোৱা নাই। মটৰ চলাবলৈ যেনেকৈ লাইচেঞ্চৰ আৱশ্যক, ঠিক তেনেকৈ যি বোৰে এডৰা মাটিতকৈ বেচি মাটিত খেতি কৰিবলৈ বিচাৰিব, তেৱেঁই বৈজ্ঞানিক কৃষি প্ৰণালীৰ "ডিপ্লোমা" পাব লাগিব। চৰকাৰী চাকৰিৰ ক্ষেত্ৰত উত্তৰাধিকাৰী প্ৰথা লুপ্ত হৈছে, কিন্তু জীৱনৰ অনেক ক্ষেত্ৰত এতিয়াও এই প্ৰথা তিষ্ঠি আছে। য'ত এনে অৱস্থা, তাত যোগ্যতাৰো অভাৱ দেখিবলৈ পোৱা যায়। আমি দুটা পৰস্পৰ সম্বন্ধযুক্ত নিয়ম প্ৰচলন কৰিব লাগিব। প্ৰথমতে প্ৰয়োজনীয় পাৰদৰ্শিতা লাভ কৰিব নোৱাৰিলে কাকো কোনো গুৰুত্বপূৰ্ণ কামৰ ভাৰ দিয়া নহব। আৰু দ্বিতীয়টো হল, যি বোৰে সেই দক্ষতা অৰ্জ্জন কৰিব খুজিব, তেওঁলোকৰ ভিতৰত

যি সৰ্ব্বোৎকৃষ্ট, তেওঁলোকক তেওঁলোকৰ মাক দেউতাকৰ আৰ্থিক অৱস্থাৰ কোনো বিচাৰ নকৰি পাৰদৰ্শী কৰি তুলিবই লাগিব। এই দুটি নিয়মেৰে অনেক পৰিমাণে যে যোগ্যতা বঢ়াব পৰা যাব, তাত কোনো সন্দেহ নাই।

সেই কাৰণে বিশ্ববিদ্যালয়ৰ শিক্ষাক বিশেষ ক্ষমতাৰ সুযোগ লাভ বুলি ধৰি লোৱা উচিত। আৰু যি বোৰৰ নিপুণতা আছে কিন্তু টকা পইচা নাই তেওঁলোকৰ শিক্ষাৰ খৰচ জন-সাধাৰণৰপৰা পোৱা পুঁজিৰপৰা চলাব লাগিব। যোগ্যতাৰ পৰীক্ষাত কৃতকাৰ্য্য নহলে কাকো বিশ্ববিদ্যালয়ত ভৰ্ত্তি কৰা উচিত নহয়। আৰু নিজৰ সময়ৰ সদ্ব্যৱহাৰ কৰা সম্পৰ্কে যি কৰ্ত্তৃপক্ষক সন্তুষ্ট কৰিব নোৱাৰে তেনেবোৰকো বিশ্ববিদ্যালয়ত থাকিবলৈ দিয়া উচিত নহয়। বিশ্ববিদ্যালয় আৰামৰ ঠাই আৰু তাত ধনী যুৱক-যুৱতীবিলাকে তিনি চাৰি বছৰ এলাহতে কটাই দিব পাৰে—এনে ধাৰণা আজি-কালি লোপ পাইছে।

কোনো যুৱক-যুৱতীকে বিশ্ববিদ্যালয়ত এলাহত সময় কটাবলৈ দিয়া উচিত নহয়। ইয়াৰ লগে লগে আৰু এটা কথা মনত ৰখা উচিত যে কোনো পদ্ধতি বিশেষৰ প্ৰতি যান্ত্ৰিক ব্যৱস্থাৰে তেওঁলোকৰ কামৰ পৰীক্ষা কৰিব নেলাগে। পৰিতাপৰ কথা যে ইংলণ্ডৰ নতুন বিশ্ববিদ্যালয়বোৰত ছাত্ৰই বহুত সংখ্যক বক্তৃতাৰ সময়ত উপস্থিত থকাৰ ওপৰত বেচি জোৰ দিয়া হৈছে। মণ্টেচৰী স্কুলবোৰত ব্যক্তিগত কামৰ পক্ষে যি প্ৰবল যুক্তি আমি দেখিবলৈ পাওঁ সেই বোৰ শিশুৰ পক্ষে খুব উপযুক্ত। কিন্তু বিশ বছৰীয়া যুৱক-যুৱতীৰ ক্ষেত্ৰতো সেইবোৰ যুক্তি খাটে। বিশেষকৈ অসাধাৰণ ক্ষমতাসম্পন্ন যুৱক-যুৱতীৰ কাৰণে এই যুক্তি আৰু বেচি পৰিমাণে প্ৰযোজ্য। কোনো কোনো মানুহৰ মতে বক্তৃতা দিয়া সময়ৰ অপচয় মাত্ৰ; কিন্তু বহুতৰ মতে আকৌ বক্তৃতাৰ খুব মূল্য আছে। সেই কাৰণে

ব্যৱসায়ীসকলে বক্তৃতাৰ কাৰণে অৰ্থ-সাহায্য কৰিবলৈয়ো ইচ্ছুক। বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলে যদি অধ্যাপনাৰ সৰ্ব্বোত্তম পন্থা অৱলম্বন কৰে, তেনেহলে ব্যৱসায়ীসকলে তেওঁলোকক এলেহুৱা বুলি ভাবি অধ্যাপকৰ সংখ্যা কমাবলৈ বিচাৰিব। 'অক্সফোৰ্ড' আৰু 'কেম্বিজ' বিশ্ববিদ্যালয়ে নিজৰ সুনামৰ জোৰতে কিছু দূৰ সঠিক পন্থা অনুসৰণ কৰিব পাৰিছে। কিন্তু নতুন বিশ্ববিদ্যালয়বোৰ আৰু আমেৰিকাৰ বেচি ভাগ বিশ্ববিদ্যালয়েই ব্যৱসায়ীসকলৰ বিৰুদ্ধে থিয় হবলৈ অক্ষম। অধ্যাপকৰ নিৰ্দিষ্ট সময়ৰপৰা কাম আৰম্ভ হোৱাৰ লগে লগে যি বোৰ পুথি প্ৰত্যেক ছাত্ৰই খুব সাৱধানেৰে সৈতে অধ্যয়ন কৰিব লাগে সেই সকলোবোৰ পুথিৰে এখন সম্পূৰ্ণ তালিকা দিয়া উচিত। আৰু এনে কিছুমান পুথিৰ তালিকাও দিব লাগে যে যি বোৰ কিছুমান লৰাইহে পঢ়িবলৈ বিচাৰে। আৰু ছাত্ৰসকলক এনে ধৰণৰ প্ৰশ্ন কৰিব লাগিব যাতে সেই বাছি দিয়া পুথিবোৰৰ গুৰুত্বপূৰ্ণ বিষয়বোৰ খুব সাৱধানেৰে সৈতে পঢ়িলেই উত্তৰ দিয়া সম্ভৱ হৈ পৰিব। ছাত্ৰ-ছাত্ৰীসকলৰ লেখা শেষ হোৱাৰ পিচত শিক্ষকে এজন এজনকৈ প্ৰত্যেকেৰে উত্তৰবোৰ চাব লগিব। প্ৰায় প্ৰতি সপ্তাহত বা পোন্ধৰ দিনৰ মূৰে মূৰে তেওঁলোকৰ কামৰ লগত সম্পৰ্ক থকা কোনো বিষয়ৰ অসংলগ্ন আলোচনা কৰি তেওঁলোকৰ জ্ঞান কিমান দূৰ আগ বাঢ়িছে পৰীক্ষা কৰি চাব লাগিব। এইবোৰ পুৰণি বিশ্ববিদ্যালয়ৰ পদ্ধতিতকৈ বৰ বেচি বেলেগ নহয়। যদি কোনো ছাত্ৰই অধ্যাপকে দিয়া বিষয়তকৈ বেলেগ অথচ একে ধৰণৰ টান কোনো বিষয় বাছি লয়, তেনে হলেও তেওঁক সেই বিষয় লবলৈ স্বাধীনতা দিব লাগে। ছাত্ৰ-ছাত্ৰীসকলৰ লেখাবোৰৰপৰাই তেওঁলোকৰ অধ্যৱসায়ৰ সম্বন্ধে ধাৰণা কৰিব পৰা যায়।

যি হওক এই বিষয়ে এটা অতি গুৰুত্বপূৰ্ণ কথা আছে। প্ৰত্যেক বিদ্যালয়ৰ অধ্যাপকসকল গৱেষণাত নিযুক্ত থাকিব লাগিব আৰু

যি বিষয়ে অধ্যাপনা কৰে সেই বিষয়টোৰ উন্নতিৰ কাৰণে আন আন দেশে কি পন্থা অৱলম্বন কৰিছে তাক জানিবৰ কাৰণে যথেষ্ট সুযোগ আৰু সুবিধা পাব লাগে। বিশ্ববিদ্যালয়ত অধ্যাপনাৰ কাৰণে শিক্ষা বিজ্ঞানৰ নিপুণতাৰ প্ৰয়োজনীয়তা আজি-কালি বৰ বেচি নাই। যেয়ে যি বিষয়ত অধ্যাপনা কৰে সেই বিষয়ত তেওঁৰ গভীৰ জ্ঞান আৰু সেই বিষয় সম্পৰ্কে কোন দেশত কি ব্যৱস্থা লোৱা হৈছে আদি কথাবোৰ জানিবৰ কাৰণে গভীৰ আগ্ৰহ থাকিব লাগিব। কিন্তু যাৰ স্নায়ুসমূহ অৱসাদগ্ৰস্ত হৈছে তেওঁলোকৰ পক্ষে এইবোৰ কাম অসম্ভৱ। আকৌ তেনে অৱস্থাত অধ্যাপনাৰ বিষয়টোৰ প্ৰতি বিতৃষ্ণা অহাৰ সম্ভাৱনা আছে আৰু যৌৱনত যি শিক্ষা লাভ কৰিছিল সেই জ্ঞান নিজৰ মাজতেই সীমাবদ্ধ থাকিব যে তাত কোনো সন্দেহ নাই। প্ৰত্যেক বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলে সাত বছৰৰ মূৰে মূৰে এবছৰ ছুটী পাব লাগে। এই এবছৰ তেওঁলোকে যাতে বিদেশৰ বিশ্ববিদ্যালয়বিলাকত অতিবাহিত কৰিব পাৰে, অথবা বিশ্ববিদ্যালয়বোৰৰ সম্বন্ধে আন কোনো উপায়েৰে জ্ঞান লাভ কৰিব পাৰে, তাৰ দিহা কৰিব লাগে। আমেৰিকাত ই সাধাৰণ কথা; কিন্তু ইউৰোপৰ বিশ্ববিদ্যালয়বিলাকৰ বৌধিক গৌৰৱ (intellectual pride) ইমান বেচি যে ইয়াৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিবলৈ তেওঁলোকে টান পায়। কিন্তু এনে কৰি তেওঁলোকে খুব কম ভুল কৰিছে।

বিশ্ববিদ্যালয়বিলাকত অধ্যাপনা আৰু গৱেষণাৰ সমৰ্থকসকলৰ মাজত মতানৈক্য দেখিবলৈ পোৱা যায়। ইয়াৰ এটা কাৰণ হল শিক্ষা দানৰ ভ্ৰান্ত ধাৰণা আৰু আনটো কাৰণ যিবোৰৰ কষ্ট-সহিষ্ণুতা আৰু শিক্ষা লাভৰ ক্ষমতাৰ মান বিশ্ববিদ্যালয়ৰ উপযুক্ত মানতকৈ কম, তেনে অনেক শিক্ষাৰ্থীৰ উপস্থিতি; কিন্তু প্ৰকৃত পক্ষে কষ্টসহিষ্ণুতা আৰু শিক্ষা লাভৰ ক্ষমতা বিশ্ববিদ্যালয়ত ভৰ্ত্তি হোৱাৰ

সৰ্ত্ত হব লাগিব। প্ৰাচীন স্কুলৰ শিক্ষকৰ ধাৰণা কিছু পৰিমাণে বিশ্ববিদ্যালয়বোৰতো চলি আছে। অধ্যাপকৰ শিক্ষাৰ্থীবিলাকৰ ওপৰত নৈতিক প্ৰভাৱ বিস্তাৰ কৰিবৰ ইচ্ছা আৰু ছাত্ৰবোৰক অপ্ৰয়োজনীয় পুৰণি শিক্ষাত অভ্যস্ত কৰি তোলাৰ ইচ্ছাৰ অভ্যাস দেখা যায়। ইয়াক ভ্ৰান্ত বুলি ধৰা হলেও নীতিৰ ফালৰপৰা হিতকৰী বুলি বিশ্বাস কৰা হয়। শিক্ষাৰ্থীসকলক অনুৰোধ কৰি কামত নিযুক্ত কৰা উচিত নহয়। কিন্তু যদি দেখা যায় যে এলাহ বা ক্ষমতাৰ অভাৱ বশতঃ তেওঁলোকে তেওঁলোকৰ সময় নষ্ট কৰিছে তেনেহলে তেওঁলোকক বিদ্যালয়ত থাকিবলৈ দিয়া উচিত নহয়। এই ক্ষেত্ৰত কাম কৰাৰ নৈতিকতাহে একমাত্ৰ নৈতিকতা, যিটোক লাভজনক ভাৱে প্ৰয়োগ কৰিব পৰা যায়। আন সকলো নৈতিকতা প্ৰাগ্‌যৌৱন কালৰহে। যি বিলাকৰ কামৰ প্ৰতি অকণো দায়িত্ববোধ নাই তেনেবোৰক সেই কামৰপৰা অব্যাহতি দি আন কোনো কামত লগালেই বৰঞ্চ তেওঁলোকৰ উন্নতি হব পাৰে। অধ্যাপকসকলৰ কথা কবলৈ হলে প্ৰথমেই কব লাগিব যে তেওঁলোকে বেছি সময় শিক্ষা দিয়া কামত অতিবাহিত কৰাটো দাবী কৰা উচিত নহয়। গৱেষণাৰ কাৰণে তেওঁলোকে যথেষ্ট সময় পোৱা উচিত। আৰু যাতে তেওঁলোকে খুব বিচক্ষণতাৰে সৈতে এই সময়ৰ সদ্ব্যৱহাৰ কৰে তাৰ বাবেও আমি আশা কৰা উচিত।

মানুহৰ জীৱনৰ প্ৰতি বিশ্ববিদ্যালয়ৰ কৰ্ত্তব্য সম্বন্ধে যদি আমি বিবেচনা কৰি চাওঁ, তেতিয়া দেখিবলৈ পাম যে শিক্ষাৰ দৰে গৱেষণাও অতি আৱশ্যকীয়। নতুন নতুন জ্ঞানৰ বিকাশেই হল উন্নতিৰ প্ৰধান কাৰণ। ইয়াৰ অভাৱত পৃথিৱী স্থিতিশীল হৈ পৰিব। প্ৰচলিত জ্ঞানৰ বহুল প্ৰসাৰৰদ্বাৰা কিছুদিনৰ কাৰণে উন্নতি সাধন হব সঁচা, কিন্তু বহুত দিনলৈকে এই নীতি স্থায়ী নহয়। প্ৰয়োজনৰ ওপৰত নিৰ্ভৰশীল হলে জ্ঞানাৰ্জ্জনৰ স্পৃহা লাহে লাহে নষ্ট হৈ যায়।

জগতক ভালকৈ জনাৰ ইচ্ছাৰ বাহিৰে নিঃস্বাৰ্থ গৱেষণাৰ আন কোনো উদ্দেশ্য নাই। প্ৰয়োজনীয় বিদ্যাৰ উন্নতি বাবেও তেনে নিঃস্বাৰ্থ গৱেষণাৰ প্ৰয়োজন। সকলোবিলাক প্ৰগতিৰ প্ৰথম অৱস্থাই হল কাল্পনিক, লাহে লাহেহে বাস্তৱত প্ৰয়োগ কৰা হয়। আৰু কিছুমান সুন্দৰ কল্পনা যদি বাস্তৱ ক্ষেত্ৰত ব্যৱহাৰ কৰিব পৰা নেযায়ো তথাপি তেনে কল্পনাৰ নিজস্ব মূল্যয়েই মহিমান্বিত হৈ থাকে। কাৰণ জগতখনক জানিব খোজাটোৱেই দেখোন অন্যতম্ উৎকৃষ্ট উদ্দেশ্য। যদি বিজ্ঞান আৰু শৃঙ্খলাবদ্ধতাই মানুহৰ দৈহিক অভাৱ পৰিতৃপ্তি কৰিব পাৰিলেহেঁতেন আৰু নিষ্ঠুৰতা আৰু যুদ্ধৰ অৱসান ঘটাব পাৰিলেহেঁতেন তেনেহলে জ্ঞান আৰু সৌন্দৰ্য্যৰ অন্বেষণে কষ্ট-লব্ধ সৃষ্টিৰ প্ৰতি আমাৰ হেঁপাহ জগাই তুলিলেহেঁতেন। কৱি, চিত্ৰকৰ, লেখক বা গণিতজ্ঞসকলে ব্যৱহাৰিক জগতত তেওঁলোকৰ কামৰ এটা পৰোক্ষ ফল পাবলৈ ব্যস্ত থকাটো বাঞ্ছনীয় নহয়। যি আদৰ্শক তেওঁলোকে প্ৰথমতে ক্ষন্তেকৰ কাৰণে অস্পষ্ট ভাৱে দেখিছে আৰু এনে ভাৱে ভাল পাইছে যে সেই আদৰ্শৰ তুলনাত এই পৃথিৱী খনৰ সৌন্দৰ্য্য নিষ্প্ৰভ হৈ পৰিব, তেনে এটা আদৰ্শক চিৰস্থায়ী ৰূপ দিয়াৰ সপোনত তেওঁলোক মগ্ন হৈ থাকিব লাগিব। অৰূপ কল্পনাক ৰূপায়িত কৰাৰ উদ্দাম আকাঙ্ক্ষাই মানুহক সুখময় নিৰাপত্তাৰ মাজৰপৰা সঙ্কেত দেখুৱাই প্ৰলুব্ধ কৰি গৌৰৱময় যন্ত্ৰণাযুক্ত বন্ধুৰ পথেদি সঞ্চালিত কৰে। সকলো মহান কলা আৰু বিজ্ঞানৰ উৎপত্তি এনেকৈয়ে হৈছে। যি বিলাকৰ মাজত এনে আকাঙ্ক্ষাৰ আবেগ দেখিবলৈ পোৱা যায় তেওঁলোকক প্ৰয়োজনবাদৰ শিকলিৰে শৃঙ্খলিত কৰা উচিত নহয়। কাৰণ মানুহক মহান কৰি তোলা সকলো বস্তুৰে বাবে আমি তেওঁলোকৰ ওচৰত ঋণী।

# ঊনবিংশ অধ্যায়

## ( উপসংহাৰ )

যাত্ৰা আমাৰ শেষ হল। যি দেশৰ মাজেদি আমি অতিক্ৰম কৰি আহিলোঁ। ক্ষন্তেকৰ কাৰণে এই পথেদি দেশখনক চাবলৈ এবাৰ ওভতো।

মৰম চেনেহৰ মাজেদি প্ৰয়োগ কৰিব পৰা জ্ঞানেই শিক্ষাবিদ্ সকলৰ পক্ষে প্ৰয়োজনীয় আৰু তেওঁলোকৰ ছাত্ৰ-ছাত্ৰীসকলেও সেই জ্ঞান অৰ্জ্জন কৰিব লাগিব। প্ৰথম অৱস্থাত ছাত্ৰ-ছাত্ৰীৰ প্ৰতি মৰমেই হল আটাইতকৈ প্ৰয়োজনীয় কথা আৰু পিচলৈ জ্ঞানৰ প্ৰতি ক্ৰমবৰ্দ্ধমান আগ্ৰহেই আৱশ্যকীয়। প্ৰথমতে শৰীৰ-বিজ্ঞান, স্বাস্থ্য-বিজ্ঞান আৰু মনস্তত্ত্ব সম্বন্ধে জ্ঞান লাভ কৰিব লাগে। এই সকলোবোৰৰ ভিতৰত মনোবিজ্ঞানেই শিক্ষকৰ পক্ষে বিশেষ প্ৰয়োজনীয়। শিশুৱে যি অলপ জটিল আৰু একেবাৰে সৰল স্বাভাৱিক প্ৰৱণতা লৈ জন্মগ্ৰহণ কৰে সেইবোৰ বেলেগ বেলেগ পৰিবেশৰ প্ৰভাৱত বেলেগ বেলেগ অভ্যাসেৰে পৰিবৰ্দ্ধিত হব পাৰে; সেই-কাৰণে বেলেগ বেলেগ চৰিত্ৰৰো বিকাশ হব পাৰে। এইবোৰ বেচি ভাগেই শৈশৱ কালতেই হয়, ফল স্বৰূপে শৈশৱ কালতেই চৰিত্ৰ গঠনৰ কাৰণে পৰম আশাৰে সৈতে চেষ্টা কৰিব পৰা যায়। যিবোৰে বৰ্ত্তমানৰ দোষ ত্ৰুটিবোৰকেই সমৰ্থন কৰিবলৈ বিচাৰে, তেওঁলোকে মানৱ প্ৰকৃতিৰ পৰিবৰ্ত্তন কৰিব নোৱাৰে বুলিয়েই মত প্ৰকাশ কৰি ভাল পায়। যদি তেওঁলোকে কয় যে শিশুৰ ছবছৰ বয়সৰ পিচত তেওঁলোকৰ স্বভাৱ চৰিত্ৰৰ পৰিবৰ্ত্তন কৰা সম্ভৱ নহয়, তেনেহলে তেওঁ-লোকৰ অভিমত কিছুদূৰ সঁচা হব—যদি তেওঁলোকে ভাবে যে শিশুৱে

যিবোৰ স্বাভাৱিক-প্ৰৱণতা লৈ জন্মগ্ৰহণ কৰিছে তাৰ পৰিবৰ্ত্তন একেবাৰে সম্ভৱ নহয়। অৱশ্যে স্বাস্থ্যোন্নতি বিষয়ক নীতিৰপৰা আশাতীত ফলো পোৱা যায়। কিন্তু তেওঁলোকে কয় যে বৰ্ত্তমানৰ বয়সস্থ লোকৰ ব্যৱহাৰতকৈ সম্পূৰ্ণ বেলেগ ব্যৱহাৰসম্পন্ন বয়সস্থ লোক গঢ়ি তোলা সম্ভৱ নহয় তেনেহলে কব লাগিব যে তেওঁলোকে আধুনিক মনস্তত্ত্বক অস্বীকাৰ কৰিছে। জন্মৰ সময়ত একে চৰিত্ৰ-বিশিষ্ট দুটি শিশুক বেলেগ দুটা পৰিবেশৰ মাজদি সম্পূৰ্ণ বেলেগ চৰিত্ৰৰ দুজন বয়সস্থ লোক কৰি গঢ়ি তুলিব পাৰি। সু-শিক্ষাৰ গুণেৰে স্বাভাৱিকপ্ৰৱণতাবোৰক সু-নিয়ন্ত্ৰিত কৰি এক সু-সামঞ্জস্যপূৰ্ণ ( harmonious ) চৰিত্ৰ গঠন কৰাই হল শৈশৱৰ শিক্ষাৰ উদ্দেশ্য। সেই চৰিত্ৰ ধ্বংসমূলক নহৈ হব লাগে গঠনমূলক ; অভিমানী নহৈ হব লাগে স্নেহপৰায়ণ, নিৰ্ভীক, সৰল আৰু বুদ্ধিমান। বেচিভাগ লৰা-ছোৱালীকেই এই দৰে গঢ়ি তুলিব পৰা যায়। লৰা-ছোৱালীৰ প্ৰতি উপযুক্ত ব্যৱহাৰ কৰিলেই সিহঁতে প্ৰকৃত ভাৱেই গঢ় লয়। যদি বৰ্ত্তমান লব্ধজ্ঞান বাস্তৱ ক্ষেত্ৰত প্ৰয়োগ কৰা হয়, যদি পৰীক্ষিত পদ্ধতিসমূহ প্ৰয়োগ কৰা হয় তেনেহলে একে পুৰুষতে ৰোগ ব্যাধি হিংসা আৰু নিবুৰ্দ্ধিতাৰপৰা সম্পূৰ্ণ মুক্ত মানৱ সমাজ গঠন কৰিব পৰা হব। কিন্তু আমি অত্যাচাৰ আৰু যুদ্ধ ভাল পাওঁ কাৰণে মানুহ গঢ়ি তোলাৰ এনে পন্থা আমি অনুসৰণ নকৰোঁ।

অনেক ক্ষেত্ৰত বাঞ্ছনীয় আৰু অবাঞ্ছনীয় কামবোৰ কৰিবলৈ সমান ক্ষমতাৰে আগবঢ়াটোৱেই হল স্বাভাৱিকপ্ৰৱণতাৰ অপৰিপক্ক অৱস্থা। অতীজতে মানুহে স্বাভাৱিকপ্ৰৱণতাৰ শিক্ষাৰ বিষয়ে একো নেজানিছিল। সেই কাৰণে সেই প্ৰৱণতাবিলাক দমন কৰিবলৈ বাধ্য হৈছিল। শাস্তি আৰু ভয় প্ৰদৰ্শনেই আছিল সদগুণৰ পৰম সহায়ক। আমি আজি-কালি বুজিব পাৰিছো যে দমন-নীতি অনিষ্টকৰ। প্ৰথমতে এই নীতিৰদ্বাৰা কোনো কামেই সফল নহয়। দ্বিতীয়তে ই মানসিক

বিশৃঙ্খলাৰ সৃষ্টি কৰে। কিন্তু সহজাত বৃত্তিবিলাকৰ শিক্ষাৰ পদ্ধতি বা ধাৰা একেবাৰে বেলেগ, আৰু সেই কাৰণে সম্পূৰ্ণ জ্ঞানৰ আৱশ্যক। অভ্যাস আৰু নিপুণতাই যেন সহজাত বৃত্তিৰ এটা প্ৰকাশ পথ সাজে আৰু সেই প্ৰকাশৰ পথৰ গতি অনুসাৰে সহজাত বৃত্তিবোৰো প্ৰবাহিত হৈ থাকে। উপযুক্ত অভ্যাস গঠন আৰু উপযুক্ত নিপুণতাৰ বিকাশৰ ফলত শিশুৰ স্বাভাৱিক প্ৰৱণতাই বাঞ্ছনীয় কাম-কাজ কৰিবলৈ অনুপ্ৰাণিত হয়। তাত প্ৰলোভনক বাধা দিবৰ প্ৰয়োজন নাই, যেহেতু জোৰকৈ বা বলেৰে কোনো কাম কৰিব নেলাগে। তাত অকণো বাধা নাই। সেই কাৰণে শিশুৰ মনৰ মাজত আছে স্বাধীন স্বতঃস্ফূৰ্ত্ততাৰ অনুভূতি। এই সকলোবোৰ মতবাদ একেবাৰে সত্য বুলি যে গ্ৰহণ কৰিব লাগিব, তেনে নহয়; কাৰণ সদায় অদৃষ্টপূৰ্ব্ব কোনো ঘটনা ঘটিব পাৰে আৰু তেতিয়া সেই পুৰণি নিয়ম প্ৰণালীবোৰৰো প্ৰয়োজন হব পাৰে, কিন্তু শিশু মনস্তত্ত্বৰ বিজ্ঞান যিমানেই উন্নত হব আৰু নাৰ্চাৰী স্কুলবোৰত আমি যিমান বেচি অভিজ্ঞতা লাভ কৰিম, সিমানেই উন্নত পদ্ধতি প্ৰয়োগ কৰিব পৰা হব।

যিবোৰ বিস্ময়কৰ সম্ভাৱনাৰ বাট আমাৰ কাৰণে মুকলি, তাকেই পাঠকসকলৰ আগত আমি দাঙি ধৰিবলৈ চেষ্টা কৰিছো। তাৰ ফলত আমি লাভ কৰিম স্বাস্থ্য, স্বাধীনতা, সুখ, দয়া, বুদ্ধি, মানৱ জাতিৰ সকলোবোৰ আৱশ্যকীয় গুণ। পাৰিলে আমি একে পুৰুষতে পৃথিৱীত স্বৰ্গৰাজ্য স্থাপন কৰিব খোজোঁ।

কিন্তু গভীৰ প্ৰেমৰ অবিহনে ইয়াৰ কোনো এটাকে কৰা সম্ভৱ নহয়। গভীৰ প্ৰেমৰ অভাৱত জ্ঞানৰ অস্তিত্ব থাকিলেও জ্ঞানৰ প্ৰয়োগ সম্ভৱপৰ নহয়। কেতিয়াবা কেতিয়াবা লৰা-ছোৱালীৰ প্ৰতি স্নেহৰ অভাৱ দেখি আমি নিৰাশ হৈ পৰিব লগা হয়। উদাহৰণ স্বৰূপে —এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি যে উপদংশ আদি ব্যাধি লৈ জন্ম গ্ৰহণ কৰাৰ ভয় থকা শিশুবো জন্ম নিৰোধ কৰিবলৈ প্ৰায় সকলো

বিখ্যাত নীতিবিদেই অনিচ্ছুক। তথাপি আশাৰ কথা এই যে শিশুক মানুহে লাহে লাহে ভাল পাবলৈ ধৰিছে। কাৰণ শিশুৰ প্ৰতি মৰম এটা স্বাভাৱিক ধৰ্ম্ম। সাধাৰণ মানুহৰ মনৰ সুকুমাৰ প্ৰবৃত্তিবোৰক যুগ যুগৰ সঞ্চিত নিষ্ঠুৰতাই হেঁচা মাৰি থৈছে। অদীক্ষিত লৰা-ছোৱালী-বোৰক নৰকবাসৰ ভয় প্ৰদৰ্শনৰ শিক্ষা দিবলৈ গিৰ্জ্জাবোৰে সিদিনা মাত্ৰ এৰিছে। আৰু এটা নীতি হল সঙ্কীৰ্ণ জাতীয়তাবাদ যি মানৱতাৰ উৎস শুকুৱাই পেলায়।—যুদ্ধৰ সময়ত প্ৰায় সকলো জাৰ্ম্মান শিশুৱেই পঁয়ালগা ( rickets ) ৰোগত ভুগিব লগা হৈছিল। আমাৰ স্বাভাৱিক দয়াভাৱক বন্ধনমুক্ত কৰিব লাগিব। যদি কোনো নীতিয়ে লৰা-ছোৱালীৰ অৱস্থা দুখময় কৰি তোলে, তেনেহলে সেই নীতি আমাৰ যিমানেই প্ৰিয় নওহক লাগিলে, আমি তাক এৰিবই লাগিব। প্ৰায় সকলোবোৰ ক্ষেত্ৰতে সকলো নিৰ্ম্মম নীতিৰ মনস্তাত্ত্বিক কাৰণ হল ভয়। সেই কাৰণে আমি সৰুতেই ভয় আঁতৰাবৰ কাৰণে খুব চেষ্টা কৰিব লাগে। আমাৰ মনৰ এন্ধাৰ কোঠাত যি ভয়ৰ উৎপত্তি হয়, তাক আমি দূৰ কৰিবই লাগিব। আধুনিক শিক্ষাৰদ্বাৰা যি সুখময় জগতৰ সম্ভাৱনা আমি দেখিবলৈ পাইছো, ব্যক্তিগত বিপদৰ বিনিময়তো সেই সুন্দৰ জগতক বাস্তৱ ৰূপ দিব লাগিব।

ভয়, বাধা নিষেধ বিদ্ৰোহৰ স্পৃহা আৰু নৈৰাশ্যৰপৰা মুক্ত যুৱক-যুৱতী যেতিয়া আমি গঢ়ি তুলিব পাৰিম তেতিয়া তেওঁলোকৰ আগত জ্ঞানৰ ভাণ্ডাৰ সম্পূৰ্ণ স্বাধীন ভাৱে মুকলি কৰি দিব পাৰিম। তেতিয়া আৰু ক'তো অকণো জ্ঞানৰ এন্ধাৰ নেথাকিব। আৰু বিজ্ঞতা সহকাৰে যদি শিক্ষা দিয়া যায় তেতিয়া তেওঁলোকে কামৰ কঠোৰতা অকণো অনুভৱ নকৰাকৈ জগতখন আনন্দেৰে গ্ৰহণ কৰি উপভোগ কৰিব পাৰিব। সাধাৰণতে কৰ্ম্মীশ্ৰেণীৰ লৰা-ছোৱালীবিলাকক বৰ্ত্তমান যি শিক্ষা দিয়া হয় তাতকৈ শিক্ষাৰ পৰিমাণ বেচি কৰাটোৱে প্ৰয়োজনীয় কথা নহয়। শিশুৰ প্ৰাণত দুঃসাহস আৰু মুক্তিৰ স্পৃহা জগাই শিশুক

ন-ন কথা আৱিষ্কাৰ কৰিবলৈ অনুপ্ৰাণিত কৰি তোলাটোহে অতি গুৰুত্বপূৰ্ণ কথা। যদি প্ৰণালীবদ্ধ শিক্ষা এই মনোভাবেৰে দিয়া হয় আৰু সকলোবোৰ সুবিধাকে দিয়া হয়, তেতিয়া হলে বেচি ভাগ তীক্ষ্ণ বুদ্ধিৰ লৰা-ছোৱালীয়েই নিজৰ চেষ্টাৰদ্বাৰাই উন্নতি সাধন কৰিব পাৰিব। স্বাভাৱিক প্ৰবৃত্তি আৰু ধ্বংসাত্মক প্ৰৱণতাৰপৰা জ্ঞানে মানুহক মুক্ত কৰে। সেই কাৰণে জ্ঞানৰ অবিহনে আমাৰ ইপ্সিত জগত-খন সৃষ্টি কৰা সম্ভৱ নহয়। নিৰ্ভীক স্বাধীনতাৰ পৰিবেশৰ মাজত শিক্ষা পোৱা মানৱ সমাজ উদাৰ আৰু নিৰ্ভীক আশাৰ অধিকাৰী হব পাৰিব। আমাৰ সচেতন মনৰ ভিতৰত যি অন্ধবিশ্বাসপূৰ্ণ ভয় আছে, সেই ভয়ৰ লগত তেওঁলোকে সংগ্ৰাম কৰিব লাগিব। আমি নোৱাৰিলেও, যি স্বাধীনচেতা নৰ নাৰী আমি গঢ়ি তুলিম, তেওঁলোকে সেই নতুন জগতখন দেখিবলৈ পাব। প্ৰথম আদৰ্শত আৰু অৱশেষত বাস্তৱৰ পূৰিপূৰ্ণ মহিমাৰে মহিমান্বিত হোৱা জগতখন দেখিবলৈ পাব।

পথ সুস্পষ্ট, সেই পথ অনুসৰণ কৰিবলৈ হলে সন্তানৰ প্ৰতি গভীৰ স্নেহৰ প্ৰয়োজন। সন্তানৰ প্ৰতি জানো সেই গভীৰ স্নেহ আমাৰ আছে? নাইবা আমি যি দৰে দুখ পাব লগা হৈছে তেওঁলোককো জানো সেইদৰে দুখ ভোগ কৰিবলৈ দিম? আমি তেওঁলোকৰ যৌৱনটোক মুচৰি-সামৰি পঙ্গু কৰি আৰু ভয়াতুৰ কৰি পিচত সাধাৰণ নিৰৰ্থক কথাতে দন্দ হাই কৰি নিজে নিজেই নিহত হবলৈ দিমনে? হেজাৰ হেজাৰ পুৰণা ভয়ে সুখ আৰু স্বাধীনতাৰ পথ ৰুদ্ধ কৰে। কিন্তু প্ৰেমে ভয়ক জয় কৰিব পাৰে। আৰু আমি যদি আমাৰ সন্তান-সন্ততিক ভাল পাওঁ, তেনেহলে যি মহৎ অৱদান তেওঁলোকক দিবৰ আমাৰ অধিকাৰ আছে, সেই মহৎ উপকাৰ সাধিবলৈ একোৱেই আমাক বাধা দিব নোৱাৰিব।

**সমাপ্ত**